# বিমলাপ্ৰসাদ চলিহা

সম্পাদনা
চন্দ্ৰপ্ৰসাদ শইকীয়া



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰকাশক
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব, অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰথম প্ৰকাশ
২৫ ফেব্ৰুৱাৰী, ১৯৭২

মূল্য
দহ টকা

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট
কলিকতা-৬

বিমলাপ্ৰসাদ চলিহাৰ প্ৰথম মৃত্যুবাৰ্ষিকী পালন উপলক্ষে অসম প্ৰকাশন পৰিষদৰ পক্ষৰপৰা এই গ্ৰন্থখন আমাৰ শ্ৰদ্ধাৰ্ঘ্য হিচাপে নিবেদন কৰিছো।

যিসকল লিখকে আমাৰ অনুৰোধ মতে চলিহাৰ বিভিন্ন দিশৰ বিষয়ে আলোচনামূলক প্ৰবন্ধৰে আমাক এই গ্ৰন্থৰ প্ৰকাশ-কাৰ্যত সহায় কৰিলে, তেখেতসকলৰ প্ৰতি আমি আমাৰ গভীৰ কৃতজ্ঞতা জনাইছো।

চলিহাৰ ফটোবোৰ সংগ্ৰহৰ ক্ষেত্ৰত তেখেতৰ পৰিবাৰ শ্ৰীমতী অময়া চলিহা, অধ্যক্ষ পৰাগ চলিহা আৰু অসম চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগে আমাক যথেষ্ট সহায় কৰিছে। তেখেতসকল আমাৰ কৃতজ্ঞতা-ভাজন।

মেঘালয়ৰ মুখ্যমন্ত্ৰী শ্ৰীউইলিয়ামচন চাংমাই এই গ্ৰন্থৰ মুখবন্ধ লিখি চলিহাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি আগবঢ়াই আমাক ঋণী কৰিলে।

গুৱাহাটী — চন্দ্ৰপ্ৰসাদ শইকীয়া

১০ ফেব্ৰুৱাৰী, ১৯৭২

# FOREWORD

I have great pleasure to learn that the Publication Board, Assam is bringing out a commemoration volume on the death anniversary of the late Shri Bimala Prasad Chaliha. For over a decade, Shri Chaliha guided the destiny of Assam with great fortitude, far-sightedness and compassion. He held the office of the Chief Minister during a turbulent period in the history of Assam. The Chinese aggression, rebellions in Nagaland and Mizo Hills, linguistic troubles in the plains, and unprecedented challenges to the stability of the state in general were to occur during his stewardship of Assam. Only an outstanding leader of men and a very competent administrator could have met these challenges successfully. It is a measure of Shri Chaliha's abilities that he maintained his equanimity and poise during all these years of upheaval, and managed the affairs of the state with conspicuous success.

Shri Chaliha was an exceptionally human individual. Those of us who had the privilege of working with him can never forget his excellent qualities of head and heart. Shri Chaliha was a Gandhian and had a genuine abhorrence of violence. In his conduct and words, he showed great magnanimity, compassion, and an overwhelming concern for the under-privileged and the oppressed. Tolerant to an uncommon degree, Shri Chaliha never allowed political differences to influence personal relations. He was altogether above malice and pettiness both in his political and personal life. That explains his popularity among all sections of the people. Above all, Shri Chaliha maintained the highest degree of personal integrity and upheld the best standards of public conduct for a leader in a democratic society. I am sure Shri Chaliha's name will continue to inspire the people of Assam for years to come.

Shillong
February 1, 1972

W. A. SANGMA
CHIEF MINISTER, MEGHALAYA

# শ্ৰদ্ধাঞ্জলি

স্বৰ্গগত বিমলাপ্ৰসাদ চলিহাদেৱৰ প্ৰথম মৃত্যুবাৰ্ষিকী উপলক্ষে অসম প্ৰকাশন পৰিষদে এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈ মনস্থ কৰিছে বুলি জানিব পাৰি অতিশয় সুখী হ'লোঁ। নেতাৰূপে, প্ৰশাসকৰূপে, ঐক্য আৰু সংহতিৰ যোদ্ধাৰূপে, অসম ৰাজ্যৰ জনসাধাৰণৰ জীৱনৰ লগত সুদীৰ্ঘ দিন ঘনিষ্ঠভাৱে বিজড়িত হৈ থকা এই দৰদী জনবন্ধুগৰাকীৰ স্মৃতি উপলক্ষে আগবঢ়োৱা প্ৰকাশন পৰিষদৰ এই প্ৰয়াস প্ৰকৃততে প্ৰশংসনীয় হৈছে।

চলিহাদেৱৰ লগত মোৰ পৰিচয় বহু দিনৰ। মধুৰ আৰু শান্ত ব্যক্তিত্বৰ অধিকাৰী এই নেতাগৰাকীক মই আন্তৰিকভাৱে শ্ৰদ্ধা কৰোঁ। আমাৰ পৰিচিতিৰ সুদীৰ্ঘ আৰু ঘনিষ্ঠ সময়খিনিত মই তেওঁৰ বিভিন্ন চাৰিত্ৰিক গুণাৱলীৰ উমান পাইছিলোঁ। বিপদৰ সময়ত মই এই নেতাগৰাকীৰ কাষত পাইছিলোঁ সাহায্যৰ এখন অন্তৰঙ্গ হাত, দোষ-ক্ৰটীৰ পৰত পাইছিলোঁ জ্যেষ্ঠ-জনোচিত উদাৰ ক্ষমা আৰু সহানুভূতি আৰু ৰাজনীতিৰ জটিল ক্ষেত্ৰত পাইছিলোঁ দৃঢ়, বলিষ্ঠ আৰু সংহতিপূৰ্ণ নেতৃত্ব।

অতি দুৰ্যোগপূৰ্ণ সময় এছোৱাত চলিহাদেৱে অসম ৰাজ্যৰ ৰাজনৈতিক আৰু প্ৰশাসনীয় দায়িত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল। প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰূপে অশান্ত নগাৰাজ্যলৈ পুনৰ শান্তি ঘূৰাই আনিবলৈ কৰা তেওঁৰ প্ৰচেষ্টা সঁচাকৈয়ে শুদ্ধ আৰু দূৰদৰ্শিতাসম্পন্ন আছিল। মুখ্যমন্ত্ৰীৰূপে মিজো, গাৰো আৰু খাছী-জয়ন্তীয়া ভাইসকলৰ প্ৰতি আগবঢ়োৱা তেওঁৰ জ্যেষ্ঠ ভ্ৰাতৃত্ব-সুলভ উদাৰনীতিয়ে প্ৰকৃতপক্ষে তেওঁক উত্তৰাঞ্চলৰ পৰ্বত-ভৈয়াম উভয়তে ঐক্য শক্তিৰ এক চৰম মূৰ্ত প্ৰতীকলৈ ৰূপান্তৰিত কৰি তুলিছিল। অসমক তেওঁ ভাল পাইছিল। তেওঁৰ জীৱনৰ স্বপ্ন আছিল নেফা, নগাৰাজ্য, মণিপুৰ আৰু ত্ৰিপুৰাক লৈ সমগ্ৰ উত্তৰাঞ্চলক অসমৰ সম্প্ৰীতিপূৰ্ণ সাৰ্থক নেতৃত্বৰে এক বৃহৎ সংহতিপূৰ্ণ ৰাজ্যলৈ ৰূপান্তৰিত কৰা। কিন্তু, নিয়তিৰ নিষ্ঠুৰ পৰিহাস, তেওঁৰ শাসনকালতে নগাসকল আমাৰপৰা আঁতৰি গ'ল; মিজো ভাইসকলে বিদ্ৰোহ কৰিলে; মেঘালয় প্ৰতিষ্ঠিত হ'ল। তথাপি সমস্যাসমূহৰ

সম্যক ৰূপ বিশ্লেষণ কৰি চালে দেখা যাব যে চলিহাদেৱৰ বিশাল ঐক্য-সাধনী শক্তি এটি আছিল কাৰণেই অনৈক্য আৰু বিভেদৰ গভীৰতা ভালেখিনি লঘু হৈছিল। কোনে জানে হয়তো তেওঁ নথকা হ'লে বিদেশী প্ৰভাৱ-পুষ্ট জনজাতীয় লোকসকলৰ বিভেদকামী মনোবৃত্তিৰ ফলাফল আৰু নিদাৰুণ আৰু ক্ষতিকৰ হ'লহেঁতেন। জয় আৰু পৰাজয়ৰ সংমিশ্ৰণৰেই গঠিত আমাৰ জীৱন। চলিহাদেৱৰ নেতৃত্ব আছিল অপৰাজেয়। অতি সঙ্কট-কালীন মুহূৰ্ততো তেওঁ তেওঁৰ আদৰ্শ আৰু লক্ষ্য অটুট ৰাখি আপোন মহত্ব প্ৰকাশি গৈছে।

চলিহাদেৱ আৰু নাই। তেওঁৰ মৃত্যুৰ লগে লগে এটা যুগৰো অস্ত পৰিল। অনেক তথ্য আৰু ঘটনাৱলীৰে এই যুগ সম্বলিত হৈ আছে। মই আশা ৰাখিছোঁ, প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'স্মৃতিগ্ৰন্থ'খনে চলিহাদেৱৰ ব্যক্তিত্ব, নেতৃত্ব, প্ৰশাসনীয় বিচক্ষণতা ইত্যাদি গুণসমূহৰ প্ৰয়োজনীয় তথ্যপাতি দাঙি ধৰাৰ উপৰিও ঘটনাবহুল এই যুগটোৰ ওপৰতো উপযুক্ত আলোকপাত কৰি বস্তুনিষ্ঠ মূল্যায়নৰ ক্ষেত্ৰতো প্ৰয়োজনীয় ভূমিকা গ্ৰহণ কৰিব পাৰে।

'স্মৃতিগ্ৰন্থ'খনৰ যোগেদি মই আকৌ এবাৰ সেই সমালোচনাতীত, ভদ্ৰ, শান্ত, কৃতী ৰাজনীতিবিদ, বিচক্ষণ, উদাৰ, দৰদী নেতাগৰাকীৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছোঁ আৰু তেখেতৰ মৃত্যুৰ প্ৰথম বাৰ্ষিকী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থখনৰ প্ৰতি জনাইছোঁ আন্তৰিক শুভ-ইচ্ছা।

শিলং
১৪ ফেব্ৰুৱাৰী, ১৯৭২

শৰৎচন্দ্ৰ সিংহ

# ভূমিকা

বিমলাপ্ৰসাদ চলিহাৰ সুদীৰ্ঘ দিনৰ শাৰীৰিক অসুস্থতা আৰু অকাল-মৃত্যু অসমৰ জাতীয় জীৱনৰ বাবে এক ডাঙৰ ক্ষতি। উচ্চ ব্যক্তিত্ব, অপৰাজেয় ৰাজনৈতিক ক্ষমতা, উদাৰ হৃদয় আৰু চৰিত্ৰ, সংস্কৃত মন আৰু অতুলনীয় ব্যৱহাৰৰ গৰাকী হৈয়ো তেওঁ এক সবল স্বাস্থ্যৰ গৰাকী হ'ব নোৱাৰিলে। সুদীৰ্ঘ শাৰীৰিক অসুস্থতাৰ গ্ৰাসত নপৰাহেঁতেন তেওঁৰ ব্যক্তিত্ব মহত্তৰ ৰূপত প্ৰকাশ পালেহেঁতেন আৰু জাতীয় আৰু ৰাজনৈতিক জীৱনলৈ তেওঁৰ অৱদান অধিকতৰ হ'লহেঁতেন বুলি আমাৰ বিশ্বাস। ৰোগশয্যাত থকা কালত তেওঁৰ হৃদয়ৰ বেদনাই যি উৎকট ৰূপ ধাৰণ কৰিছিল তাৰ আৰু অজস্ৰ কৰিবলগীয়া কাম কৰিব নোৱৰাৰ বাবে তেওঁৰ মনত উদয় হোৱা গ্লানিৰ কথা ভাবিলে সঁচাকৈয়ে বৰ দুখ লাগে।

সমগ্ৰ দেশ জুৰি যেতিয়া বালিৰ ঘৰৰ দৰে ৰাজনৈতিক আদৰ্শ আৰু লগে লগে নেতাৰ পতন ঘটিছিল, এক অনিশ্চিত ভৱিষ্যতৰ চিন্তাই আৰু বহুত ৰাজনীতিকক যেতিয়া জৰ্জৰিত কৰিছিল, সেই সময়ত এক যুগৰো অধিক কাল অসমৰ দৰে সমস্যাসংকুল ৰাজ্য এখনৰ মুখ্যমন্ত্ৰী হৈ থকা কথাটোৱেই চলিহাৰ ব্যক্তিত্বৰ শক্তিশালী দিশটোৰ কথা আমাক স্মৰণ কৰায়। দলীয় ৰাজনীতিত আনুগত্যৰ শিথিলতা আৰু প্ৰতিশ্ৰুতি-অঙ্গীকাৰৰ প্ৰতি অশ্ৰদ্ধাৰ প্ৰয়োজন বুলি যি এটা ধাৰণা ভাৰতত বৰ্তমান প্ৰচলিত, চলিহাই তাৰ অসাৰ্থকতা প্ৰমাণ কৰিলে। এই দৃষ্টিৰপৰা তেওঁ প্ৰকৃত অৰ্থৰ গান্ধীবাদী: মানুহ হিচাপে বিখ্যাত হ'ব নোৱাৰিলে কোনো লোকেই একো হিচাপেই বিখ্যাত হ'ব নোৱাৰে। প্ৰকৃত মানুহ হ'ব পৰাটোহে আচল কথা। যোৱা এটা যুগত চলিহাৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰখাসকলে ক'ব, মুখ্যমন্ত্ৰী আৰু ৰাজনীতিক বিমলাপ্ৰসাদ চলিহাতকৈ মানুহ চলিহা মহত্তৰ আছিল। মৃত্যুৰ পিচত তেওঁৰ প্ৰতি এয়েই শ্ৰেষ্ঠ শ্ৰদ্ধা-তৰ্পণ।

ছাত্ৰাৱস্থাতে চলিহা গান্ধীজীৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈছিল আৰু দেশৰ স্বাধীনতাৰ মহৎ উদ্দেশ্যৰ লগত তেতিয়াৰেপৰা তেওঁ নিজক জড়িত কৰিছিল। সকলোসৰেপৰা দেশৰ স্বাৰ্থত আহিব পৰা গঠনমূলক কামৰ প্ৰতি তেওঁৰ ধাউতি আছিল প্ৰবল। গান্ধীজীৰ গঠনমূলক কামৰ আদৰ্শই তেওঁক মানসিক উৎসাহ আৰু শান্তি দিয়াৰ উপৰিও তেওঁৰ ভৱিষ্যত জীৱনৰ ভিত্তি স্থাপন কৰিছিল। আঢ্যৱন্ত পৰিয়ালৰ সন্তান হৈ ভোগ-বিলাসৰ আৰু উদ্দেশ্যহীন এক জীৱন যাপন নকৰি স্বাধীনতা সংগ্ৰামত যোগ দিয়াটোৱেই চলিহাৰ জীৱনৰ বৃহৎ ঘটনা। তাৰ স্বাভাৱিক পৰিণতি স্বৰূপেই পিচৰ জীৱনত তেওঁ প্ৰখ্যাত

হোৱা আমি দেখিবলৈ পাওঁ। চলিহাৰ জীৱনৰপৰা আমি এক গুণগত সত্য উপলব্ধি কৰোঁ যে মানুহৰ জীৱনত পৰীক্ষাৰ দৰে খটকাটু থাকিব নোৱাৰে ; নিজৰ যোগ্যতা, কষ্টস্বীকাৰ আৰু এক মহৎ উদ্দেশ্যৰ লগত নিজৰ সম্পৰ্ক নিবিড় কৰি মানুহ ধীৰে ধীৰে উচ্চ-পৰ্যায়লৈ উঠে আৰু জীৱনৰ সেই অৱস্থাতে শেষলৈকে থাকি এক মৃত্যুহীন নাম ৰাখি যায়। ছলনা কৰি আনুগত্যৰ মৃত্যু ঘটাই, আদৰ্শৰ লগত আপোচ কৰি আৰু চাঞ্চল্যকৰভাৱে ৰঙ্গমঞ্চত প্ৰৱেশ কৰি এজন হঠাতে কিছুদিনৰ বাবে ওপৰলৈ উঠিব পাৰে ; কিন্তু তেওঁৰ ভিত্তি যথেষ্ট পৰিমাণে শক্তিশালী নোহোৱা বাবে তেওঁ তললৈ নামি অহাটো নিশ্চিত হৈ পৰে।

আঢ্যৱন্ত পৰিয়ালত জন্ম লৈ চলিহাই ডেকা বয়সত যন্ত্ৰৰ সাহায্যেৰে উদ্যোগ-ব্যৱসায়ত নানামি আৱিষ্কাৰ কৰিলে এক উন্নত ধৰণৰ যঁতৰ। মহাত্মা গান্ধীয়ে সেই যঁতৰ চাই পৰম আনন্দ পালে, সৰ্বভাৰতীয় নেতৃবৃন্দৰ লগত তেওঁক পৰিচয় কৰি দিলে আৰু লগে লগে জাতীয় ৰাজনীতিৰ মধ্যস্থানত তেওঁক উপস্থিত কৰাই দিলে। মহাত্মাৰ বাবে যঁতৰ আছিল নেতৃবৃন্দৰ অৱসৰ কাল কটোৱাৰ উপায় নহয়, যঁতৰ আছিল তেওঁৰ বাবে দৰিদ্ৰ ভাৰতবাসীৰ আৰ্থিক মুক্তিৰ এক অস্ত্ৰ ; বিদেশী বস্ত্ৰশিল্পৰ বিৰুদ্ধে এক অহিংস অথচ প্ৰৱল কাৰ্যকৰী বিদ্ৰোহ। চলিহাই সেই বিদ্ৰোহত একান্ত চিন্তাৰে সহযোগ কৰিছিল। তেওঁৰ ৰাজনৈতিক চিন্তাধাৰা সেই আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল।

বিয়াল্লিছৰ আন্দোলনত শিৱসাগৰ অঞ্চলৰ নেতৃত্বৰ দায়িত্ব চলিহাই নিজে লৈছিল। এনে অনেক লোক সেই অঞ্চলত আছে যিসকলে প্ৰথমতে তেওঁৰ ব্যক্তিত্ব, উদাৰতা আৰু আদৰ্শৰ দ্বাৰা প্ৰৱলভাৱে অনুপ্ৰাণিত হৈহে স্বাধীনতা আন্দোলনত যোগ দিছিল, যেনেকৈ বিশাল ভাৰতবৰ্ষত সেইকালত অজস্ৰ লোকে মহাত্মা গান্ধীৰ দ্বাৰা প্ৰৱলভাৱে প্ৰভাৱান্বিত হৈ স্বাধীনতাৰ আন্দোলনত জপিয়াই পৰিছিল। কেৱল আন্দোলনতে নহয়, শিৱসাগৰ অঞ্চলৰ নগৰে-গাৱেঁ তেওঁৰ সহৃদয়তা, বদান্যতা আৰু পৰোপকাৰৰ এনে কিছুমান উদাহৰণ বিস্তৃত হৈ আছে যিবিলাক লাহে লাহে এদিন কিম্বদন্তীত পৰিণত হ'ব। তেওঁৰ কৰুণা আৰু দানে অসমৰ অজস্ৰ লোকৰ হৃদয় স্পৰ্শ কৰি গৈছে। এইসকলৰ মাজত এনে লোকো আছে যি তেওঁৰ মৃত্যুৰ আগতে তেওঁৰ আৰোগ্য কামনা কৰি দিনে-ৰাতিয়ে সৰ্বশক্তিমানৰ কাৰত প্ৰাৰ্থনা কৰিছিল।

অসমৰ মুখ্যমন্ত্ৰী হৈ বিমলাপ্ৰসাদ চলিহাই স্বপ্ন দেখিছিল, ভাৰতৰ পূৰ্বাঞ্চলৰ এই বিশাল খণ্ডক শাসন-সংহতি-আন্তৰিকতাৰ এডাল ডোলেৰে বান্ধি দিব। অনেক মহৎ ব্যক্তিৰ অনেক স্বপ্নৰ দৰে সেই স্বপ্ন ৰূপায়িত নহ'ল। গান্ধীয়ে এদিন স্বপ্ন দেখিছিল, পৃথিৱীৰ আটাইবোৰ দুৰ্দশাগ্ৰস্ত লোকৰ চকুৰ পানী তেওঁ মচি দিবলৈ সমৰ্থ হ'ব। সমৰ্থ নহ'লেও তেওঁৰ ধাৰণাই মৃত্যুহীন ৰূপ পালে ; সেই স্বপ্নই মানৱতাৰ কল্যাণকামী ৰূপটো উজ্জ্বল কৰি দেখুৱালে। কেবাখনো ৰাজ্যত ভাৰতৰ এই পূৰ্বাঞ্চল

ভাগ হ'ল যদিও এই গ্ৰন্থৰ মুখবন্ধত মেঘালয়ৰ মুখ্যমন্ত্ৰী শ্ৰীছাংমাই কোৱাৰ দৰে চলিহাৰ ব্যক্তিত্ব আৰু বদান্যতাৰ বাবে এই অঞ্চলৰ লোক তেওঁৰ প্ৰতি কৃতজ্ঞ হৈ থাকিব। শ্ৰীছাংমাৰ মতে, "It is a measure of Shri Chaliha's abilities that he maintained his equanimity and poise during all these years of upheaval and managed the affairs of the State with conspicuous success."

নগা পাহাৰত আজি শান্তি বিৰাজ কৰিছে। ইয়াৰ বাবে বিমলাপ্ৰসাদ চলিহাৰ অৱদান যথেষ্ট। তেওঁৰ সহযোগী আৰু সহধৰ্মীসকলৰ প্ৰায় বিৰোধিতা সত্ত্বেও তেওঁ নগা পাহাৰৰ দুৰ্দান্ত বিদ্ৰোহীসকলৰ হৃদয় পৰিবৰ্তন কৰি তেওঁলোকক শান্তিৰ পথলৈ আনিবলৈ ক্লান্তিহীনভাৱে যত্ন কৰিছিল। শান্তিৰ পৰিসীমা ব্যাপক কৰাটো আছিল তেওঁৰ কামনা আৰু তেওঁ পৰমাস্তিকতাৰে বিশ্বাস কৰিছিল যে এই দৃঢ় চৰিত্ৰৰ আৰু সবল শৰীৰৰ বিদ্ৰোহী নগাসকলক শান্তি-পথলৈ আনি ৰাষ্ট্ৰগঠনৰ মহৎ কাৰ্যত নিয়োগ কৰিব পাৰিলে সমগ্ৰ পূৰ্বাঞ্চলতে শান্তি বিৰাজ কৰিব। নগা বিদ্ৰোহীক শান্ত কৰাৰ অত্যুগ্ৰ আগ্ৰহ হ'ল তেওঁৰ নিজস্ব দৰ্শনৰে এক বিশেষ প্ৰকাশ। অস্ত্ৰ-শস্ত্ৰৰ শাসনতকৈ দয়া-মমতাৰ শাসনৰ ওপৰত তেওঁ অধিক গুৰুত্ব আৰোপ কৰিছিল। আনহাতেদি তেওঁ বিশ্বাস কৰিছিল, নগা পাহাৰকে ধৰি পৰ্বতীয়া জিলাসমূহৰ লোকৰ নিজস্ব প্ৰতিভা, কলা-শিল্প আৰু গণতান্ত্ৰিক পদ্ধতি আছে। সেইবোৰৰ যাতে তাৰ নিজস্ব গৰিমাৰে অধিক উন্নতি হ'ব পাৰে, তাৰ বাবে তেওঁ সকলো ধৰণৰ যত্ন কৰিছিল। পৰ্বতীয়া অঞ্চলৰ সকলো লোকেই চলিহাক বৰ শ্ৰদ্ধা কৰিছিল আৰু ভাল পাইছিল। ৰাজনীতিৰ প্ৰবল থহনীয়াত অসম ৰাজ্য বিক্ষিপ্ত হৈ যথাৰ্থ সন্ধিৰ আগৰ ভৌগোলিক সীমালৈ ঘূৰি আহিল যদিও এই ৰাজ্যবোৰৰ লোকৰ মাজত প্ৰীতিৰ ভাব অক্ষুণ্ণ থাকিব আৰু তাৰ বাবে চলিহাৰ নাম সৰ্বপ্ৰথমতে সকলোৱে ল'ব লাগিব।

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে চলিহাই যথেষ্ট কৰি গৈছে। অসমীয়া আৰু অসমৰ আঞ্চলিক ভাষাৰ লেখকসকলৰ ৰচনা প্ৰকাশৰ সুবিধাৰ বাবে ১৯৫৮ চনতে তেওঁ অসম প্ৰকাশন পৰিষদ গঠন কৰিছিল আৰু মৃত্যুৰ তিনি-চাৰি বছৰমানৰ আগৰপৰা এই অনুষ্ঠানৰ বিকাশৰ বাবে তেওঁ অৰ্থ, উপদেশ, অনুপ্ৰেৰণা আদিৰে সহায় কৰিছিল। আনন্দৰাম বৰুৱাৰ গ্ৰন্থসমূহ উপযুক্তভাৱে প্ৰকাশৰ বাবে আৰু এই পৰিষদৰ প্ৰায় ত্ৰিশ লাখ টকাৰ অসমীয়া বিশ্বকোষৰ আঁচনি গ্ৰহণৰ বাবে তেওঁ লোৱা যত্নৰ কথা আমাৰ মনত মৃত্যুহীন হৈ থাকিব। তেওঁ আমাক এইদৰে এবাৰ কৈছিল, "ৰাজনীতি আৰু সমকালীন জীৱনৰ হাহাকাৰৰ যেতিয়া অৱসান ঘটিব, তেতিয়া দেখা যাব যে গীতাৰ এটা শ্লোকৰ দৰে, অথবা কীৰ্তনৰ এটা পদৰ দৰে, জাতীয় জীৱনৰ পটভূমিত লেখা কিতাপকেইখনহে অৱশেষত বাচি থাকিবগৈ। সত্ৰপুৰুষ হাবিত কাঠ কাটিবলৈ যোৱা বেজবৰুৱাই লিখি যোৱা দুখনমান কিতাপকহে আজি আমি মূৰত তুলি লৈছোঁ। এশ বছৰৰ আগতে আনন্দৰাম বৰুৱাই লিখি যোৱা

কিতাপখিনি নতুনকৈ প্ৰকাশ কৰি ভাৰতত আৰু বিশ্বত অসমৰ গৌৰৱ বঢ়াব পাৰিছোঁ।......এইবোৰ কথা ভাবিয়েই মুখ্যমন্ত্ৰী হোৱাৰ পিচতে মই প্ৰকাশন পৰিষদ প্ৰতিষ্ঠা কৰিছিলোঁ।"

বিমলাপ্ৰসাদ চলিহাৰ মন মৃত্যুৰ আগতে দুখন গ্ৰন্থই বিশেষভাৱে আন্দোলিত কৰিছিল বুলি আমি ব্যক্তিগতভাৱে জানো আৰু সেই কথা এই গ্ৰন্থৰ শেষত সন্নিবিষ্ট তেওঁৰ গান্ধী বিষয়ক প্ৰবন্ধত উল্লেখ কৰা আছে। গ্ৰন্থ দুখনি হ'ল: সভ্যতাৰ ইতিহাস প্ৰণেতা উইল ডুৰাণ্টৰ 'দি লেছনছ্ অব্ হিষ্টৰী' আৰু মাৰ্টিন লুথাৰ কিঙৰ 'হোৱাই উই কাণ্ট ৱে'ট'। ডুৰাণ্টৰ গ্ৰন্থৰ মূল ভাব হ'ল: পৃথিবীত বহুত ৰাজনৈতিক বিপ্লৱ আজিলৈকে সংঘটিত হ'ল, কিন্তু মানুহৰ মনৰ বিকাশ সাধন আৰু মানৱ চৰিত্ৰৰ উন্নতি সাধনৰ অৰ্থে পৃথিবীত যি বিপ্লৱ আজিলৈকে ঘটিল সেই বিপ্লৱহে প্ৰকৃত অৰ্থত বিপ্লৱ। কাৰণ, এটা ৰাজনৈতিক বিপ্লৱ ঘটাৰ পিচত সেই ব্যৱস্থা ধ্বংস কৰিবৰ বাবে সেই দেশৰ অন্ত কিছুমান শক্তি সক্ৰিয় হৈ উঠে আৰু পৰিণামত প্ৰচণ্ড হিংসা-বিদ্বেষৰ দ্বাৰা এটাৰ পিচত এটাকৈ শাসন-ব্যৱস্থাৰ ধ্বংস সাধন হয়। কিন্তু যিসকলে মানুহৰ মনত বিপ্লৱৰ সূচনা কৰে সেইসকল বিপ্লৱীহে মানুহৰ মনত অমৰ হৈ থাকে। কিঙৰ গ্ৰন্থৰ মূল ভাব হ'ল: যীশু খ্ৰীষ্টই নিগ্ৰোসকলক অহিংসাৰ বাণী শুনালে আৰু মহাত্মা গান্ধীয়ে সেই অহিংসা নীতিক কাৰ্যকৰী কৰাৰ উপায় দিলে।

হিংসা-বিদ্বেষ-ঘৃণা-প্ৰতিহিংসাৰ প্ৰতি চলিহাৰ স্বাভাৱিক বিতৃষ্ণা সদায় পৰিলক্ষিত হৈছিল। ৰাজনৈতিক প্ৰভেদ থকা লোকৰ লগতো চলিহাৰ ব্যৱহাৰ সদায় মনোৰম আছিল। শ্ৰীছাংমাই কোৱাৰ দৰে, "Tolerant to an uncommon degree, Shri Chaliha never allowed political differences to influence personal relations. He was altogether above malice and pettiness both in his political and personal life.......Above all, Shri Chaliha maintained the highest degree of personal integrity and upheld the best standards of public conduct for a leader in a democratic society." মুখ্যমন্ত্ৰীৰ পদ ত্যাগ কৰাৰ পিচত চলিহাৰ মৃত্যু হৈছিল। মৃত্যুৰদিনা তেওঁৰ শিলঙৰ ঘৰত আৰু শ্মশান-যাত্ৰাত ম্ৰিয়মান অজস্ৰ লোকৰ সমাৱেশে দেখুৱালে যে মানুহ হিচাপে তেওঁ সকলোৰে শ্ৰদ্ধাভাজন আছিল।

তেওঁৰ সততা আৰু বদান্যতা, মানৱতাবোধ আৰু কৰ্মনিপুণতাই অসমবাসীক সদায় অনুপ্ৰাণিত কৰিব। অসমৰ জাতীয় জীৱন আৰু ৰাজনীতিত এনে এজন অসাধাৰণ লোকৰ স্থান স্বৰ্ণমণ্ডিত হৈ থাকিব।

চন্দ্ৰপ্ৰসাদ শইকীয়া

# সূচী



পত্নী শ্ৰীমতী অময়া চলিহা আৰু সন্তানসকলৰ লগত চলিহা

# স্মৃতি তৰ্পণ

## নীলমণি ফুকন

মহাত্মাৰ অসহযোগ আন্দোলনত ছাত্ৰাৱস্থাতে অসমৰ যিসকল ডেকাই যোগদান দিছিল, নিৰ্ভয়ে কাৰাবৰণ কৰিছিল, প্ৰাতঃস্মৰণীয় বিমলাপ্ৰসাদ চলিহা তেওঁলোকৰেই অন্যতম আছিল। সেইদিন ধৰি দেশ স্বাধীন হ'লতো মহাত্মাৰ আদৰ্শৰপৰা চকু আঁতৰাই নিব নোৱাৰা চলিহাদেৱে মহাত্মাৰ আদৰ্শত দেশৰ সকলোপ্ৰকাৰ সংগঠনমূলক কামত আত্মনিয়োগ কৰি, যি আধ্যাত্মিক কৰ্মনিষ্ঠা, দেশসেৱাৰ আনন্দ, সমাজপ্ৰীতি আদি অন্তৰ্মুখী সদ্‌-গুণবিলাক আয়ত্ত কৰিছিল, তাৰ সূক্ষ্ম প্ৰভাৱৰ বলত দেশৰ মন আকৰ্ষণ কৰি, অতৰ্কিতে শেহত সমস্যাবহুল বিপৰীত স্বাৰ্থই, মনোভাবে, পৰিস্থিতিয়ে টনা-আজোৰা কৰা, ছিৰাল ফটা দিয়া দেশখনৰ একেৰাহে পোন্ধৰ-ষোল বছৰ, দেশৰ সকলো 'স্বাৰ্থ'ই বিশ্বাস কৰা, গ্ৰহণ কৰা, অবিসম্বাদী নেতৃত্ব, শেহত ভগ্নস্বাস্থ্যৰ মাজতো, আৰু অন্তৰ্মুখী হৈ বিচলিত হ'ব লগা অৱস্থাতো, অবিচলিত চিত্তেৰে বহন কৰি আসন্ন মৃত্যুৰ কোলাতো, শান্তিৰে, তেওঁৰ প্ৰাণৱন্ত বিশ্বাসৰ নেদেখা কুণ্ঠাহীন বৈকুণ্ঠ প্ৰয়াণ কৰিবলৈ সক্ষম হ'ল। তেওঁৰ মানত মহাত্মাৰ 'একাদশ ব্ৰত' নিত্য-নৈমিত্তিক নিৰম্বু একাদশী ব্ৰত নাছিল। সি 'স্থিত-প্ৰজ্ঞ'ৰ যথাৰ্থ সংযমিত জীৱনৰ আচৰণ আছিল। এই কাৰণে সকলো সময়তে তেওঁৰ স্থৈৰ্য, ধৈৰ্য, সহনশীলতাৰ নীৰৱতাই তেওঁক চলাইছিল, সমালোচনা ক্ষেত্ৰই তেওঁক পিছলাব নোৱাৰিছিল। অথচ সমাজত পিছ পৰি থকা, অৱহেলিত বা বিভিন্ন সামাজিক ব্যৱস্থাৰ মাজত থাকি, বিভিন্ন সম্প্ৰদায়বিলাকৰ অন্তৰ স্পৰ্শ কৰা আচৰণ কৰি, সকলোৰে প্ৰিয়ভাজন হৈ উঠিছিল, আন্তৰিক শ্ৰদ্ধা লাভ কৰিছিল। আটাইতকৈ ডাঙৰ কথা, কোনেও তেওঁক অবিশ্বাস কৰা নাছিল। তেওঁ ক্ষমতা বিচাৰিছিল সেৱাৰ সঁজুলি হিচাপে। নেতৃত্বৰ সৰ্বোচ্চ আসনত অধিষ্ঠিত হৈও, সামাজিক চাৰি-পাটি ভুখৰি-পীৰাতো জনসাধাৰণৰ এজন হৈ বহিব জানিছিল; ওচৰত বহাসকলক গাৰ উম দি সুখ দিছিল।

"বিদ্যা দদাতি বিনয়ং"—এই বচনৰ বিশদ ব্যাখ্যা গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ ঋষিতুল্য শিক্ষাগুৰু ডক্টৰ বাণুৱে চলিহাদেৱৰ নামত এক লাখ

টকাৰ যিটো ট্ৰাষ্ট দিছে, তাতোকৈ কম মূল্যবান নোহোৱা চলিহাদেৱৰ ৰাজহুৱা জীৱনৰ যিটো সুবহ চিত্ৰ আঁকি দেখুৱালে, তাৰ পিচত আমি নিজে তেওঁৰ ৰাজহুৱা জীৱনৰ স্মৰণীয় ঘটনাবিলাক আকৌ দোহাৰিবৰ থল নৰ'ল। আমাৰ স্মৃতি-পটলৈ অহা চলিহাদেৱৰ বংশগত, ব্যক্তিগত, যিবিলাক দেখাতে সৰু-সুৰা ঘটনাৰপৰা তেওঁৰ বহল আৰু উদাৰ অন্তঃকৰণৰ পৰিচয় পোৱা যাব তাকেই এই "স্মৃতি গ্ৰন্থ"ত 'আমাৰ নিজৰ' স্মৃতি তৰ্পণ হিচাপে আগবঢ়াব খুজিছোঁ।

অসমৰ সুপ্ৰসিদ্ধ চলিহা বংশত 'চলিহা চাহাব' আৰু 'কালীবাবু' সম্বন্ধত দদাই-ভতিজা আছিল। প্ৰাতঃস্মৰণীয় ফণীধৰ চলিহা যিদৰে শেন-চকুৰা আছিল, বিমলাপ্ৰসাদৰ পিতৃদেৱতা কালীপ্ৰসাদ চলিহা নিজু কপৌটিৰ দৰে আছিল। ফণীধৰ চলিহা যিদৰে নিজৰ খুটি নেৰা (uncompromising) লোক আছিল, কালীপ্ৰসাদ চলিহা ঠিক তাৰ বিপৰীত আছিল। কাৰো লগত অমত হোৱাতকৈ সহমত হৈ কাম কৰাটোকে শ্ৰেয় বুলি ভাবিছিল। ফণীধৰ চলিহাই যিদৰেঁ সামাজিক কথাত সদায় স্পষ্টবাদী হৈ সময়ত অপ্ৰিয় সমালোচনা কৰি সমাজত একোটা আলোড়ন দিছিল, কালীপ্ৰসাদ চলিহাই, সমাজত প্ৰচলিত ৰীতি-নীতিৰপৰা ৰৰকৈ আঁতৰি যোৱা নাছিল। বিমলা-প্ৰসাদ চলিহাদেৱৰ গাত ফণীধৰ চলিহাৰ ৰাজনৈতিক নেতৃত্ব আৰু নিজ পিতৃ-দেৱতাৰ সামাজিক আচৰণ প্ৰতিফলিত হৈ উঠিছিল। তেওঁৰ মুখত ফণীধৰ চলিহাৰ বাঘৰ গোঁজৰণিটো নাছিল যদিও, হাতোৰাটো এৰা নাছিল। তেওঁ সকলো কথাতে আত্মবিশ্বাসী লোক আছিল। এই আত্মবিশ্বাসৰ আধাৰো আছিল তেওঁৰ আধ্যাত্মিকতা। এই ক্ষেত্ৰত, তেওঁৰ পিতৃদেৱতাই পাৰিবাৰিক-ভাৱে যিবিলাক বাৎসৰিক পূজা-পাতল, গুৰুঘৰলৈ আগবঢ়োৱা সকাম-নিকাম কৰিছিল—সকলোখিনি তেওঁ মানি চলিছিল। এইটো তেওঁৰ বংশগত চৰিত্ৰ-লক্ষণ। এই কথাত আমাৰ মনত পৰিছে, তেওঁৰ অগ্ৰজ, সমানে উদাৰ চৰিত্ৰৰ, মেধাৱী, অমায়িক, প্ৰাতঃস্মৰণীয় তাৰাপ্ৰসাদ চলিহাদেৱে বিলাতৰপৰা অহাৰ পিচত, কথা প্ৰসংগত আমাৰ আগত এদিন কৈছিল, "সময়ৰ নাটনিত অনেক কাম সময়ত কৰি উঠিব নোৱাৰো। তাতে, জানিছেই নহয়, দেউতাই কিছুমান বাৰ্ষিক সকাম-নিকাম কৰি থৈ গ'ল, সেইবিলাক পালন কৰোঁতেও বহু সময় দিব লাগে।" তেওঁৰ যোগ্যতৰ সহোদৰ বিমলাপ্ৰসাদ চলিহাৰো একে কথাই। তেওঁ এই বাৰ্ষিক কামবিলাক সদায় নিষ্ঠাৰে পালন কৰি আহিছিল। মহাত্মা গান্ধীৰ আধ্যাত্মিক প্ৰভাৱত তেওঁ জীৱনৰ প্ৰতি মুহূৰ্ত্তে

প্ৰভাবান্বিত হৈ আছিল যদিও, পৰিয়ালত পূৰ্বৰপৰা চলি অহা ৰীতি-নীতি, ক্ৰিয়া-কাণ্ডও এৰা নাছিল। অথচ এইবিলাক নিত্য-নৈমিত্তিক ক্ৰিয়া-কাণ্ডই তেওঁক "মোক মুচুৰি, মোক মুচুৰি" কৰি তোলা নাছিল। বৰং এইবিলাক ক্ৰিয়া-কাণ্ডৰ ধূপ-ধুনাই তেওঁৰ আধ্যাত্মিক পৰিবেশ আৰু সুগন্ধি কৰি তুলিছিল। তেওঁৰ ধাৰ্মিক নিত্যাচৰণবিলাক প্ৰকৃততে মহাত্মাৰ 'সৰ্বধৰ্ম সমন্বয়ী' আধাৰত প্ৰতিষ্ঠাপিত আছিল। তাত, যথাৰ্থতে আধ্যাত্মিক নিৰ্মল বায়ুৱেই (spiritually ozonised) বলিছিল।

চলিহাদেৱৰ ৰাজনৈতিক জীৱনত আমি দেখিবলৈ পাওঁ যে, চৰিত্ৰক বলিদান দি বা ক্ষমতাৰ হাট্টি-বজাৰত বেচা-কিনা কৰি, তেওঁ নেতৃত্বৰ আসন লাভ কৰা নাছিল। তেওঁৰ নেতৃত্বত কেবাবাৰো দলীয় স্বাৰ্থই তেওঁক খহাবলৈ চেষ্টা কৰিছিল। কিন্তু, তেওঁ অচল-অটল হৈয়েই তাৰ সম্মুখীন হৈছিল, ষড়যন্ত্ৰৰ ওচৰত আঠু লোৱা নাছিল। আমি জানো, যি তেওঁক শেনটো হৈ থপিয়াবলৈ মন কৰি আছে, ওচৰ পালেই ফেঁচাটো হৈ যাব লগাত পৰে। তেওঁৰ ব্যক্তিত্ব হিমালয়ৰ দৰে অচল-অটল, চৰিত্ৰ অন্তঃসলিলা ফল্গুৰ ফটিক ধাৰৰ দৰে নিৰ্মল আছিল। তেওঁ সমস্যাবহুল অসমৰ ৰাজনৈতিক বেতনিত সোমাই বেত আঁজুৰিব লগীয়া হৈছিল। কিন্তু, বেত-কাঁইটে তেওঁক বিন্ধিব পৰা নাছিল। নেতৃত্বৰ ঘাই গুণ বিৰোধী-পক্ষৰ মতামতত প্ৰকৃত নিৰপেক্ষ মনোভাৱ লৈ, শ্ৰদ্ধাৰে, তাতো যুক্তি থাকিব পাৰে, এই বিশ্বাসত নিষ্ঠাৰে শুনাৰ ওপৰত। চলিহাদেৱৰ এই গুণ দাপোণত প্ৰতিফলিত হোৱাৰ দৰে বিৰোধী দলৰ মনত, অন্তৰত সদায় প্ৰতিফলিত হৈছিল। এই কাৰণে যাৰ লগত তেওঁৰ মতান্তৰ ঘটিছিল, মনান্তৰ ঘটা নাছিল। আৰু এটা কথা তেওঁত আমি সদায় লক্ষ্য কৰি আহিছিলোঁ। তেওঁ নিজ সমাজত সদায় অৱহেলিত হৈ অহা সম্প্ৰদায়-বিলাক বা বিভিন্ন সমাজ-ব্যৱস্থাত থকা, জনজাতিৰ দৰে সম্প্ৰদায়বিলাকৰ মনস্তত্ত্ব ভালদৰে বুজিছিল। গতিকে, তেওঁবিলাকৰ সমস্যাবিলাকৰ প্ৰকৃত পৃষ্ঠভূমি (Back-ground) বুজিবলৈ তেওঁ টান পোৱা নাছিল। এই কাৰণে, তেওঁলোকে যেতিয়া খোলা অন্তঃকৰণেৰে মুখেৰে টান মাতও মাতে, তেওঁ মিচিকিয়া হাঁহি মাৰি, সেই মাত কোমল কৰি পেলোৱায়। তেওঁৰ সহানুভূতি-শীলতা ৰাজনৈতিক কষটি পাথৰ আছিল। তেওঁৰ মুখত পৰনিন্দা, পৰচৰ্চাৰ কথা সতকাই নোলায়। মানুহ মাত্ৰেই জীৱনত ভুল-চুক কৰিব পাৰে; এই কথা তেওঁ উদাৰভাৱেৰে গ্ৰহণ কৰিব পাৰিছিল। তেওঁৰ এই মহৎ গুণৰ বাবে

তেওঁৰ আগত কোনেও আনৰ বেয়াটো ঘপৰাই ক'বলৈ সাহ কৰা নাছিল। কাজেই তেনেবিলাক লোকেহে তেওঁৰ আসৈ পোৱা টান বুলি ভাবিছিল। তেওঁৰ চৰিত্ৰ প্ৰকৃততে প্ৰতিফলিত হৈছিল ঘৰুৱা কথোপকথনত। তেতিয়া ল'বাৰ দৰে তেওঁৰ সৰল চিত্ত দাপোণত দেখাৰ দৰে দেখা যায়। খুহুটীয়া কথাৰে সি ৰসাল হৈ উঠে। অকণ অকণ ল'ৰা-ছোৱালীয়েও নিজৰ ভিতৰত লাগ-বান্ধ নোহোৱা কথা কৈ ভাল পায়, তেওঁকো সিহঁতে নিজৰ দৰেই এজন যেন ভাবি কথা কৈ ধেমালি কৰিবলৈ ভাল পায়। তেৰোঁ সেই সময়ত বোধকৰোঁ নিজৰ গাটো সিহঁতৰ দৰেই বুলি ভাবে।

ব্যক্তিগত জীৱনত তেওঁ সমাজক মানিছিল, ধৰ্মই জীৱনৰ ঘাই অৱলম্বন, সহানুভূতিশীলতাই মানৱতাৰ লক্ষণ, ভোঁগতকৈ ত্যাগৰ আনন্দই যথাৰ্থ আনন্দ—ইত্যাদি সকলো প্ৰকাৰ মানৱীয় অনুভূতিৰে তেওঁৰ প্ৰশস্ত হৃদয় কেতিয়াও অশান্ত হোৱা নাছিল। তেওঁ ভাগ্যক মানিছিল। কিন্তু, সেই বুলি ভাগ্যৰ হাতত ভৱিষ্যতক সোধাই দিয়া নাছিল। তেওঁৰ সহিষ্ণুতা আৰু ঈশ্বৰৰ ওপৰত নিৰ্ভৰশীল স্বভাৱে ভাগ্যকো ভাগৰাই তুলিছিল। ভাগ্যই তেওঁক অব্যৱস্থিতচিত্ত কৰি তুলিব পৰা নাছিল। ৰোগশয্যাত যেতিয়া অনেকে, প্ৰতি মুহূৰ্ততে তেওঁক মৰা-শটো যেন দেখিছিল, ফাইলত চহীটো কৰিব পৰা ক্ষমতাও হাতত নোহোৱা হৈছিল, দিল্লীৰ নেতৃত্বইও তেওঁৰ ইস্তফাপত্ৰ গ্ৰহণ নকৰি "গড়গঞা কটাৰী দাবেও কাটিব", এই ভাবত তেওঁক ৰোগশয্যাত থাকিয়েই নেতৃত্ব কৰিবলৈ অনুৰোধ কৰে। দিল্লীৰ প্ৰধান পুৰোহিতেও অনুভৱ কৰিছিল, সেই সময়ত চলিহাদেৱৰ হাতে গন্ধপুষ্প দিবলৈ অক্ষম হ'লেও, ইষ্ট-আৰাধনাৰ জপটো তেওঁৰ অন্তঃকৰণেহে কৰিব পাৰিব। দিল্লীয়ে তেওঁৰ নাড়ীজ্ঞান যথাৰ্থতে ধৰিব পাৰিছিল। সেই সময়ত পৰ্বত-ভৈয়ামৰ কিমান-বিলাক জটিল সমস্যাই দেখা দিছিল, চলিহাদেৱে নগালেণ্ডত শান্তিকামীৰ দলত underground সকলৰো কিদৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ কাম কৰিব পাৰিছিল, আমি সেই বিষয়েও অনেক কথা জানো। অন্ততঃ এৰাৰ কথা নিঃসন্দেহে ক'ব পাৰি, সেইবিলাক সমস্যাৰ জটিলতা নাবাঢ়ি, ক্ৰমে তাৰ প্ৰখৰতা অনেক দূৰ কমি আহিবলৈ ধৰে। এইখিনিতে এষাৰ কথা ক'ব পাৰি, পৰ্বত-ভৈয়ামৰ সমস্যা দিল্লীৰ খাম-খিয়ালত হোৱা সমস্যা—এই কথাও ঠিক্। আমাৰ জনমত আৰু নেতৃত্বইও দিল্লীক বাধা দিব পৰা সাহ-পিত দেখুৱাই কাম কৰিব নোৱাৰিলে —ই পৰ্বত-ভৈয়ামৰ চিৰকাল চলি অহা 'মিতুৰ' জনসাধাৰণৰ সমস্যা নহয়।

এতিয়াও ৰাজনৈতিক কাঁটবিলাক সেই সম্বন্ধই লাহে লাহে মচ্ নিয়াব বুলি বিশ্বাসেৰে ক'ব খোজোঁ। ৰাজনৈতিক বিনিময় বজাৰত (Political Exchange) আৰু কিছু বছৰৰ পিচত, হয়তো সেই সময়ৰ মুদ্ৰাস্ফীতিও, চলিহাক অপ্ৰচলিত মুদ্ৰা বুলি ভাবিব পাৰে, কিন্তু দেশবাসীৰ ওচৰতে বিমলা চলিহা মহাত্মা গান্ধীৰ একনিষ্ঠ শিষ্য, ধৰ্মভীৰু, নীতিপৰায়ণ, সমদৰ্শী সমাজ-সেৱক হিচাপে ভৱিষ্য বংশধৰসকললৈ প্ৰেৰণাৰ উৎস হৈ থাকিব।

এই ছেগতে চলিহাদেৱৰ মহৎ হৃদয়ৰ পৰিচয়, কেইআষাৰমান কথাৰে, ব্যক্তিগত জীৱনত পোৱা উপকাৰ ব্যক্ত কৰি, তেখেতৰ সমকক্ষসকলে, দেশবাসীয়ে দিয়া স্মৃতি তৰ্পণত যোগদান দিবলৈ পাই কৃতাৰ্থ হ'ম। আমি নিজে এবাৰ তেখেতৰ সতে আলাপ-আলোচনা কৰা নেতৃস্থানীয়সকলক এষাৰ কথা কৈছিলোঁ, "তোমালোকে য'তে ত'তে আলহী হিচাপে আমাৰ খোৱা-লোৱা, থকা-মেলাত বিশেষ যত্ন লোৱা সঁচা। তোমালোকৰ সেই কথা আমি মুহি কৰিব নোৱাৰোঁ। কিন্তু, আমাৰ এই বুঢ়া বয়সত গাখীৰ টোপাই প্ৰধান খাদ্য। তাৰ অভাৱ সদায় অনুভৱ কৰি আহিছোঁ। কিন্তু ক্ষমতাত অধিষ্ঠিত তোমালোকে চৰকাৰী ফাৰ্মৰ কৰ্তৃপক্ষক কৈ তিনি-চাৰিসেৰীয়া গাই এজনী নিৰ্ধাৰিত দাম লৈ মোক দিবলৈ কৈ ছুৰিলোঁ। কোনেওতো তাত মন-কাণ নিদিলাহঁক।" গ'ল কথা গুচিল। তাৰ দুমাহমানৰ ভিতৰত শিৱসাগৰৰপৰা তেওঁৰ সহধৰ্মিনীয়ে মোলৈ কাৰ্ড এখন দি জনায়, "ককাদেউতা, তেখেতে মোলৈ চিঠি দিছে, আপুনি আহি যিজনী গাই পচন্দ কৰে, আপোনাক দিবলৈ কৈছে।" সেইমতে গ'লোঁ। তেওঁৰ সহধৰ্মিনীয়ে বলধি যেন প্ৰকাণ্ড গাইজনীকে প্ৰথমে দেখুৱাই ক'লে, "এইজনীয়ে দহসেৰমান গাখীৰ দিয়ে। ইচ্ছা কৰিলে, এইজনীকে নিয়ক।" তেতিয়া আমি ক'লোঁ, "আই, বিমলিয়ে গোহালিৰ গৰুকো তোমালোকৰ সমানে যে প্ৰতিপাল কৰে, এই কথা মোৰ নালাগে অনেকৰ জনাজাত কথা। তেওঁ গোহালিত সোমালেই পোৱালি সমন্বিতে তেওঁৰ গা চেলেকে। গতিকে, সেই অভ্যাসত তাই যদি মোৰ পিঠি চেলেকে, একে চেলেকতে মোৰ সাঁকো ছুডালমান বহল পিঠিখন তেনেই যাব। সেই চেলেকত বিমলিৰ একাল পিঠি গ'লেও, একালেই কুলাখনৰ সমান বহল হৈ থাকিব।" চাৰিসেৰমান দিয়া গাই এজনী আনিলোঁ। তাইয়ে ৭।৮ বছৰ গাখীৰ খুৱাই নিজৰ হাড় পেলালে। তাইয়ো মোক বুঢ়াকালতো একৰকম মাতৃস্তন্য পান কৰোৱালে। এইদৰে উপকাৰ

পোৱাত 'গোপাষ্টমী' একেবাৰে অৰ্থহীন কথা হ'ব নোৱাৰে। গাৱঁত মংগলৰ বাতৰি সুধিলে, "আপোনালোকৰ আশীৰ্বাদত ল'ৰা-দামুৰি ভালেই আছে" বোলা কথাষাৰ নিৰৰ্থক নহয়। অন্য এগৰাকী গৃহিণী হোৱা হ'লে আমি নিজে সেইজনী গাইত চকু দিয়া হ'লে, নিজ পৰিয়ালৰ ল'ৰা-ছোৱালীৰ কথা ভাবি ক'লেহেঁতেন, "নিব পাৰে, কেৱল এটা দোষ আছে, খীৰাবৰ সময়ত লঠিয়ায় আৰু গোহালি চাপিব নোখোজে।" এই ভয় দেখুৱাই শেহত ক'লেহেঁতেন, "নিয়ক, চম্ভালিব পাৰিব।" অৰ্থাৎ এবাৰ উচাপ খাই নানো যে সেই কথা ঠিক্ বুলিহে, পিচৰ বদান্যতা দেখুৱালেহেঁতেন। বিমল চিত্তৰ বিমলাপ্ৰসাদৰ সহধৰ্মিনী অমিয়া আইদেউও যে অমিয়া, এয়ে' তাৰ প্ৰমাণ। মই যিবাৰ মৰামুচা বেমাৰত পৰোঁ, আস্পতালৰপৰা অহাৰ পিচত, তেওঁ মোক চায়হি। তেনেটো বেমাৰৰ পিচত গা কৰিবলৈ হ'লে ভাল পথ্যাদিৰ দৰকাৰ। তেওঁৰ অন্তৰে সেই কথা ধৰিলে। আনহাতে, তেওঁ মোক জনা সকলোজনৰ লগতে জানিছিল যে, মই নীলমণি ( Nilmoney )। তেওঁ এইটোও জানে যে, মই মোৰ স্বভাৱক সদায় কৈ থাকোঁ যে, "খবৰদাৰ, মোৰ লাম-লাকটুৰ মাজত যেন অভাৱ-অনাটনকো আনি সুমুৱাবি।" গতিকে সদৰি হ'লে, জানোচা মোৰ স্বভাৱে মনোকষ্ট পায়, এই আশংকাত, বোধহয় অফিচৰ সকলোৱে গম নোপোৱাকৈ এহেজাৰ টকা বৰ চাহাবে দিবলৈ দি থৈ গ'ল। মোৰ সৰ্বভাৰতীয় আৰু আন্তৰ্জাতিক সাহিত্য, সংস্কৃতিমূলক সভা-সমিতি, সন্মিলনলৈ যাবলৈ যে আন্তৰিক হেপাহ থাকে, টকাৰ অভাৱত মনৰ কথা মনতে মাৰ যায়, এই কথাও তেওঁ সদায় অনুভৱ কৰি আহিছিল। ছুবাৰ তেওঁ চৰকাৰী বাজেটৰপৰা দিবলৈ বাট নাপাই, নিজৰ জেপৰপৰা, এবাৰ মন্ত্ৰীসকলৰ descretionery grantৰপৰা খৰচ বহন কৰে। এইবাবে তেওঁৰ আৰু মন্ত্ৰীসকলৰ ওচৰতো আমি কৃতজ্ঞ। তেওঁৰ ব্যক্তিগত জীৱনৰ এনে উদাহৰণ দিব পৰা অনেক কথা আছে।

আজি প্ৰকাশন পৰিষদৰ সুযোগ্য সম্পাদকৰ আহ্বানত 'স্মৃতিগ্ৰন্থ'ত দেশবাসীৰ লগতে তৰ্পণ দিয়াৰ লগে লগে, ব্যক্তিগত কৃতজ্ঞতাৰ এইচলু তৰ্পণ দিবলৈ পাই কৃতাৰ্থ হ'লোঁ। ৯২ বছৰীয়া বৃদ্ধ এজনেও এই মহান আত্মাৰ স্পৰ্শ পাই আজি ধন্য মানিছে। বিমলি, তুমি দৈহী অৱস্থাতো সকলো কথাতে বিমল বা নিকা আছিলা। অশৰীৰী অৱস্থাতো বৈকুণ্ঠধাম নিশ্চয় পোহৰ কৰি ৰাখিছা। দেশৰ তৰুণ শক্তিক তোমাৰ নিৰ্মল জীৱনৰ আৰ্হিত যেন গঢ়ি তুলিব পাৰে, ইয়াকে অন্তৰীক্ষৰপৰা আশীৰ্বাদ দিয়া। তুমি আজি মৰিও অমৰ।

# বিমলা-তৰ্পণ

## আনন্দচন্দ্ৰ বৰুৱা

বিমলাপ্ৰসাদ চলিহা তেতিয়া কলিকতাত কলেজীয়া ছাত্ৰ। সম্ভ্ৰান্ত বংশৰ চাহ-খেতিয়কৰ ল'ৰা, অলপ আৰামত তৰুণ খৃষ্টিয়ান সভাৰ ( ওৱাই-এম্-চি-এ ) ছাত্ৰাবাসত থাকে। সেই সময়তে কলিকতাত এম-এ পঢ়ি থকা ছাত্ৰ এজনে এদিন চলিহাক লগ পাবলৈ 'গ'ল। ছাত্ৰজনৰ আৰ্থিক অৱস্থা বৰ ভাল নহয়; অতি কষ্টেৰে কলিকতাত পঢ়ি আছিল। চলিহাৰপৰা অলপ অৰ্থ-সাহায্য বিচাৰি ছাত্ৰজন গৈছিল। অতি অমায়িক, নম্ৰ আৰু ভদ্ৰ বচনেৰে বিমলাপ্ৰসাদে বৰ দুখ কৰি ক'লে, "কালি মই ঘৰৰপৰা ২৫০৲ টকাৰ মনিঅৰ্ডাৰ এটা পাই জেপতে লৈ ফুৰিবলৈ গৈছিলোঁ। কেতিয়াবা কোনোবা জেপ লুকাই গোটেইখিনি টকা লৈ গ'ল। বাৰু, ব'বচোন চাওঁ, মোৰ বাকচত আগৰ পইচা কিবা আছেনে।" এইবুলি কৈ তেওঁ ৰূপ পোৰুৰ টকা পালে আৰু আঠাইকেইটা টকা আনি ছাত্ৰজনক দিলেহি। ছাত্ৰজনে টকাকেইটা ল'ব খুজিলে। ক'লে, "আপোনাৰ হাতত পইচা নাই যেতিয়া এইকেইটা মোক দি হাত উদং নকৰিব।" তেতিয়া চলিহাই ক'লে, "মোৰ টকা আকৌ আহিব নহয়। নাহিলেও মই দৰ্কাৰ হ'লে ইয়াৰপৰাই ল'ব পাৰিম। আপোনাৰ প্ৰয়োজন বৰ বেছি। আপুনি এইকিটকা লৈ যাওক আৰু কেতিয়াবা প্ৰয়োজন হ'লে মোক ক'ব। মই একো বেয়া নাপাওঁ।"

এনেকুৱা সহানুভূতিশীল আৰু পৰোপকাৰী গুণৰ বাবেই ৰংপুৰ নগৰত চলিহাৰ পৰিয়ালটোৱে এটা বিশিষ্ট স্থান অধিকাৰ কৰি আছিল। বিমলাপ্ৰসাদ চলিহাৰ দেউতাক স্বৰ্গীয় কালীপ্ৰসাদ চলিহাৰ পৰিবাৰ স্বৰ্গীয়া নিকুঞ্জলতা চলিহা, মণিৰাম দেৱানৰ জীয়েকৰ জীয়েক আছিল। আহোম ৰজাৰ দিনৰে-পৰাই চাৰিঙৰ কাকতী-চলিহাসকলেই আছিল আহোম ৰাজনীতিৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা বিষয়া। দয়-দস্তুৰ, আদব-কায়দা, আচাৰ-ব্যৱহাৰ আদি সকলোতে পুৰণি অসমীয়া সম্ভ্ৰান্ত বংশৰ ৰীতি-নীতি সম্পূৰ্ণভাৱে এখেতসকলৰ ঘৰত চলি আছিল। বিমলাপ্ৰসাদৰ জ্যেষ্ঠ ভ্ৰাতৃ স্বৰ্গীয় তাৰাপ্ৰসাদ চলিহাই বেৰিষ্টাৰী পাছ কৰি আহিও যেনে ধৰণেৰে সৰল-সহজ জীৱন যাপন কৰিছিল,

তাৰপৰাই সকলো মুগ্ধ হৈছিল। তেতিয়া তেখেতসকলৰ ঘৰ দিখৌ নৈ পাৰ হৈয়েই বাওঁফালে থকা ঠাইত আছিল। মই নিজে এবাৰ তেখেতসকলৰ ঘৰত হোৱা বিৰাট দুৰ্গাপূজা দেখিছিলোঁ। ওচৰতে বেজবৰুৱাৰ বংশলৈ মোৰ বাইদেউ পৰিছে। পূজাৰ সময়ত এবাৰ তাত আছিলোঁ। বাইদেউহঁতে মোকো চলিহাৰ ঘৰৰ পূজালৈ লৈ গৈছিল। মানুহৰ সমাগম, সোধ-পোছ আৰু অমায়িক ব্যৱহাৰ কৰা তেখেতসকলৰ ঘৰৰ ল'ৰা-ছোৱালীবিলাক দেখি মোৰ যি শ্ৰদ্ধাৰ ভাব উদয় হৈছিল, সি আজিও মোৰ মনত নতুন হৈয়েই আছে।

শিৱসাগৰত অসম সাহিত্য সভাৰ ত্ৰয়োদশ অধিবেশন বহিছিল ১৯৩১ চনৰ ডিচেম্বৰ মাহত। কালীপ্ৰসাদ চলিহা স্মৃতি-ভৱনতে সেই অধিবেশন বহিছিল। তাত বেজবৰুৱাক 'সাহিত্যৰথী' উপাধি দিয়া হৈছিল। মেলা-চকৰত নতুনকৈ সজা ঘৰলৈ স্বৰ্গীয় তাৰাপ্ৰসাদ চলিহাই বেজবৰুৱা প্ৰমুখ্যে সাহিত্য সভাৰ সকলো প্ৰতিনিধি আৰু স্থানীয় লোকসকলক দ্বিতীয় দিনা পুৱা চাহমেললৈ নিমন্ত্ৰণ কৰিলে। আমি সকলো গৈছিলোঁ। ভুৰি-ভোজনৰ আয়োজন। তাতোকৈ ডাঙৰ কথা, চলিহা পৰিয়ালৰ লোকসকলৰ অভ্যৰ্থনাৰ ৰূপ। ইমান নম্ৰ, মধুৰ আৰু শ্ৰদ্ধাৰ ভাবেৰে সেইদিনা অতিথিসেৱা কৰা হৈছিল, সেই কথা কাহানিও পাহৰিব নোৱাৰি। বিমলাপ্ৰসাদ চলিহা সেই বংশৰে এটি প্ৰদীপ। নিৰ্মল চৰিত্ৰ, উদাৰ হৃদয় আৰু ভদ্ৰ আচৰণ বিমলাপ্ৰসাদে সেই মহৎ পৰিয়ালৰ উত্তৰাধিকাৰ সূত্ৰেই লাভ কৰিছিল।

বিমলাপ্ৰসাদৰ কলেজীয়া শিক্ষা সম্পূৰ্ণ নহ'ল। স্বদেশৰ আহ্বানত দেশপ্ৰাণ বিমলাপ্ৰসাদে গান্ধীৰ আদৰ্শ গ্ৰহণ কৰিলে। নিখিল ভাৰত সুতা-কটা সংঘৰ অসম শাখাৰ তেৱেঁই আছিল প্ৰধান গুৰি ধৰোঁতা। মোৰ মনত আছে, এবাৰ বাৰিষা বোকা-পানীৰে লুতুৰি-পুতুৰি ভৰিৰে বিমলাপ্ৰসাদ চলিহা আমাৰ গাঁও ঢেকীয়াখোৱা ওলাইছিলগৈ। আমাৰ ঘৰৰ ওচৰতে এজন কংগ্ৰেছ কৰ্মী ৺শশধৰ মলীয়া বৰুৱাৰ ঘৰ। ঘৰৰ দুৱাৰ-মুখতে এটা সৰু খেৰৰ ঘৰত কপাহ, ধঁতৰ, টাকুলী, হাতেকটা সূতা, বোৱা খদ্দৰৰ থান আদি। সংঘৰ ফালৰপৰা কপাহ, ধঁতৰ, টাকলী আদি দিয়ে। শিপিনীসকলক কপাহ বিতৰণ কৰি দিয়া হয় আৰু তেওঁবিলাকে সূতা কাটি আনি সেই কেন্দ্ৰৰ পৰিচালক মলীয়া বৰুৱাক দিয়েহি। শিপিনীবিলাকে সূতাকটা বাবদ বানচ পায়। এইদৰে যেতিয়া সূতা সৰহকৈ জমা হয় সেই সূতা আকৌ শিপিনী-



চলিহাৰ পৰিয়াল। একেবাৰে বাওঁফালে শিশু অৱস্থাত চলিহা বহি আছে। মাজত তেওঁৰ মাক।
তেওঁৰ একেবাৰে ডাঙৰজন ককায়েক তাৰাপ্ৰসাদ চলিহা সোঁফালে থিয় দি আছে
আৰু কাষত বহি থকা গৰাকী তেওঁৰ পত্নী শ্ৰীমতী কণকলতা চলিহা



চলিহাৰ শিৱসাগৰৰ বাস-ভৱন


কলিকতাত ছাত্ৰাৱস্থাত চলিহা


কলিকতাত ছাত্ৰাৱস্থাত চলিহা

শিল্পকেন্দ্ৰ কাপোৰ ব'বলৈ দিয়া হয়। বোৱা শেষ হ'লে কাপোৰ আনি কেন্দ্ৰত জমা দিয়ে। তেওঁবিলাকে বোৱনি বেচ পায়। এইদৰে জমা হোৱা কাপোৰবিলি খাদী প্ৰচাৰ বিভাগৰ যোগেদি বিক্ৰী কৰা হয়। বিমলাপ্ৰসাদ চলিহাই এই কাম ইমান আন্তৰিকতাৰে কৰিছিল যে, তেওঁৰ বাবেই গাৱেঁ-ভুঞে খদ্দৰৰ প্ৰচলন বাঢ়ি গৈছিল। মোৰ মনত আছে, এবাৰ হুচৰি গোৱা দাইজে এটা হুচৰি কীৰ্তন গাইছিল:

"গান্ধী নামৰ নৌকাখনি
তিলক নামৰ ব'ঠা,
স্বৰাজ যদি প্ৰাৰ লাগে
হাতে সূতা কাটা।"

বিমলাপ্ৰসাদৰ কাৰ্যাবলী ফঁহিয়াই চালে আমি সুন্দৰকৈ দেখিবলৈ পাওঁ, তেওঁ কৰ্মহে কৰি গৈছিল, ফল আকাঙ্ক্ষা কৰা নাছিল। এফালে তেওঁ যুগমানৱ মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰাণিত, আনফালে তেওঁ আছিল প্ৰাচীন ঐতিহ্য আৰু পৰম্পৰাৰ প্ৰতি সম্পূৰ্ণ আস্থাবান। আমি তেতিয়া যোৰহাটৰ আই-টি-আইত চাকৰি কৰোঁ। বিমলাপ্ৰসাদ চলিহা কংগ্ৰেছ পাৰ্লিয়ামেণ্টেৰী পাৰ্টিৰ চেক্ৰেটাৰী। সেই সময়ত তেওঁৰ মাতৃবিয়োগ হ'ল। এটা চৰকাৰী কামত তেওঁ আই-টি-আইলৈ গৈছিল। সুদা ভৰি, দাঢ়ি-গোঁফেৰে ভোবোকাৰ। বৰতীয়া আহাৰ কৰি সেইদৰেই তেওঁ কৰিবলগীয়া কাম কৰি গৈছিল। ছুটী লৈ ঘৰত বহি থকা নাছিল। ধৰ্ম-কৰ্মৰ প্ৰতি চলিহাৰ গভীৰ আস্থা আছিল। শিলঙত মুখ্যমন্ত্ৰী হৈ থকা কালতো তেখেতে শিলঙত হোৱা প্ৰত্যেকখন দুৰ্গাপূজালৈ গৈ সেৱা-সৎকাৰ কৰি নিৰ্মালি লৈ আহিছিল। সেৱা কৰোঁতে পূজাৰীয়ে কৰাদি অষ্টাংগে প্ৰণিপাত কৰা আমি দেখিছিলোঁ।

ধৰ্মৰ প্ৰতি শ্ৰদ্ধাশীল হোৱাৰ গুৰিত চলিহাৰ তেজত বংশগত পৰম্পৰাৰ প্ৰভাৱ আৰু মহাত্মা গান্ধীৰ আদৰ্শ—দুয়োটাই প্ৰেৰণা যোগাইছিল। গান্ধীৰ ৰাজনীতিৰ ভেঁটিত আছিল প্ৰাচীন ঋষি-মুনিসকলৰ পৱিত্ৰ ভাৰতবৰ্ষখন আৰু প্ৰেৰণাৰ উৎস আছিল গীতা। গান্ধীয়ে নিজেই কৈ গৈছে: "গীতাৰ ভাষাৰে ক'বলৈ হ'লে মই মোৰ বন্ধু আৰু শত্ৰু, সকলোৰে লগত শান্তিৰে বাস কৰিব-লৈহে বিচাৰোঁ। সেই কাৰণে মোৰ স্বদেশপ্ৰেম অনন্ত কালৰ স্বাধীনতা আৰু শান্তিৰ পথত থকা এটা স্তৰ মাথোন।" বিমলাপ্ৰসাদ চলিহাই মহাত্মা

গান্ধীৰ এনে আদৰ্শকে সাৰোগত কৰি ৰাজনৈতিক জীৱন সাফল্যমণ্ডিত কৰিব পাৰিছিল।

স্বাধীনতা লাভ কৰাৰ পিচত যেতিয়া কংগ্ৰেছ চৰকাৰ স্থাপিত হ'ল তেতিয়া নিজ নিজ গুণ আৰু প্ৰতিভা অনুসৰি ৰাজনৈতিক নেতাসকলৰ হাতত শাসনভাৰ পৰিল। বিমলাপ্ৰসাদ থাকিল প্ৰদেশ কংগ্ৰেছ অনুষ্ঠানৰ সচিব হৈ। নিয়াৰিকৈ অনুষ্ঠান পৰিচালনা কৰি চলিহাই কৰ্ম-নৈপুণ্যৰ পৰিচয় দিলে আৰু দলৰ আস্থাভাজন হ'ল। তেৱেঁই এদিন গৈ প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ পদো লাভ কৰিলে। চলিহাই নিজে বিচৰা নাছিল, সহকৰ্মী-সকলেহে তেওঁক সেইখন আসনত বহিবলৈ আগবঢ়াই দিছিল। সেয়ে চলিহাৰ সংগঠনমূলক কৰ্মশক্তিৰ পুৰস্কাৰ স্বৰূপ হৈছিল। স্বাধীনতা আন্দোলনৰ যুগত তেওঁ এজন সক্ৰিয় স্বেচ্ছাসেৱক হৈ যি ত্যাগ স্বীকাৰ কৰিলে, সেয়ে তেওঁক এজন নিপুণ মুক্তিযোদ্ধাত পৰিণত কৰিলে। একেবাৰেই তলৰপৰা আৰম্ভ কৰি কংগ্ৰেছঁৰ নীতিত সম্পূৰ্ণ আস্থা ৰাখি ৰাজনীতিৰ গভীৰ সমস্যা-বিলাকৰ মাজলৈ চলিহা সোমাই গ'ল।

যেতিয়া তেওঁ প্ৰদেশ কংগ্ৰেছৰ সভাপতি হৈ বহিল আৰু দলীয় চৰকাৰক নীতিগতভাৱে সহায় কৰিবলৈ আগবাঢ়িল, তেতিয়াৰপৰাই তেওঁৰ ৰাজনৈতিক গভীৰ জ্ঞানৰ পৰিচয় ৰাইজে পালে। সেই সময়ৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়া যেতিয়া মাদ্ৰাজৰ ৰাজ্যপাল হৈ যাবলগীয়া হ'ল, সেই সময়ত প্ৰতিদ্বন্দ্বিতা নোহোৱাকৈয়ে বিমলাপ্ৰসাদ চলিহা আমাৰ মুখ্য মন্ত্ৰীৰ গাদীলৈ উঠিল। এইটো তেওঁৰ প্ৰাপ্য বুলি সকলো দলৰ লোকে সমৰ্থন কৰিলে। সৰ্বসম্মতভাৱে এখন ৰাজ্যৰ গুৰিয়াল হৈ চলিহাই ১৩ বছৰ কাল যি দক্ষতাৰে বিবিধ সমস্যাপূৰ্ণ আৰু জটিল পৰিস্থিতিৰ মাজতো ধৈৰ্য, সহিষ্ণুতা আৰু কৰ্মশক্তিৰ পৰিচয় দিলে, সেয়ে তেওঁক ভাৰতবৰ্ষৰ ভিতৰত এজন শ্ৰেষ্ঠ ৰাজনীতিবিদ নেতা হিচাপে প্ৰতিষ্ঠিত কৰিলে। যি সময়ত ভাৰতবৰ্ষৰ কেবাখনো ৰাজ্যত মন্ত্ৰীসভাৰ ঘনাই ঘনাই উত্থান-পতন হৈ এটা অস্থিৰ অৱস্থাৰ সৃষ্টি কৰিছিল, সেই সময়তো চলিহা মন্ত্ৰীসভাই অসমত স্থিৰ-ভাৱে শাসনকাৰ্য চলাই আছিল।

মহাত্মা গান্ধীৰ প্ৰকৃত শিষ্য হিচাপে চলিহাই দয়া, ক্ষমা আৰু সহানু-ভূতিৰেহে বিধানসভা পৰিচালনা কৰিছিল। ১৯৬৯ চনত বিধানসভাত যেতিয়া বিৰোধী দলে হুলস্থুল কৰি মাইক ভাঙি সভাঘৰ অভদ্ৰ আচৰণেৰে যুদ্ধক্ষেত্ৰত

পৰিণত কৰিছিল, তেতিয়াও মুখ্যমন্ত্ৰী চলিহাই অসীম ধৈৰ্য আৰু সহিষ্ণুতাৰে সকলো সহ্য কৰি আছিল। ইচ্ছা কৰা হ'লে তেওঁ আইনসংগতভাৱেও প্ৰতিকাৰ কৰিব পাৰিলেহেঁতেন। কিন্তু চলিহাই জানিছিল যে, তেনে কৰিলে বিৰোধীসকলৰ মনত আকৌ প্ৰতিবাদ কৰাৰ জেদ থাকি যাব। সেই কাৰণে তেওঁ পিচদিনা সকলো সদস্যক একেঠাই কৰিলে আৰু এজন জ্ঞান-গম্ভীৰ প্ৰকৃত দেশহিতৈষী নেতা হিচাপে অতি ভদ্ৰ বাক্য আৰু নীতি-বচনেৰে সকলোৰে মনৰপৰা বিৰোধৰ ভাব আঁতৰাই দিলে। বিৰোধী পক্ষই চলিহাৰ স্বদেশপ্ৰেম, মিলনৰ আকাঙ্ক্ষা আৰু বহুজনৰ হিত কামনাৰ পৰিচয় পাই শ্ৰদ্ধাত তলমূৰ কৰিলে।—এজন ৰাজনীতিবিদৰ কাৰণে এই জয় কম কথা নহয়। দৰাচলতে চলিহাক তেওঁৰ ব্যক্তিত্ব আৰু মহৎ চৰিত্ৰৰ বাবে সকলোৱেই অকৃত্ৰিম শ্ৰদ্ধা কৰিছিল।

মুখ্যমন্ত্ৰী হৈ ঠায়ে ঠায়ে ফুৰোঁতে তেওঁ যদি মুক্তি-আন্দোলনৰ কোনোবা পুৰণি কৰ্মীক লগ পাইছিল, তেন্তে তেওঁৰ ওচৰলৈ গৈ দুটা কথা নোসোধাকৈ চলিহা নাহিছিল। মৃত্যুৰ এবছৰ কি দুবছৰৰ আগতে এবাৰ যোৰহাটৰপৰা ঢেকীয়াখোৱা বৰ নামঘৰলৈ গৈছিল। সেই বাটৰ কাষতে ৺শশীধৰ মলীয়া বৰুৱাৰ ঘৰ। মলীয়া বৰুৱা সূতা কটা আৰু খাদী প্ৰচাৰত চলিহাৰ সহকৰ্মী আছিল। ১৯৪২ চনত যোৰহাট জেইলত পুলিচৰ লাঠীৰ মাৰত মলীয়া বৰুৱাৰ মূৰ ফাটি গৈছিল আৰু প্ৰায় ছমাহকাল শয্যাত পৰি থাকিবলগীয়া হৈছিল। স্বদেশৰ কাৰণে জীৱন ঘূণীয়া কৰা মলীয়া বৰুৱাৰ প্ৰতি চলিহাৰ অসীম শ্ৰদ্ধা আছিল। বৰ নামঘৰৰপৰা উলটি আহি মলীয়াৰ পদূলিত গাড়ী ৰখাই মুখ্যমন্ত্ৰী চলিহা মলীয়া বৰুৱাৰ ঘৰলৈ সোমাই গ'ল। খন্তেকপৰ বহি মলীয়া বৰুৱাৰ বিধবা পত্নীক ঘৰৰ কুশল-মংগল আদি সুধি, আহিবৰ সময়ত কিছু অৰ্থ সাহায্য নিজৰ জেপৰপৰা দি আহিল। দুৱাৰমুখৰ সেই ঘৰটো, য'ত এদিন হাতেকটা সূতা, কপাহ, যঁতৰ আদি আছিল—আজি নাই, আৰু নিঃস্বাৰ্থ কৰ্মী মলীয়া বৰুৱাও নাই। অতীতৰ স্মৃতি সুঁৱৰি বিমলাপ্ৰসাদ চলিহাই সেই ঠাইকেৰাত খন্তেক নিমাত হৈ ৰ'ল। বোধহয় অন্তৰৰ শ্ৰদ্ধাৰ্ঘ্য নিমাতভাৱে দি আহিল।

অসুস্থ হৈ পৰি থাকোঁতে অনেক লোক অতীষ্ঠ হৈছিল। কৈছিল, "চলিহাই আৰু এইটো দেহাৰে দেশ চলাব নোৱাৰে। অন্যৰ কাৰণে ঠাইখন এৰি দিয়াহে উচিত।" চলিহাই নিজেও সেই কথা অনুভৱ কৰিছিল। কিন্তু

তেখেতৰ উত্তৰাধিকাৰীজন বাছোঁতে তুমুল প্ৰতিদ্বন্দ্বিতা হৈ অতি শ্ৰদ্ধাৰ কংগ্ৰেছ অনুষ্ঠানটোত কেৰোণ সোমাল বুলি দূৰদৰ্শী চলিহাই জানিছিল। এই কাৰণে তীব্ৰ শৰ-শয্যাৰ দৰে যন্ত্ৰণাদায়ক নৰিয়া-পাটিত পৰি থাকোঁতেও তেওঁ এটা শান্তিপূৰ্ণ উপায় উদ্ভাৱন কৰাৰহে গভীৰ চিন্তা কৰিছিল। যেতিয়া চলিহাই দলৰ মাজত মিলনৰ আকাঙ্ক্ষা গভীৰ হৈ অহা দেখা পালে তেতিয়াহে পদত্যাগ কৰি মুখ্যমন্ত্ৰীৰ গাদীত শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীক বহুৱালে। এয়া তেখেতৰ অন্তিম বেলাৰ স্বদেশহিতৈষিতাৰ যাউতিযুগীয়া পৰিচয়।

অসমীয়া শিক্ষা-সংস্কৃতি আৰু সাহিত্যিকসকলৰ প্ৰতি চলিহাৰ গভীৰ শ্ৰদ্ধা আছিল। যোৰহাটত ৺ৰাধানাথ ফুকন ডাঙৰীয়াক সম্বৰ্ধনা জনোৱা সভালৈ মুখ্যমন্ত্ৰী চলিহা আহি, সভাৰ মাজত শেষলৈকে বহি থাকি, তত্ত্বদৰ্শী দাৰ্শনিক স্বৰ্গীয় ফুকন ডাঙৰীয়াৰ প্ৰতি অকৃত্ৰিম শ্ৰদ্ধাৰ চিন দৰ্শাই গৈছিলহি।

এনে এজন মহানুভৱ, উদাৰ চৰিত্ৰ আৰু সাধু পুৰুষক হেৰুৱাই অসমৰ ৰাজনীতি বহুত দুৰ্বল হ'ল বুলি সকলোৱেই অনুভৱ কৰিছে। ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে নিচেই কম কথাৰে চলিহাৰ মৃত্যুত শোক প্ৰকাশ কৰি কৈছিল, "চলিহাৰ এটি মহৎ গুণ আছিল এয়ে যে, তেওঁ সকলো দলৰে সমানে শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিছিল।"

বিমলাপ্ৰসাদ চলিহাৰ ব্যক্তিত্ব, কৰ্মাৱলী আৰু ত্যাগৰ আদৰ্শই বহুকাললৈ অসমীয়া সমাজক উদ্বুদ্ধ কৰি থাকিব। তেখেতৰ পুণ্যাত্মাই তৃপ্তি লাভ কৰক—বিমলাপ্ৰসাদ অমৰ হৈ আমাৰ জাতীয় জীৱনৰ ইতিহাসত জিলিকি থাকক। এয়া তেওঁৰ পৱিত্ৰ স্মৃতিত তৰ্পণ:

॥ বিমলা-তৰ্পণ ॥

বিমল চৰিত্ৰ তুমি বিমলাপ্ৰসাদ
স্বদেশ-সেৱাৰে দিলা আত্ম-উপহাৰ,
সত্যনিষ্ঠ, প্ৰীতিপূৰ্ণ ভদ্ৰ-আচৰণ
বিকশিত ব্যক্তিত্বৰ আছিল আধাৰ।
ধীৰ-স্থিৰ স্বভাৱেৰে যুধিষ্ঠিৰ ৰূপে
দুৰ্যোগত অসমৰ কৰ্ণধাৰ হৈ,

বাজনীতি, প্ৰেম-প্ৰীতি, সজ্জ-আচৰণ,
একে ঠাই কৰি গ'লা গুৰি ব'ঠা লৈ।
ভাৰতমাতৃৰ মুক্তি-সংগ্ৰামৰ তুমি
অক্লান্ত সৈনিক এটি ভাৰত বিদিত,
গুচি গ'লা এৰি থৈ সেৱাৰ শৰাই
সাধি গ'লা স্বদেশৰ জনতাৰ হিত।
তোমাৰে স্মৃতিত এয়া তৰ্পণৰ জল,
তৃপ্ত হোৱাঁ পুণ্য আত্মা চিৰ-সমুজ্জল॥

# বিমলাপ্ৰসাদ চলিহা ডাঙৰীয়া

## ( মানুহজনক মই যিভাবে জানিছিলোঁ )

### গৌৰীশংকৰ ভট্টাচাৰ্য

দোষে-গুণে মানুহ। বিমলাপ্ৰসাদ চলিহাও তাৰ ব্যতিক্ৰম নাছিল। তথাপি, চলিহা ডাঙৰীয়া বৈচিত্ৰ্যহীন অগণিত লোকৰ মাজত হেৰাই যোৱা বিধৰ লোক নাছিল। তেখেত ক্ষণস্থায়ী ব্যক্তিত্বৰ লোক নাছিল। তেখেত আছিল এজন ক্ষণজন্মা পুৰুষ। অসীমৰ বুকুৰপৰা ওলাই সকলো মানুহৰ নশ্বৰ দেহায়ে জগতত দুদিন বেহা কৰি অনন্তৰ বুকুত লীন হৈ যায়; কিন্তু তাৰ ভিতৰত কিছুমানে ভাস্বৰ চিত্ত-মনেৰে প্ৰদীপ্ত হৈ ভৱিষ্যতৰ কাৰণে কিছুমান উজ্জ্বল দৃষ্টান্ত থৈ যায়। সংসাৰ-যাত্ৰাত তেওঁলোকে সময়-বালিত এনে কিছুমান পথ-প্ৰদৰ্শক খোজ ৰাখি যায়, যিবোৰ সহজে মচা যোৱা বিধৰ নহয় আৰু যাক অনুসৰণ কৰি পিচৰচাম পথিকে সঠিক পথৰ নিৰ্দেশ পায়। এই বিষয়ত বিশেষ অৱদান থকাৰ বাবেই আমি চলিহা ডাঙৰীয়াক শ্ৰদ্ধাৰে সৈতে স্মৰণ কৰোঁ।

এই কথা ঠিক যে জাতীয় নেতা হিচাপে চলিহা ডাঙৰীয়া লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ স্তৰলৈ উঠিব পৰা নাছিল। তেওঁলোক উভয়ে মহাত্মা গান্ধীৰ একনিষ্ঠ শিষ্য আছিল। উভয়ে ভাৰতৰ ঐক্য আৰু সংহতিৰ লগে লগে অসমৰ স্বকীয়া ৰাজনৈতিক ব্যক্তিত্ব সম্পৰ্কে সজাগ আছিল। কিন্তু দূৰদৃষ্টিসম্পন্ন, সৃষ্টিশীল আৰু নিৰ্ভীক অসমৰ নেতা আৰু মুখপাত্ৰ হিচাপে বৰদলৈদেৱে জাতীয় জীৱনৰ সংকটপূৰ্ণ মুহূৰ্ত আৰু সন্ধিক্ষণত যি ইস্পাতসদৃশ দৃঢ়তা আৰু অবিচল মনোবল দেখুৱাব পাৰিছিল, তেখেতৰ পৰৱৰ্তী কোনো এজন মুখ্যমন্ত্ৰীয়ে সেই ঐতিহ্য ৰক্ষা কৰিব নোৱাৰিলে। বৰদলৈ ডাঙৰীয়াৰ বুদ্ধিমত্তা আৰু ৰাজনৈতিক বিচক্ষণতাৰ ফলত পৰ্বতীয়া জিলাসমূহ আৰু উত্তৰ-পূব সীমান্ত অঞ্চলকে ( নেফা ) ধৰি বৃহত্তৰ অসম এটা ৰাজনৈতিক গোট হিচাপে গঢ়ি উঠিব ধৰিছিল। তেখেতৰ মৃত্যুৰ পিচত সেই অসমৰ কেইবাটাও অংগ এটা এটাকৈ খহি পৰিল। চলিহা ডাঙৰীয়াৰ আমোলতে এইবোৰ খহিল যদিও, দৰাচলতে ব্যক্তিগতভাৱে তেখেত তাৰবাবে মূঠেই জগৰীয়া

নহয়। এই দুৰ্ভাগ্যজনক পৰিস্থিতিৰ কাৰণে অদূৰদৰ্শী, অসহনশীল, উন্নাসিকতাপ্ৰৱণ আৰু আত্মম্ভৰী উগ্ৰ অসমীয়া নেতৃবৃন্দই মূলতঃ দায়ী। চলিহা ভাওৰীয়া এই পৰিস্থিতিৰ চিকাৰী নাছিল, হতভাগ্য চিকাৰহে হৈ পৰিছিল। জনগণৰ সহজাত বুদ্ধি আৰু সুস্থ সাধাৰণ জ্ঞানে এই কথা উপলব্ধি কৰিছিল। সেই কাৰণেই ইমান অঘটন ঘটা সত্বেও, কি পৰ্বত কি ভৈয়াম, সকলো অঞ্চলৰ জনগণে তেখেতৰ ওপৰত আস্থা আৰু বিশ্বাস ৰাখিছিল।

চলিহা ভাওৰীয়াই এই কথা ভালদৰে বুজিছিল যে, অসম এখন বিচিত্ৰ দেশ। ইয়াত আৰ্য-অনাৰ্য, দ্ৰাবিড়-চীন, ককেচিয়ান-মংগোলীয়ান, অষ্ট্ৰিক-নিগ্ৰোইড্, হিন্দু-মুছলমান, বৌদ্ধ-খৃষ্টান, অসমীয়া-বঙালী, হিন্দুস্থানী-নেপালী, নানা গোষ্ঠীৰ, নানা কৃষ্টিৰ, নানা ভাষাৰ, নানা সংস্কৃতিৰ অপূৰ্ব সম্মিলন আৰু সমন্বয় ঘটিছে। এতিয়াও দক্ষিণ, পশ্চিম উভয় দিশৰপৰা বহিৰাগতৰ সোঁত অব্যাহতভাৱে চলি আছে। কিন্তু পুৰাকালৰ দৰে আজি আৰু এই নবাগত-সকল খিলঞ্জীয়া লোকসকলৰ লগত সহজে চামিল হৈ নাযায়। তেওঁলোকৰ বহুতেই অসমক মনে-প্ৰাণে স্বদেশ কৰি ল'ব পৰা নাই। তেওঁলোকৰ সৰ্ব-ভাৰতীয় সবল খুটিয়ে সদায় প্ৰৰস্থৰা মনোভাৱক সহায় কৰি অহা বাবে আৰু সংকীৰ্ণ দলীয়-স্বাৰ্থৰ খাতিৰত অসমৰ বুকুতে থকা কোনো কোনো শক্তিয়ে অসমৰ ৰাজনৈতিক ব্যক্তিত্ব আৰু সাংস্কৃতিক ঐক্যৰ প্ৰচেষ্টাক প্ৰাদেশিকতা বা আঞ্চলিকতা আখ্যা দি বিজতৰীয়া মনোভাৱক উচটনি দি অহা কাৰণে, অসমৰ ঐক্য আৰু সংহতি সাংঘাতিকভাৱে ব্যাহত হৈছে। ৰাজ্য-পুনৰ্গঠন কমিছনে ভাৰতৰ বাকী অঞ্চলবোৰত মোটামুটিভাৱে ভাষা-ভিত্তিক ৰাজ্য গঠনৰ ব্যৱস্থা কৰিলে যদিও, অসমৰ ক্ষেত্ৰত তাৰ ব্যতিক্ৰম কৰা হ'ল। অসমীয়া ভাষা ভাৰত-সংবিধানৰ স্বীকৃত চৈধ্যটা প্ৰধান ভাষাৰ ভিতৰত অন্যতম হোৱা সত্বেও, খাচ অসমতে অসমীয়া ভাষা-ভাষীৰ সংখ্যা মুঠ জনসংখ্যাৰ তুলনাত টুলুঙা নাৱেৰে প্ৰবল সোঁতৰ নদী পাৰ হ'বলগীয়া যাত্ৰীৰ দৰে কৰিলে। ধৰ্মীয় বা ভাষাগত সংখ্যালঘুসকলৰ মন যোগাই থাকিব নোৱাৰিলে অসমৰ মুখ্যমন্ত্ৰীত্ব অসম্ভৱ হৈ পৰিল। এই অৱস্থাত পৰি চলিহা ভাওৰীয়াই তেখেতৰ মুখ্যমন্ত্ৰীত্বৰ প্ৰথমছোৱাত অবাঞ্ছিত প্ৰভাৱৰ ওচৰত সেও মানিবলগীয়া হৈছিল। তেখেতে ভাববাবে অসমৰ স্বাৰ্থৰ পৰিপন্থী উচ্চ মূল্য দিবলগীয়া হৈছিল আৰু শেহলৈ—যেতিয়া এই অবাঞ্ছিত প্ৰভাৱবোৰ,

তেখেতৰ দৰে সৎ আৰু দেশপ্ৰেমিক জীৱনৰ কাৰণে অসহনীয় হৈ উঠিল আৰু তাৰ প্ৰতিৰোধ কৰিবলৈ আৰম্ভ কৰিলে, তেতিয়া এসময়ত তেখেতক সমৰ্থন কৰি অহা এই অবাঞ্ছিত প্ৰভাৱবোৰেই কেঁটা সাপৰ দৰে তেখেতৰ বিৰুদ্ধে ফণা তুলি উঠিল আৰু তেখেতৰ শোকাবহ অকালমৃত্যুৰ অন্যতম কাৰণ হ'ল।

চলিহা ডাঙৰীয়াই এই কথা জানিছিল যে, সাধাৰণ ৰাজনীতিকৰ আভা আৰু প্ৰভা খেৰৰ জুইৰ দৰে ক্ষন্তেকীয়া। এনেকুৱা ৰাজনীতিক জীৱনত উন্মাদনা আছে, কিন্তু উপলব্ধি নাই; উচ্ছ্বাস আছে, কিন্তু আনন্দ নাই; ভোগ আছে, কিন্তু তৃপ্তি নাই। জনগণৰ প্ৰতি নিৰ্ভেজাল প্ৰেম আৰু কৰ্তব্য সম্পৰ্কে চৰম উপলব্ধিৰ মাজেদিহে ৰাজনীতিক জীৱনৰ সততা ৰক্ষা পৰে আৰু বৰ্ধিত হয়। তাৰ কাৰণে প্ৰয়োজন সহৃদয়তা, দূৰদৃষ্টি আৰু উচ্চ আদৰ্শ। ব্যক্তিগত স্বাৰ্থৰ ওপৰত জনগণৰ স্বাৰ্থক ঠাই দি কায়মনোবাক্যে যেতিয়া নিজক সেই উচ্চ আদৰ্শত বিলীন কৰি জনসেৱাত নিয়োজিত কৰা হয়, তেতিয়া বৈষ্ণৱী ভাষাত ৰাজনীতিৰ চিত্ত হৈ পৰে পৰম-প্ৰেমৰূপা "যল্লব্ধা পুমান্ হৰ্ষো ভৱতি, তৃপ্তো ভৱতি, মহতো ভৱতি, অমৃতো ভৱতি।" মৃত্যু যাৰ অৱধাৰিত, তেওঁলোকেও জনমানসত অমৃতত্ব পাবলৈ সাধনা কৰে আৰু তাতেই মোক্ষ বিচাৰে। মুক্তিত নিস্পৃহ ভকত বা পৰমহংসৰ স্তৰলৈ উঠাটো ৰাজনীতিকৰ কাৰণে অপৰিহাৰ্য। বহু পৰিমাণে এই গুণবোৰৰ অধিকাৰী হোৱাটোতেই আছিল চলিহা ডাঙৰীয়াৰ মহত্ব।

ক্ষমতাসীন ৰাজনীতিকসকলক বিভ্ৰান্ত, পথচ্যুত আৰু আদৰ্শভ্ৰষ্ট কৰিবলৈ সততে চেষ্টা কৰি থকা এবিধ ভূত আছে। সিহঁত স্তাৱক বা তোষামোদ-কাৰী নামে জনাজাত। চলিহা ডাঙৰীয়াৰ ওচৰে-পাজৰেও এই ভূতৰ দল বিচৰণ কৰিছিল। কুম্ভেলুকাৰ দৰে বগুৱা বাই সিহঁতৰ কিছুমানে তেখেতৰ ৰান্ধনি-ঘৰ পৰ্যন্ত পাইছিলগৈ। যদিও সকলো মহৎ লোকৰ দৰে চলিহা ডাঙৰীয়া নিজৰ সীমাবদ্ধতা সম্পৰ্কে সজাগ আছিল আৰু স্তাৱকৰ অনন্ত বন্দনা সত্বেও প্ৰশাসনিক পৱিত্ৰতা ৰক্ষা কৰিবলৈ সততে চেষ্টা কৰিছিল, তথাপি স্তাৱকবোৰৰ কিছুমানে যে মাজে সময়ে অন্যায় সুবিধা আদায় কৰি লোৱা নাছিল, সেইটো নহয়। তাৰ বাবে চলিহা ডাঙৰীয়া মাজে মাজে তীব্ৰ সমালোচনাৰ সম্মুখীন হ'বলগীয়া হৈছিল। এই স্তাৱকবিলাকৰ বহুতেই যে কৃপাত্ৰ আছিল আৰু চলিহা ডাঙৰীয়াৰ উদাৰতা আৰু বদান্যতাৰ অন্যায়

সুযোগ লৈছিল তাত কোনো সন্দেহ নাই। কিন্তু তাৰ বাবে চলিহা ডাঙৰীয়াক দোষ দিব নোৱাৰি; কাৰণ, তেখেত আছিল ৰাজআলিৰ কাষৰ এজোপা বিৰাট আৰু বিৰল বটবৃক্ষসদৃশ। তেনেকুৱা বৰগছজোপাৰ তলত প্ৰখৰ ৰ'দৰ ছপৰীয়া ভাগৰুৱা পথিকে জিৰণি লয়; সবলপ্ৰাণ গৰখীয়া ল'ৰাবিলাকে পথাৰত গৰু মেলি দি তাৰ ছাঁত খেল-ধেমালি কৰে; নানা মাতৰ, নানা জাতৰ, নানা বিনন্দীয়া ৰঙৰ চৰাই-চিৰিকতিয়ে তাৰ ডাল-পাতত আশ্ৰয় লৈ বিচিত্ৰ সুৰত মন মুহি নিয়া গান গায়। কিন্তু লগে লগে সেই গছৰ খোৰোঙতে বিষধৰ সৰ্পয়ো বাঁহ লয় আৰু কেতিয়াবা সেই গছৰ ডালৰেপৰা কাউৰী-শগুণ আদি চৰায়ে সেই গছৰ তলতে জিৰণি লৈ থকা নিৰীহ আৰু ক্লান্ত পথিক বা সবলপ্ৰাণ গৰখীয়াৰ মূৰতে পুৰিষোৎসৰ্গও কৰে। পথিকে হয়তো নিজৰ ভাগ্যকে ধুষি ভোৰ্ভোৰাই আঁতৰি যায়। গৰখীয়াহঁতে হয়তো বাটলুগুটিৰ সহায়েৰে সেই দুষ্কৰ্মকাৰী চৰাইবিলাকক খেদি আঁতৰাবলৈ বিচাৰে। কিন্তু বাৰে বাৰে খেদা খায়ো সিহঁত আহি আকৌ সেই গছৰ ডালতে বহে আৰু চিৰাচৰিত দুষ্কৰ্মই কৰে। বৰ গছজোপা কিন্তু এই সকলো বিষয়ত নিৰ্বিকাৰ। চলিহা ডাঙৰীয়া অৱশ্যে একেবাৰে নিৰ্বিকাৰ নাছিল। কেতিয়াবা কেতিয়াবা কোনো কোনো শুভাকাঙ্ক্ষীয়ে তেখেতক এই স্তাৱক-বৃন্দৰপৰা আহিব পৰা বিপদ সম্পৰ্কে সকিয়াই দিছিল। চলিহা ডাঙৰীয়াৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া হৈছিল, "সাৰং ততো গ্ৰাহ্যমপাস্য ফল্গু" (পানীখিনি আঁতৰাই গাখীৰখিনি খোৱা)। কিংবদন্তিৰ ৰাজহংসই পানী মিহলোৱা গাখীৰৰপৰা পানীখিনি এৰি গাখীৰখিনি শুহি খোৱাৰ দৰে চলিহা ডাঙৰীয়ায়ো সকলোৰেপৰা সাৰবস্তু গ্ৰহণ কৰিবলৈ প্ৰয়াস কৰিছিল। কোনো কোনো সময়ত এই প্ৰচেষ্টাত তেখেত বিফল হৈছিল আৰু ভুল কৰিছিল আৰু পিচত তাৰ বাবে অনুশোচনা কৰিবলগীয়া হৈছিল। কিন্তু ভুল ধৰা পৰিলে তাক মুক্তকণ্ঠে স্বীকাৰ কৰিবলৈ তেখেতে দ্বিধাবোধ নকৰিছিল। বিধানসভাৰ মজিয়াতে তাৰ অনেক দৃষ্টান্ত পোৱা গৈছিল।

পৰাপক্ষত কাকো টান কথা নকৈছিল যদিও, তোষামোদকাৰীবিলাকৰ প্ৰতি চলিহা ডাঙৰীয়াই কোনো শ্ৰদ্ধাৰ ভাব পোষণ নকৰিছিল। এই প্ৰসংগত এটা কথা আজি মনত পৰিছে। ষ্টেলিনৰ মৃত্যুৰ কেইবাবছৰমো পিচত তেতিয়া ৰাছিয়াত খুব ষ্টেলিন-বিৰোধী জোৱাৰ চলিছে। ষ্টেলিনৰ জীৱনকালত যিবিলাক লোকে ষ্টেলিনৰ ওচৰত ভিজা মেকুৰীৰ দৰে বহি "হয়

হুহু" কৰি আহিল, সেইবিলাকেই আগৰ ষ্টেলিন-বন্দনাৰ ঠাইত এতিয়া ষ্টেলিন-নিন্দাত মুখৰ হৈ উঠিছে। আনকি ষ্টেলিনৰ মৰা-শ'টোকে মান্য ঠাইলৈ টনা-আঁজোৰা কৰি লটি-ঘটি কৰা হৈছে। আমাৰ মাজত এই বিষয়ে হোৱা আলোচনাত চলিহা ডাঙৰীয়াই কৈছিল যে ষ্টেলিনৰ স্খলনৰ কাৰণে এই তোষামোদকাৰীৰ দল কম দায়ী নাছিল। ষ্টেলিনৰ জীৱনকালত সিহঁত ষ্টেলিন-বন্দনাত পঞ্চমুখ আছিল আৰু এতিয়া তেওঁৰ মৰা-শটোকে নগুৰ নাস্তি কৰি নিজৰ নীচতা ঢাকিবলৈ চেষ্টা কৰিছে। অৱশ্যে এই স্তাৱকবিলাকক প্ৰশ্ৰয় দি ষ্টেলিনে নিজেও নিজৰ পতনৰ পথ সুগম কৰিছিল। 'হস্তীৰো পিছলে পাৱ, সজ্জনৰো ভুলে মাৱ।'* বন্দনাৰ প্ৰশ্ৰয়ে আত্মবিশ্বাসক পুৰঠ নকৰি আত্মম্ভৰিতাৰ সৃষ্টি কৰে। প্ৰথম অৱস্থাত তেওঁ বন্দনাবিলাকৰ সাৰশূন্যতা সম্পৰ্কে সজাগ থাকিলেও, ঘঁহি থাকিলে শিল ক্ষয় যোৱাৰ দৰে ক্ৰমে চাগে প্ৰশস্তিবিলাকক সত্য বুলি বিশ্বাস কৰিবলৈ ধৰিছিল আৰু সমালোচনা, আত্ম-সমালোচনাৰ প্ৰয়োজনীয়তাৰ কথা পাহৰি গৈছিল; পিচলৈ হয়তো কোনো সমালোচনা সহ্য কৰিব নোৱাৰা হৈছিলগৈ। ষ্টেলিন সম্পৰ্কে কৰা বিশ্লেষণ নিজৰ ক্ষেত্ৰত চলিহা ডাঙৰীয়াই কিমানদূৰ প্ৰয়োগ কৰিছিল তাৰ মূল্যায়ন কৰিবৰ সময় নৌ হয় এখোন।

ৰাজনীতিক চলিহা ডাঙৰীয়াই ব্যৱসায় হিচাপে বিবেচনা নকৰিছিল; সেৱা হিচাপেহে গ্ৰহণ কৰিছিল। এই গ্ৰহণ অকুণ্ঠ আৰু একাগ্ৰ আছিল। কলিত ৰাজনীতিত লিপ্ত বহুত লোকৰ ভণ্ডামি, দুৰ্নীতি, অদূৰদৰ্শিতা, স্বাৰ্থ-পৰতা আদি দোষৰ কাৰণেই হওক নাইবা নিজে দায়িত্ব গ্ৰহণ কৰিবলৈ আগবাঢ়ি যাবৰ বাবে ভয় কৰা পলায়নবাদী আৰু ড্ৰইং-ৰুমৰ বিপ্লৱী কলম-জীৱীসকলৰ উন্নাসিকতাৰ কাৰণেই হওক, তথাকথিত বুদ্ধিজীৱী শ্ৰেণীৰ মাজত সক্ৰিয় ৰাজনীতিকসকলৰ প্ৰতি বিদ্বেষ আৰু তাচ্ছিল্যৰ ভাব মাজে সময়ে দেখা পোৱা যায়। চলিহা ডাঙৰীয়াই একালে যেনেকৈ ৰাজনীতিক কৰ্মী আৰু নেতাসকলৰ সততা আৰু একাগ্ৰতাৰ ওপৰত গুৰুত্ব দিছিল, ঠিক তেনেকৈ বিচাৰিছিল যে শিক্ষিত আৰু সৎলোকসকল সক্ৰিয় ৰাজনীতিৰপৰা আঁতৰি থাকি দূৰৰপৰা ভেঙুচালি কৰাতকৈ সক্ৰিয় ৰাজনীতিত জপিয়াই পৰি সমাজ-গঠনত সৃষ্টিমূলক অৱদান দিয়া উচিত। তেখেতে এই কথা বুজিছিল যে আজিৰ যুগত মানুহৰ জীৱনত ৰাষ্ট্ৰৰ ভূমিকা অভূতপূৰ্ব, সুদূৰপ্ৰসাৰী আৰু সৰ্বগ্ৰাসী। ৰাষ্ট্ৰযন্ত্ৰ আজি কেৱল আইন-শৃংখলাৰ ধাৰক আৰু বাহকেই নহয়,

ই মানুহৰ জীৱনৰ প্ৰতিটো দিশ আৰু বিষয়ত ব্যাপকভাৱে আৰু দকৈ প্ৰৱেশ কৰিছে। গতিকে ৰাষ্ট্ৰযন্ত্ৰৰ গঠন বা পৰিচালনা সম্পৰ্কে, অৰ্থাৎ ৰাজনীতি সম্পৰ্কে, কোনো শিক্ষিত, সমাজ-সচেতন আৰু সৎ নাগৰিকেই উদাসীন নাইবা বীতশ্ৰদ্ধ হোৱাটো উচিত নহয়। ৰাজনীতি যাতে ব্যাপক গণ-ভিত্তিক হয়, তাৰ বাবে তেখেত সদায় সচেষ্ট আছিল। প্ৰত্যক্ষভাৱে তেখেত কোনো শ্ৰেণী-সংগঠনৰ লগত জড়িত নাছিল যদিও যুৱক, মহিলা, শ্ৰমিক, কৃষক আদি মৌলিক জনগণৰ মাজত সুস্থ আৰু গঠনমূলক ৰাজনীতিৰ প্ৰচাৰ আৰু সংগঠনৰ ওপৰত তেখেতে সদায় গুৰুত্ব দিছিল।

জনগণৰ প্ৰতি চলিহা ডাঙৰীয়াৰ গভীৰ শ্ৰদ্ধা, অগাধ বিশ্বাস আৰু নিৰ্ভেজাল আনুগত্য আছিল। তেখেত আছিল হাড়ে-হিমজুৱে গণতান্ত্ৰিক। প্ৰায় তিনিবছৰ কাল প্ৰশাসন সংস্কাৰ সমিতিত একেলগে কাম কৰি প্ৰশাসক হিচাপে তেখেতক অতি নিবিড়ভাৱে দেখিবৰ আৰু জানিবৰ সুযোগ পাইছিলোঁ। এইটো দেখি আনন্দিত হৈছিলোঁ যে, মুখ্যমন্ত্ৰী হিচাপে আমোলা-তন্ত্ৰৰ গুৰিয়াল হোৱা সত্বেও তেখেত বিধানসভাৰ, অৰ্থাৎ জনগণৰ প্ৰতিনিধি-মণ্ডলীৰ ক্ষমতা আৰু মৰ্যাদাৰ অতন্দ্ৰ প্ৰহৰী আছিল। আমোলাতন্ত্ৰৰ উচ্চ পদাধিকাৰীসকলৰ ভিতৰত কেতিয়াবা কেতিয়াবা বিধানসভাৰ সিদ্ধান্তক উলাই কৰাৰ বা বিধায়কসকলৰ মৰ্যাদাৰ প্ৰতি অৱহেলা বা কটাক্ষ কৰাৰ দৃষ্টান্ত পোৱা যায়। এনেকুৱা দৃষ্টান্ত যেতিয়াই চলিহা ডাঙৰীয়াৰ দৃষ্টিগোচৰ হৈছিল, তেতিয়াই তেখেতে সেই সম্পৰ্কে কঠোৰ ব্যৱস্থা লৈছিল।

ৰাজনীতিক মতাদৰ্শৰ ফালৰপৰা চলিহা ডাঙৰীয়া গান্ধীজীৰ দৰে উদাৰ-নৈতিক আছিল। আধুনিক বৈজ্ঞানিক সমাজতন্ত্ৰক তেখেতে মনে-প্ৰাণে গ্ৰহণ কৰি ল'ব পৰা নাছিল। সমাজতন্ত্ৰ সম্পৰ্কে তেখেতৰ ধাৰণা আছিল ভাৱ-বাদী বা কাল্পনিক। গান্ধীজীৰ দৰে তেখেতেও কৈছিল: "সমাজতন্ত্ৰ এটা বৰ ভাল কথা। মই যিমানদূৰ জানো, সমাজতন্ত্ৰত সমাজৰ সকলো মানুহ সমান, কোনো উচ্চ বা কোনো নীচ নহয়। মানুহৰ শৰীৰত যেনেকৈ মূৰটো ওপৰৰ ফালে থকা কাৰণে উচ্চ আৰু ভৰিৰ পতা তলৰ ফালে থকা কাৰণে নীচ নহয়, সমাজতো তেনেকৈ কোনো উচ্চ বা নীচ নাই; এয়ে সমাজবাদ।" এই 'সমাজবাদ'ত 'শ্ৰেণী' নাই, 'শ্ৰেণী-সংগ্ৰাম' নাই, 'শ্ৰেণীহীন' সমাজো নাই, আছে মাথোন 'শ্ৰেণী-সমন্বয়'।

গান্ধীজীৰ দৰে চলিহা ডাঙৰীয়ায়ো বিশ্বাস কৰিছিল যে, "যেতিয়ালৈকে

ব্যক্তিৰ পূৰ্ণতা নাহে, তেতিয়ালৈকে সমাজৰ পূৰ্ণতাও আহিব নোৱাৰে; কাৰণ, সমাজখন হৈছে ব্যক্তিসকলৰ সমষ্টি মাথোন বা এই ব্যক্তিসকলক লৈয়ে সমাজখন গঠিত হৈছে।" তেখেতৰ ধ্যান-ধাৰণাত ব্যক্তি আৰু সমাজৰ মাজত উৎপাদন-পদ্ধতিৰ ভিত্তিত সৃষ্টি হোৱা 'শ্ৰেণী'ৰ ঠাই নাই। যদিও শ্ৰেণী-সংগ্ৰামক সমাজ-বিৱৰ্তনৰ মূল কথা বুলি চলিহা ডাঙৰীয়াই স্বীকাৰ নকৰিছিল, সমাজ তথা সত্যৰ গতিশীলতা তেখেতে অকুণ্ঠভাৱে স্বীকাৰ কৰিছিল। তেখেতৰ নিজৰ ভাষাত ক'বলৈ গ'লে, "সত্য এটা স্থিৰ কথা নহয়, ই গতিশীল। ই সময়ৰ লগে লগে সত্যৰপৰা সত্যলৈ পম খেদি অনন্ত সত্যৰ পিনে আগবাঢ়ি গৈ আছে। ই সময় আৰু পাৰিপাৰ্শ্বিকতাৰ লগে লগে বেলেগ বেলেগ ৰূপ লয়। ই গতিমান, সেই কাৰণে চকু মুদি থাকিলে সত্য লাভ কৰিব নোৱাৰি। ইয়াক লাভ কৰিবলৈ হ'লে অতি ভাল পন্থাৰেহে লাভ কৰিব পাৰি। এইটো হ'ল যুক্তিৰ কথা।" এই উদ্ধৃতিখিনিৰপৰা চলিহা ডাঙৰীয়াৰ দাৰ্শনিক মতবাদৰ আভাস পোৱা যায়। তেখেতে মাৰ্ক্সীয় দ্বন্দ্বমূলক (বা যুক্তিবাদী) আৰু ঐতিহাসিক বস্তুবাদ পৰ্যন্ত পোৱাগৈ নাছিল যদিও, হেগেলীয় যুক্তিবাদ (বা দ্বন্দ্ববাদ) বিশ্বাস কৰিছিল আৰু টলষ্টয় আৰু গান্ধীজীয়ে দেখুওৱা পথেৰে তাৰ প্ৰয়োগ কৰিবলৈ বিচাৰিছিল। কিন্তু তেখেতে গান্ধীবাদকো গোড়ামিৰ সূত্ৰ হিচাপে গ্ৰহণ কৰা নাছিল। তেখেতৰ নিজৰ ভাষাত ক'বলৈ গ'লে, "গান্ধীজীয়ে হাতত লোৱা কোনো এটা কামকেই গান্ধীবাদ বুলি ব্যাখ্যা কৰিলে ভুল কৰা হ'ব। তেখেতে লোৱা কামবিলাকৰ কোনো এটা কাম সেই সময়ৰ সেই পাৰিপাৰ্শ্বিকতাৰ বাবে হয়তো উপযুক্ত আছিল। কিন্তু সময় আৰু পৰিস্থিতিৰ লগে লগে সেই কাম আজি অনাৱশ্যক হ'ব পাৰে। অলপ কথাতে গান্ধীবাদ ব্যাখ্যা কৰাটো এটা কঠিন কাম। কিন্তু আমাক যদি কোনোবাই সোধে বা কোনোবাই যদি গান্ধীবাদ চমুকৈ ব্যাখ্যা কৰিবলৈ কয়, আমি ক'ম যে সত্য বিচাৰ, সত্য কৰ্ম আৰু সত্য বচন, এই তিনিটা কথাই হ'ল গান্ধীবাদৰ মূল সূত্ৰ। মই গান্ধীবাদ এইদৰেই বুজিছোঁ।"

তেখেতে গান্ধীবাদ এইদৰেই বুজিছিল আৰু নিজৰ জীৱনত সত্য বিচাৰ, সত্য বচন আৰু সত্য কৰ্মক স্থিৰ লক্ষ্য কৰি লৈছিল। তেখেতৰ অকাল বিয়োগত যে কেৱল অসমীয়া বুনিয়াদী অভিজাত সম্প্ৰদায়ৰ উজ্জ্বল জোতিষ্ক এটিহে খহি পৰিল সেইটো নহয়, অসম তথা ভাৰতে এজন নিষ্ঠাবান, উদাৰনৈতিক আৰু গতিশীল সমাজসেৱক আৰু ৰাজনীতিজ্ঞ পুৰুষো হেৰুৱালে।

# অসমৰ তৃতীয় মুখ্যমন্ত্ৰী চলিহা

## বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

চলিহাৰ মৃত্যুৰ সময়ত মই লিখিছিলোঁ, জীৱনৰ কিছুকাল মাথোন তেওঁ ইতিহাসত বাস কৰিছিল। তৎকালিক শ্ৰদ্ধাঞ্জলি হ'লেও তাত কিছু সত্য নোহোৱা নহয়। সন্দেহ নাই যে তেওঁ ১৯২৮ চনৰপৰা ১৯৪২ চনলৈকে, এইছোৱা কালৰ ভিতৰত স্বাধীনতা আন্দোলনত যোগ দি ছবাৰ কাৰাবাস খাটিছিল; মুখ্যমন্ত্ৰী হৈ থকা কালছোৱাতো তেওঁ ভাষা আৰু নগা-সমস্যা সমাধানত আশাশুধীয়াভাৱে লাগিছিল। কিন্তু ইয়াৰ কোনো এটা বিষয়তে তাত্ত্বিক ৰৰঙণি যোগোৱা নাছিল। তেওঁ মাথোন উদাৰ জাতীয়তাবাদৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছিল। তথাপি উদাৰ জাতীয়তাবোধৰ এই বিশিষ্ট প্ৰয়োগ অসমীয়া ৰাজনীতিৰ এক পদক্ষেপ বুলিয়েই ক'ব লাগিব।

তেওঁ গান্ধীবাদী আছিল। আৰম্ভণিতে যেতিয়া তেওঁ গঠনমূলক কৰ্মী আৰু সত্যাগ্ৰহী হিচাপে কাম কৰিছিল, তেতিয়া তেওঁ গাঁও পুনৰগঠনৰ কাৰ্যসূচীৰ প্ৰতি আকৃষ্ট হৈছিল। তেওঁক ঘনিষ্ঠভাৱে জনা দুই-এক লোকৰপৰা তেওঁ বানপানী সাহায্যৰ কামত আশাশুধীয়াকৈ লগা, থিয়েটাৰ-সংগীত আদিৰ প্ৰতি অনুৰাগ দৰ্শোৱা, এটা উন্নত যঁতৰ সজা, বাৰ্ধাত খাদীৰ প্ৰশিক্ষণ লোৱা, সাংবিধানিক ৰাজনীতিত সম্পূৰ্ণভাৱে প্ৰৱেশ কৰাৰ আগতে সদৌ অসম বয়ন সমিতিৰ অসম প্ৰদেশ শাখাৰ সম্পাদকৰ কাম কৰা ( ১৯৪২ চন পৰ্যন্ত ), ১৯৪৬ চনত কিছুকালৰ বাবে সংসদী সচিব হৈ থাকোঁতে চৰকাৰী গ্ৰামোন্নয়ন বিভাগৰ অবৈতনিক অধিকৰ্তাৰ কৰ্মভাৰ লোৱা আৰু ১৯৫২ চনত কংগ্ৰেছ সভাপতি শ্ৰীধেবৰৰ অনুৰোধত পূৰ্বাঞ্চলত সদৌ ভাৰত কংগ্ৰেছ কমিটিৰ সাংগঠনিক কৰ্মসূচীৰ অবৈতনিক প্ৰচাৰকৰ ভাৰ গ্ৰহণ কৰাৰ কথা জানিব পৰা যায়। তেওঁৰ চৰকাৰী জীৱনীতো এইবিলাক কামৰ উল্লেখ আছে। তেওঁৰ যে গান্ধীজীৰ কৰ্মসূচীত আগ্ৰহ আছিল তাক-জেলত ৰচনা কৰা 'গান্ধীবাদ', 'মৌমাখি পালন' আৰু 'কুটীৰ শিল্প' বিষয়ক প্ৰবন্ধবোৰৰপৰাই ধৰিব পাৰি। ১৯৪৭ চনত তেওঁৰ খাদী আৰু গাৱঁলীয়া অৰ্থনীতি সম্পৰ্কীয় দুটি প্ৰবন্ধ প্ৰকাশিত হৈছিল বুলিও জনা গৈছে। ইয়াৰ উপৰিও তেওঁ গান্ধীৰ গুণী শিষ্য

আৰু লিখক কে-এম্ মাচুৱালাৰ 'গান্ধী বিচাৰ-দৰ্শন' (?) গ্ৰন্থখন অসমীয়ালৈ ভাঙি উলিয়াইছিল। দুৰ্ভাগ্যবশতঃ এই গ্ৰন্থখন হেৰাল।

এই তথ্যবোৰে স্পষ্টভাৱে প্ৰমাণ কৰে যে তেওঁ গান্ধীয়া অৰ্থনীতিৰ পুনৰগঠন আৰু সাম্প্ৰদায়িক ঐক্যত বিশ্বাস কৰিছিল। অসম কংগ্ৰেছে এই কৰ্মসূচী হাতত লোৱাৰ ফলত স্বাধীনতাৰ আন্দোলনৰ প্ৰতি জনসাধাৰণৰ আগ্ৰহ বাঢ়িছিল আৰু বিভিন্ন ঠাইত খোলা আশ্ৰমবোৰ স্বাধীনতা আন্দোলন-বোৰৰ কৰ্মী প্ৰশিক্ষণ আৰু ধৰণীস্বৰূপ হৈ পৰিছিল। গান্ধীজীয়ে শান্তিৰ কালত কৰ্মীসকলক গঠনমূলক কামত লাগিবলৈ নিৰ্দেশ দিছিল আৰু পৰাপক্ষত তেওঁলোকক নিৰ্বাচনত নামিবলৈ নিদিছিল। অৱশ্যে সংগ্ৰামৰ সময়ত জেললৈ যোৱাটো তেওঁলোকৰ বাবে পৰম নৈতিক কৰ্তব্য আছিল। স্বৰ্গীয় কৃষ্ণ শৰ্মা, শ্ৰীমতী অমলপ্ৰভা দাস, শ্ৰীৰবীন্দ্ৰনাথ নবিশ, ভুবন দাস, খগেশ্বৰ ভূঞা আদি বহুতেই সাংগঠনিক কৰ্মীস্বৰূপে অসম কংগ্ৰেছৰ মাজত এটি বিশেষ স্থান লাভ কৰি আছিছে। চলিহাই এওঁলোকৰ দৰেই হয়তো শেষলৈকে কাম কৰি থাকিলহেঁতেন। অতি বেছি তেওঁ এজন প্ৰখ্যাত ভূদান নেতা হ'লহেঁতেন। গান্ধীজীৰ অকাল-মৃত্যুৰ পিচত গঠনমূলক কামৰ লগত সক্ৰিয় ৰাজনৈতিক আন্দোলনৰ বিচ্ছেদ ঘটে। তেওঁৰ গঠনমূলক বিপ্লৱৰ ৰূপৰেখাও দুপতীয়াতে নষ্ট পালে। খুব সম্ভৱ এই কাৰণেই চলিহাৰ দৰে কৰ্মীসকলে গঠনমূলক কামৰপৰা মন আঁতৰাই আনি সাংবিধানিক ৰাজনীতিত লগালে।

চলিহাৰ জীৱনত এইবিলাক গঠনমূলক কামে এটা মাত্ৰ উপকাৰ কৰা দেখা যায়। সেইটো হৈছে জনসাধাৰণৰ সংস্পৰ্শ লাভ। তেওঁ ৺কালীপ্ৰসাদ চলিহাৰ ল'ৰা। দেউতাকৰো সমাজসেৱাত বাপ আছিল। শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ এমুঠি ক্ষুদ্ৰ অসমীয়া চাহ-খেতিয়কৰ ভিতৰত দেউতাক লেখৰ মানুহ আছিল। পুতেক বিমলাপ্ৰসাদ কলিকতাৰ কলেজত পঢ়া দিনলৈকে নিজৰ পাৰিবাৰিক সংস্কৃতিৰ প্ৰভাৱত মজি থকা যেন বোধ হয়। তেওঁ চোকা ল'ৰা নাছিল, কিন্তু তেওঁৰ মন ভাবগ্ৰাহী আছিল। কলিকতাৰ ৰাজনীতিত সেই সময়ত সুভাষচন্দ্ৰ বসুৰ প্ৰভাৱ খুব বেছি। বিমলা চলিহাৰ এজন জীৱনীলিখকে তেওঁৰ ওপৰত বসু, গান্ধী আৰু নেহৰুৰ প্ৰভাৱ পৰা বুলি উল্লেখ কৰিছে। কিন্তু বসুৰ চৰমপন্থী কাৰ্যসূচীৰ প্ৰভাৱ চলিহাৰ জীৱনত পৰা যেন নালাগে। গান্ধী-আৰউইন পেক্টৰ পিচৰ বছৰত দেশ জুৰি হোৱা আইন অমান্য আন্দোলনত চলিহাই যোগ দিয়ে। ইয়াৰ পিচত তেওঁ ১৯৪২ চনত

সুলভায় ব্যৱহাৰ কৰে। চলিহা ধৰ্মভীৰু আৰু শান্ত মেজাজৰ লোক আছিল। ব্যাৰিষ্টাৰসকলৰ লগতো তেওঁৰ বিশেষ ঘনিষ্ঠতা আছিল বুলি ক'ব নোৱাৰি। সেই কালত অসম কংগ্ৰেছৰ ভালেমান কৰ্মী ব্যাৰিষ্টাৰ দলৰ প্ৰতি আকৃষ্ট হৈছিল যদিও কাৰ্যক্ষেত্ৰত তেওঁলোক গান্ধীজীৰ প্ৰতিহে বিশেষভাৱে অনুগত আছিল যেন বোধ হয়। চলিহা বাগ্মিতা, জনপ্ৰিয়তা, নেতৃত্ব আৰু সৰ্বভাৰতীয় মৰ্যাদাত তৰুণ ফুকন, নবীন বৰদলৈ আৰু কৃষ্ণ শৰ্মা আদিৰ দৰে জাকত-জিলিকা নাছিল। আনকি, চন্দ্ৰ শৰ্মাৰ 'আগৰণুৱালি'ৰ গুণ, লক্ষীধৰ শৰ্মাৰ যৌক্তিক বিচক্ষণতা আৰু হেম বৰুৱাৰ দৰে শান্ত অথচ দৃঢ় সাংগঠনিক নেতৃত্বৰ শক্তিও তেওঁ দৰ্শোৱা নাছিল। সোণাৰাম দত্তৰ দৰে সামাজিক প্ৰগ্ৰতিশীলতা আৰু দেৱ বৰুৱাৰ দৰে কাব্যিক প্ৰতিভাবো তেওঁৰ অভাৱ আছিল। গতিকে তেওঁৰ ব্যক্তিত্বৰ বিকাশ একেবাৰে নীৰৱ আৰু অন্তৰ্মুখী আছিল। তেওঁক যেতিয়া অসমৰ তৃতীয় মুখ্যমন্ত্ৰী পতাৰ কথা মানুহে শুনিছিল, তেতিয়া তেওঁলোক আচৰিত হৈছিল।

১৯৪৬-৪৭ চনৰ ঘটনাৱলীয়ে কংগ্ৰেছৰ ৰাজনীতিত এটা ডাঙৰ পৰিবৰ্তন আনি দিলে। কংগ্ৰেছ অনুষ্ঠানটো কংগ্ৰেছ চৰকাৰৰ জনসম্পৰ্কৰক্ষী সংঘৰ দৰে হৈ পৰিল। ৰাজনীতিতো গঠনমূলক কৰ্মীতকৈ আই-চি-এছ অফিচাৰৰ প্ৰাধান্য বাঢ়িল। গান্ধীজীৰ গঠনমূলক কৰ্মসূচীৰ ঠাইত পঞ্চবাৰ্ষিকী পৰিকল্পনা প্ৰৱৰ্তন কৰা হ'ল। এই পৰিবৰ্তনৰ লগত চলিহাই নিজকে খাপ খুৱাই ল'বলৈ চেষ্টা কৰিলে। ১৯৪৬ চনত তেওঁ শিৱসাগৰ পশ্চিম সমষ্টিৰপৰা বিধানসভালৈ নিৰ্বাচিত হ'ল। গোপীনাথ বৰদলৈৰ মন্ত্ৰী-সভাত তেওঁ সংসদী সচিব নিযুক্ত হোৱাৰ পিচত গ্ৰামোন্নয়ন আৰু সমবায় দপ্তৰৰ ভাৰ পালে। দায়িত্বভাৰ লৈয়েই তেওঁ কাপোৰৰ সমবায় বেপাৰ আৰম্ভ কৰিবলৈ দিহা কৰিলে। কিন্তু অসমৰ শক্তিশালী বেপাৰী শ্ৰেণীটোৱে তাত হেঙাৰ ধৰিলত এই বেপাৰ ব্যৰ্থ হ'ল। চলিহা অসম ক'অপাৰেটিভ এপেক্স বেংক আৰু অসম সমবায় কুটীৰ শিল্প সমিতিৰো এজন গুৰি ধৰোঁতা আছিল। অসমীয়া মানুহে বেংক আৰু ইন্সিঅ'ৰেন্স কোম্পানী প্ৰতিষ্ঠাত ব্যৰ্থ হোৱাৰ কৰুণ ইতিহাস আজি পৰ্যন্ত কোনেও লিখা নাই; সেইৰকমে চলিহা এইবোৰ চেষ্টাৰ লগতো জড়িত আছিল। (বেংক জাতীয়কৰণ কৰাৰ পিচতো অসমীয়া মানুহৰ মূলধন বঢ়া নাই। এই সমাজত ঔদ্যোগিক আৰু ব্যৱসায়িক মূলধনো নিয়ন্ত্ৰণ কৰে অনা-অসমীয়াই)। চলিহাই অকল এই বিষয়ত বিফল চেষ্টা কৰিছিল

বুলিলে ভুল হ'ব, কাৰণ, আন বহুতো গুণী অসমীয়া নেতাই এই ব্যৱসায়িক আত্মপ্ৰতিষ্ঠাৰ কামত আত্মনিয়োগ কৰিছিল। দুৰ্ভাগ্যবশতঃ সমবায় ব্যৱসায় আৰু সুকীয়া বেংক-ইন্সিঅ'ৰেন্স প্ৰতিষ্ঠাৰ আশা দুপতীয়াতে নষ্ট হ'ল। ইয়াৰ বাবে দায়ী ভাৰতৰ এমুঠি পুঁজিপতি আৰু তেওঁলোকৰ লেমটৌস্বৰূপ অসমৰ এমুঠি ব্যৱসায়ী। স্বাধীনতাই এইৰূপ সুযোগো অসমীয়া মধ্যবিত্তক নিদিলে; ফলত আজিও অসমীয়া পুঁজিপতি বা ব্যৱসায়ীৰ অভাৱ অনুভূত হয়।

এই ব্যৰ্থতাৰ পিচত চলিহাই কিছুদিন গ্ৰামোন্নয়নৰ কামতে লাগি থাকি শেহান্তৰত কংগ্ৰেছৰ সংগঠন-কাৰ্যৰ ভাৰ গ্ৰহণ কৰে। ১৯৫০ চনৰ অক্টোবৰ মাহত তেওঁ অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদক হয়। এই কামত দুবছৰ কাল কটোৱাৰ পিচত তেওঁৰ বাবে এটি নতুন সুযোগ মুকলি হয়। ১৯৫২ চনত সিদ্ধিনাথ শৰ্মাৰ মৃত্যু ঘটাত তেওঁক অসম কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত কৰা হয়। অসম কংগ্ৰেছ ইতিমধ্যে এটি পটু নিৰ্বাচনী ৰাজনৈতিক দলত পৰিণত হয় আৰু লগে লগে চলিহাবো গঠনমূলক কামৰ লগত প্ৰায় সম্পূৰ্ণ বিচ্ছেদ ঘটে। সেই সময়ৰ কংগ্ৰেছ সভাপতি শ্ৰীধেবৰৰ অনুৰোধত তেওঁ পূৰ্বাঞ্চলৰ সাংগঠনিক কামৰ অবৈতনিক প্ৰচাৰক নিযুক্ত হয়। এই নিযুক্তিয়ে ওপৰৰ স্তৰত পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ সংগঠনৰ লগত পৰিচিত হ'বলৈ এটি সুযোগ দিয়ে। ই তেওঁক পূৰ্বাঞ্চলৰ, বিশেষকৈ পৰ্বতৰ অধিবাসীসকলৰ সমস্যাৰ বুজো দিয়ে।

১৯৫২ চনৰ নিৰ্বাচনত তেওঁ প্ৰাৰ্থী হ'ব খোজা নাছিল যদিও কংগ্ৰেছৰ ওপৰ স্তৰত ক্ষমতাৰ অবিয়াঅবি বঢ়াৰ ফলত দলৰ এচাম লোকে চলিহাক ৰাজনীতিলৈ ঘূৰাই আনিবলৈ যত্ন কৰিছিল। সেই সময়ত সংসদী মন্ত্ৰী সুৰেন্দ্ৰ বুঢ়াগোহাঁইৰ মৃত্যু ঘটাত শিৱসাগৰ-লক্ষীমপুৰ সমষ্টিৰপৰা এজন সদস্য বাছিব-লগীয়া হোৱাত তেওঁক প্ৰাৰ্থী কৰা হয় আৰু সময়ত তাৰপৰা সুকলমে নিৰ্বাচিতো হয়। নতুন দিল্লীৰ লোকসভাৰ 'লবি'তেই তেওঁৰ ভৱিষ্যত ভাগ্য নিৰ্ধাৰিত হৈ পৰিল। পণ্ডিত নেহৰুৰ শুভাশীৰ্বাদ পাই তেওঁ ১৯৫৭ চনৰ ২৮ ডিচেম্বৰত অসমৰ মুখ্যমন্ত্ৰীত্বৰ পদত অধিষ্ঠিত হয়। স্বৰ্গীয় গোপীনাথ বৰদলৈৰ পিচত অসমৰ মুখ্যমন্ত্ৰী আছিল শ্ৰীবিষ্ণুৰাম মেধি। তেওঁৰ ৰাজত্ব আৰু জনজাতীয় নীতিত নেহৰু অসন্তুষ্ট হৈ তেওঁক মুখ্যমন্ত্ৰীত্ব পদৰপৰা নি সুদূৰ মাদ্ৰাজত ৰাজ্যপাল কৰেগৈ বুলি এটা কথা সেই সময়ত বৰকৈ চলিছিল। এইটো অনুসন্ধানৰ বিষয়। কিন্তু ধৰপাৰ্থত কংগ্ৰেছৰ ওপৰৰ স্তৰৰ নেতৃবৃন্দৰ মাজত

ঘটা জনতাৰ প্ৰতিদ্বন্দ্বিতাই মেধিৰ ভাগ্য নিধাৰণ কৰিলে যেন অনুমান হয়। যি কি নহওক, মেধি নতুন পদত অধিষ্ঠিত হোৱাৰ পিচত কমকথকী আৰু বিনয়ী চলিহা মুখ্যমন্ত্ৰী পদত বহে। লগে লগে তেওঁ পূৰ্ণোদ্যমে জনতাৰ ৰাজনীতিত সম্পূৰ্ণৰূপে সোমাই পৰে। ই একপ্ৰকাৰ অভিমন্যুৰ বেহু। সোমাই পৰাৰ পিচত তেওঁ আৰু তাৰপৰা ওলাব নোৱাৰা হ'ল। ইয়াৰ পিচত তেওঁ বিধানসভালৈ নিৰ্বাচিত হ'বলগীয়া হ'ল। কিন্তু যি সমষ্টিৰপৰা তেওঁ নিৰ্বাচন বিচাৰিলে সেই সমষ্টিত বিপৰ্যয়ৰ সন্মুখীন হ'বলগীয়া হ'ল। আৰ-চি-পি-আই দল তেতিয়া গুপ্ত আন্দোলনৰ মেৰঘৰৰপৰা ওলাই আহিছে মাত্ৰ আৰু আমগুৰি সমষ্টিটো আছিল সেই দলৰ জনপ্ৰিয় নেতা খগেন্দ্ৰনাথ বৰবৰুৱাৰ কৰ্মক্ষেত্ৰ। বিশেষকৈ আহোম ভোটাৰসকলে তেওঁক সৰ্বান্তঃকৰণে সমৰ্থন কৰিছিল। এইজনা প্ৰতিদ্বন্দ্বীৰ লগত চলিহাই নীতিসন্মতভাৱে নিৰ্বাচনত নামি হাঁহিমুখে পৰাজয় বৰণ কৰে। কিন্তু অসমৰ মুখ্যমন্ত্ৰীৰ পক্ষে এনে অপ্ৰত্যাশিত পৰাজয়ত তেওঁৰ সমৰ্থকসকল চিন্তিত হৈ পৰে। সেই কাৰণে তেওঁলোকে চলিহাক নতুন এটা সমষ্টিৰপৰা উঠিবলৈ সন্মত কৰায় আৰু কাছাৰৰ মুছলমান ভোটাৰ-প্ৰধান অঞ্চল বদৰপুৰৰপৰা নিৰ্বাচিত কৰাই আনে। ইয়াৰ ফলত তেওঁ নতুন দিল্লীৰ চকুত অসমৰ সকলো শ্ৰেণীৰ জনসাধাৰণৰ জনপ্ৰিয় নেতাৰূপে প্ৰতিভাত হ'বলৈ সুযোগ পায়। সেইদিনৰপৰা আৰম্ভ কৰি তেওঁ সুদীৰ্ঘ তেৰ বছৰ কাল অসমৰ মুখ্যমন্ত্ৰীৰূপে কাম চলায়। ইয়াৰ ভিতৰত তেওঁ ১৯৬২ আৰু ১৯৬৭ চনত দুবাৰ নিৰ্বাচনৰ সন্মুখীন হ'বলগীয়া হয়। কিন্তু সৌভাগ্যবশতঃ দুয়োবাৰেই নিজৰ ঘৰুৱা সমষ্টি সোনাৰিৰপৰা সুকলমে বিধানসভালৈ নিৰ্বাচিত হৈ আহিছিল।

মুখ্যমন্ত্ৰী পদত অধিষ্ঠিত হৈ থকা তেৰ বছৰত চলিহাই ব্যক্তিগত সততা আৰু সংখ্যালঘু সম্প্ৰদায়ৰ প্ৰতি অনুকম্পা প্ৰদৰ্শন কৰাৰ কথা সকলোৱেই জানে। ১৯৬০ চনত যেতিয়া অসমীয়া ভাষা ৰাজ্যিক ভাষা কৰাৰ প্ৰশ্ন লৈ বাংলা ভাষা-ভাষী আৰু জনজাতীয় লোকসকলৰ মনত সংশয়ৰ উদয় হয়, তেতিয়া চলিহাই সংখ্যালঘুসকলৰ সন্মতি আদায়ৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰে। ইয়াৰ ফলত অসমীয়া ভাষা-ভাষীসকলে তেওঁৰ নেতৃত্বত সন্দেহ প্ৰকাশ কৰি ভাষা-আন্দোলনৰ গতি তীব্ৰতৰ কৰিবলৈ বাধ্য হয়। শিলঙৰ এটা অসমীয়া-বিৰোধী বিক্ষোভে ফিৰিঙতিৰ দৰে কেউফালে জুই বিয়পাই দিলে আৰু উগ্ৰপন্থীসকলৰ আতিশয্যৰ বাবে অসমীয়া-বঙালীৰ

ৰাজ্যত ঠায়ে ঠায়ে তীব্ৰ বিক্ষোভ আৰু হিংসাৰ উদ্ভৱ হ'ল। চলিহাৰ বিৰোধী লোক বহুত আছিল; কিন্তু তেওঁ নিজেও প্ৰশাসক হিচাপে সময়ত উচিত ব্যৱস্থা ল'ব নোৱাৰিলে। বজিত বৰপূজাৰীৰ সকৰুণ হত্যাৰ পিচত গুৱাহাটীৰপৰা বিভিন্ন ঠাইলৈ অশান্তি বিয়পি পৰে আৰু তাৰ প্ৰতিক্ৰিয়া দেখা দিয়ে কাছাৰত। গুৱাহাটী আৰু কাছাৰত হোৱা গুলীচালনাবোৰে চলিহাৰ গান্ধী-বাদী ভাবমূৰ্তি ম্লান পেলায়; ইয়াৰ পিচত হাওবাঘাট, যোৰহাট, শ্বিলং, কোকৰাঝাৰ আদি ঠাইত বিভিন্ন কাৰণত পুলিচে গুলীচালনা কৰা বাবে বামপন্থী দলবোৰে তেওঁৰ পদত্যাগো দাবী কৰিছিল। এইবিলাক সংকটৰ অৱগ্নে তেওঁ ধৈৰ্যেৰে সন্মুখীন হয়।*

আইন আৰু শৃংখলা ৰক্ষা কৰিবৰ বাবে পুলিচে গুলীচালনাত বাদে আন আন ব্যৱস্থা লোৱাটো উচিত বুলি সেই সময়ত সমগ্ৰ ভাৰতবৰ্ষতে এটি তীব্ৰ জনমত সৃষ্টি হৈছিল। ডঃ ৰামমনোহৰ লোহিয়া আছিল ইয়াৰ প্ৰবক্তা। বিনোবা ভাবেৰ দৰে গান্ধীবাদীয়েও তাত সমৰ্থন আগবঢ়াইছিল। চলিহাই এই প্ৰশ্ন লৈ কিছু চিন্তাত পৰিছিল যেন অনুমান হয়। এবাৰ এই লিখকে তেওঁক সুধিছিল, "আপুনি গান্ধীবাদী। কিন্তু আইন আৰু শৃংখলা ৰক্ষাৰ বাবে আপোনাৰ ৰাজ্যত আঠবাৰ গুলীচালনা কৰিবলগীয়া হৈছে। আপুনি এনেবোৰ কাৰ্য কেনেকৈ সমৰ্থন কৰিছে? আন আন গণতান্ত্ৰিক দেশত পুলিচে এনেকৈ গুলীচালনা কৰা দেখা নাযায়।"

চলিহাই ইয়াৰ উত্তৰত সংক্ষেপে ক'লে, "পণ্ডিত নেহৰুৱে আই-জি-পি-সকলৰ সন্মিলন পাতি এই প্ৰশ্ন আলোচনা কৰিছিল। বৃটিছ পুলিচেও জটিল পৰিস্থিতিত উচিত ব্যৱস্থা নোলোৱাকৈ নোৱাৰে।"

পানী-বৰটোপ, লাঠী, কন্দুৱা-গেছ ব্যৱহাৰৰ দ্বাৰা জানো এনে ধৰণৰ বিক্ষোভ আঁতৰাব নোৱাৰি? পাৰি। জাপানী পুলিচে বিক্ষোভ নিয়ন্ত্ৰণ কৰিবলৈ সকলো প্ৰকাৰৰ চেষ্টা কৰাৰ কথা আমি জানোহক। অসমৰ বা ভাৰতীয় পুলিচে এনে ধৰণৰ প্ৰচেষ্টা কৰাৰ কথা জনা নাযায়। এইবিলাক কথা চলিহায়ো বোধহয় জানিছিল। কিন্তু মুখ্যমন্ত্ৰী হিচাপে তেওঁ আত্মৰক্ষা কৰিবলৈ যোৱাটো একো অস্বাভাৱিক হোৱা নাছিল।

গান্ধীবাদী চলিহা ইতিমধ্যে ৰাজ্যৰ মুখ্যমন্ত্ৰী আৰু এটা ব্যৱস্থাৰ ৰক্ষক হৈ পৰিল। গতিকে তেওঁ হয়তো তেতিয়া বিশুদ্ধ গান্ধীবাদী হিচাপে কাম কৰা অসম্ভৱ। তৃতীয়বাৰ মুখ্যমন্ত্ৰী হওঁতে তেওঁৰ শাসনকালত এনে ধৰণৰ

বিশেষ বিক্ষোভ হোৱা নাছিল। এই সময়তে অৱশ্যে তেল শোধনাগাৰ লৈ এটা বিৰাট সত্যাগ্ৰহ হৈছিল; এই সত্যাগ্ৰহত চৰকাৰী পুলিচৰ ব্যৱহাৰ অতিশয় সংযত আছিল। এই সংযম সম্পূৰ্ণৰূপে বোধগম্য; তাত গান্ধীবাদী নীতিৰ প্ৰশ্ন জড়িত নাছিল। কংগ্ৰেছৰ আভ্যন্তৰীণ ৰাজনৈতিক পৰিস্থিতি আৰু শোধনাগাৰৰ ক্ষেত্ৰত চৰকাৰৰ লগত বিৰোধী-পক্ষৰ সহমতৰ ফলস্বৰূপেই চলিহাই বোধহয় এই মনোভাব গ্ৰহণ কৰিছিল। অৱশ্যে মন কৰিবলগীয়া কথা এয়ে যে তেওঁ এই সময়ৰ এটা প্ৰবন্ধত সামাজিক ৰূপান্তৰৰ বাবে এদল সত্যাগ্ৰহী গঢ়াৰ কল্পনা কৰিছিল।

অসমৰ পৰিকল্পনাৰ ক্ষেত্ৰতো চলিহাৰ প্ৰথম দুটি ৰাজত্বকাল বিশেষ উল্লেখযোগ্য নহয়। তৃতীয় ৰাজত্বকালত চতুৰ্থ পঞ্চবাৰ্ষিকী পৰিকল্পনা আৰম্ভ হোৱাৰ পিচৰেপৰা অসমৰ উদ্যোগীকৰণৰ প্ৰতি অলপ মনোযোগ দিয়া হয়, কিন্তু ইতিমধ্যে চলিহাৰ স্বাস্থ্য পৰি আহে আৰু তেওঁ জীৱনৰ অন্তিম অৱস্থাত ভৰি দিয়েগৈ। লক্ষ্য কৰিবলগীয়া বিষয় হ'ল এয়ে যে চলিহাই লাহে লাহে চৰকাৰী গান্ধীবাদীসকলৰ দৃষ্টিভংগী গ্ৰহণ কৰে আৰু আগৰ গঠনমূলক কাৰ্যসূচীক কেৱল উদ্যোগীকৰণৰ পৰিপূৰক কাম হিচাপে গণ্য কৰিবলৈ লয়।

তৃতীয় ৰাজত্বকালত কংগ্ৰেছত থকা এচাম চৰকাৰী গান্ধীবাদী নেতাৰ লগত ইন্দিৰা গান্ধীৰ সংঘৰ্ষ উপস্থিত হয় আৰু ৰাষ্ট্ৰপতিৰ নিৰ্বাচনত ই প্ৰচণ্ড ৰূপ ধাৰণ কৰে। অৱশেষত ইন্দিৰা গান্ধী আৰু নিজলিংগাপ্পাৰ নেতৃত্বত কংগ্ৰেছখন দুভাগে বিভক্ত হয়। এই বিভাজনৰ সময়ত চলিহাৰ সহানুভূতি আছিল প্ৰাচীন গান্ধীবাদীসকলৰ প্ৰতি। ইন্দিৰা গান্ধীৰ পক্ষৰ ব্যৱহাৰ নিয়মতন্ত্ৰসম্মত নোহোৱা বুলি তেওঁৰ দৃঢ় বিশ্বাস হৈছিল বাবেই তেওঁ হুবা পক্ষৰ ফালে আছিল। শেহত দুয়োপক্ষক একগোট কৰিবৰ বাবেও তেওঁ চেষ্টা চলাইছিল। ইয়াতো বিফল হৈ শেহত তেওঁ যেতিয়া ৰাজ্যৰ স্বাৰ্থত জিকা পক্ষ গ্ৰহণ কৰিলে তেতিয়া তেওঁ মত সলাবলগীয়া হ'ল। এই মত সলনিয়ে অসমত কংগ্ৰেছৰ বিভাজন প্ৰায় বন্ধ কৰিলেই বুলি ক'ব পাৰি। প্ৰকৃতপক্ষে শেষ মুহূৰ্তত কৰা আপোচে তেওঁৰ ৰাজনৈতিক ঋজুতাবে চিনাকি দিয়ে। ৰাষ্ট্ৰ-ক্ষমতাৰ ওপৰত থকা চূড়ান্ত আস্থাৰ ফলতেই এনে ঋজুতাৰ জন্ম হ'ল বুলি ভাবিবৰ থল আছে।

মুখ্যমন্ত্ৰী হৈ থকা কালত সদন, কংগ্ৰেছ দল আৰু প্ৰশাসনৰ দপ্তৰত তেওঁ দৰ্শোৱা দক্ষতা সম্পৰ্কে নানা মুনিৰ নানা মত। স্বভাৱতে তেওঁ নম্ৰ,

অনুতাপী আৰু চতুৰ লোক আছিল। মানুহৰ প্ৰতি তেওঁৰ ব্যক্তিগত আনুগত্য আছিল। সদনৰ ভিতৰত তেওঁ নিজৰ দলৰ সৰহভাগ লোককে অনুগত কৰি ৰাখিব পাৰিছিল আৰু বিদ্ৰোহীসকলক অকামুৰা কৰিবৰ বাবে সমগ্ৰত শব মাৰিব পাৰিছিল। তেওঁৰ একালৰ সমৰ্থক কিন্তু শেহত বিৰোধী হৈ উঠা দেৱকান্ত বৰুৱা আৰু মইনুল হক চৌধুৰীক তেওঁ নিৰাপদ দূৰত্বত ৰাখিছিল। মুখ্যমন্ত্ৰীৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰা বা প্ৰতিদ্বন্দ্বী হ'ব খোজা দেৱেশ্বৰ শৰ্মা, ৺সিদ্ধিনাথ শৰ্মা, বিজয় ভাগৱতী, বিষ্ণুৰাম মেধি আৰু মহেন্দ্ৰমোহন চৌধুৰীক তেওঁ দক্ষতা আৰু বিবেচনা সহকাৰে ঘটুৱাইছিল অথবা বুদ্ধিৰে ৰণৰপৰা বিৰত কৰিছিল। আৰম্ভণিতে তেওঁৰ ফালে আছিল সৰ্বশক্তিমান নেহৰুৰ শুভাশীৰ্বাদ; কিন্তু শেহত ইন্দিৰা গান্ধীৰ লগত তেওঁৰ বিৰোধ ঘটিছিল। এইছোৱা কালত আত্মপক্ষ ৰক্ষা কৰাত তেওঁ বিচক্ষণতা দৰ্শাইছিল। সৌভাগ্যবশতঃ ইন্দিৰা গান্ধীও তেতিয়া সিমান শক্তিশালী হৈ উঠা নাছিল। লোকসভাৰ মধ্যৱৰ্তী-কালীন নিৰ্বাচনৰ আগতেই চলিহাৰ মৃত্যু ঘটে। শেষ কেইবছৰত কংগ্ৰেছ দলৰ ভিতৰত তেওঁ ক্ৰমাৎ ক্ষমতাশালী হৈ উঠিছিল; আৰু ইন্দিৰা গান্ধীয়েও তেওঁক অগ্ৰাহ্য কৰিব পৰা নাছিল।

চলিহাই নিৰ্বাচনী প্ৰতিদ্বন্দ্বিতাত ১৯৫৭ চনত যি উচ্চ ব্যক্তিগত ব্যৱহাৰ দৰ্শাইছিল, সেই ব্যৱহাৰ পিচলৈ ৰাখিব পৰা নাছিল বুলি বহুতৰে ধাৰণা। বিৰোধ যিমানে তীব্ৰ হৈছিল, সিমানে তেওঁৰ ব্যৱহাৰত ছিদ্ৰই দেখা দিছিল বুলি দুই এটা অভিযোগ মই নিজ কাণে শুনিছো। কিন্তু আন আন নেতাৰ দৰে তেওঁ ধনদাতা আৰু ভোট সংগ্ৰাহকৰ ওচৰত সৈমান হোৱা নাছিল বুলিয়েই মোৰ ধাৰণা। প্ৰশাসনকে তেওঁ ব্যাপকভাৱে নিৰ্বাচনত ব্যৱহাৰ কৰিছিল যেন অনুমান নহয়। কিন্তু প্ৰশাসনৰ ক্ষেত্ৰত তেওঁ বিশেষ মৌলিক দক্ষতা দৰ্শাব পৰা নাছিল আৰু সিদ্ধান্ত গ্ৰহণতো খুব খৰ আছিল বুলি ক'ব নোৱাৰি। তেওঁ ৰুগীয়া আছিল আৰু ৰোগৰ বাবে শেহৰফালে কাম খতি কৰিবলগীয়া হৈছিল। কিন্তু তেওঁৰ ব্যক্তিগত সততা আৰু আশা-শুধীয়া মনোভাৱৰ ওপৰত বিষয়াসকলৰ আস্থা আছিল; তেওঁ কথা কম কৈছিল আৰু প্ৰতিশ্ৰুতিও কমকৈ কৰিছিল। নিজৰ দপ্তৰৰ মেজত বহি তেওঁ ভাল পাইছিল আৰু আন মন্ত্ৰীসকলৰ তুলনাত তেওঁৰ ভ্ৰমণৰ খৰচ কম আছিল। কোনো বিষয় খৰচি মাৰি বুজিবৰ বাবে তেওঁ সততে যত্ন কৰিছিল আৰু এবাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে তাক থিতাতে সলনি নকৰিছিল।

আৰু আন বিষয়ৰ কথা নাজানোঁ, কিন্তু জনজাতীয় সমস্যাৰ ক্ষেত্ৰত তেওঁৰ অন্তৰ্দৃষ্টি গভীৰ আছিল। অসম চৰকাৰৰ নেতা হিচাপে এই বিষয়ত গোপীনাথ বৰদলৈৰ সমানেই তেওঁৰ বাপ আছিল; জনজাতীয় স্বায়ত্ত-শাসনৰ আন্দোলন যিমানেই তীব্ৰতৰ হৈ আহিল, সিমানেই চলিহাই বাস্তৱতাক গ্ৰহণ কৰি আপোচৰ মনোভাব দৰ্শালে। কালক্ৰমত নগালেণ্ডৰ পৃথকীকৰণ হৈ গ'ল। খাছী-গাৰোসকলে মেঘালয় পালে। মিজো বিদ্ৰোহেও তেওঁক বিব্ৰত কৰিছিল। তেওঁৰ ৰাজত্বকালতে অসমীয়া মধ্যবিত্তৰ সম্মিলিত বৃহত্তৰ অসম গঢ়াৰ স্বপ্ন থান্‌বান্ হয়। আনকি ব্ৰহ্মপুত্ৰ উপত্যকাতো পৃথক ৰাজ্য গঠনৰ আন্দোলনে মূৰ তুলি উঠে। • জনজাতীয় স্বায়ত্তশাসনৰ লগত বহল অসমৰ ৰাজনৈতিক গাঠনি কিদৰে খাপ খুৱাব পৰা যায়, সেই সম্পৰ্কে কংগ্ৰেছ দলৰ মৌলিক কোনো নীতি নাছিল। ফলত কেন্দ্ৰৰ হেঁচা আৰু জনজাতীয়সকলৰ দাবীৰ ওচৰত চলিহা নমনীয় হ'বলগীয়া হয়। ইয়াৰ ফলত ব্ৰহ্মপুত্ৰ উপত্যকাৰ ৰাজনৈতিক ভৱিষ্যত অনিশ্চিত হৈ পৰিল। নগালেণ্ড গঠন হোৱাৰ পিচত কালক্ৰমত মেঘালয় গঠিত হয়। নেফাও বৰ্তমান অসমৰপৰা বিচ্ছিন্ন হোৱাৰ পথত। এই ব্যৰ্থতাৰ বাবে তেওঁক দায়ী কৰাতকৈ অসম কংগ্ৰেছকে দায়ী কৰিব লাগিব; কাৰণ, আদিৰেপৰা এই দলে জনজাতীয় সমস্যা সমাধানৰ বাবে বিশেষ একো নীতি উদ্ভাৱন কৰা নাছিল।

অসমত আন এটা প্ৰধান সমস্যা হ'ল পমুৱাৰ সমস্যা। যোৱা ১৪০ বছৰমানৰ ভিতৰতে অসমত অনা-অসমীয়া পমুৱাৰ প্ৰব্ৰজন ভয়ানকৰূপে বৃদ্ধি পায়। সময় থাকোঁতেই কংগ্ৰেছ চৰকাৰে ৰাজহ আৰু মাটি-আইন সংশোধন কৰা হ'লে কেতিয়াও অসমৰ মাটি বাহিৰা মানুহৰ হাতলৈ হস্তান্তৰিত নহ'লহেঁতেন। কিন্তু দুৰ্নীতিগ্ৰস্ত ৰাজহ-প্ৰশাসন আৰু পমুৱাৰ ভোটৰ লোভত পমুৱাক মাটি দিবলৈ কুণ্ঠিত নোহোৱা কিছুমান অদূৰদৰ্শী নেতাৰ বাবেই অসমত পমুৱাৰ প্ৰব্ৰজনে ৰাজ্যৰ জনসংখ্যাৰ প্ৰকৃতি বদলাই পেলালে। চলিহাৰ ৰাজত্বকালতো আমি ইয়াক নিয়ন্ত্ৰিত কৰাৰ কোনো বিশেষ চেষ্টা দেখা নাপালোঁ। বৈজ্ঞানিক সমাধান উলিয়াব নোৱাৰা বাবে সমস্যাটোৱে তিনিটা ৰূপ লয়। কেতিয়াবা ই অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ সমস্যা; কেতিয়াবা ই হিন্দু-মুছলমান সমস্যা আৰু কেতিয়াবা ই অসমীয়া-বঙালী সমস্যাৰূপে দেখা দিবলৈ ধৰিলে। প্ৰকৃতপক্ষে ই পমুৱাৰ সমস্যা বা ঔপনিবেশিক অৰ্থনীতিৰ সমস্যা। সেইবকালে চলিহাই ইয়াক প্ৰধানতঃ

নিৰাপত্তাৰ সমস্যা হিচাপে গণ্য কৰি বিদেশী নাগৰিকক বহিষ্কাৰ কৰাত বিশেষ গুৰুত্ব আৰোপ কৰে। কিন্তু অসমত পমুৱাৰ সমস্যা সমাধান কৰিবলৈ হ'লে মাটি, ব্যৱসায়, চাকৰি, এইবিলাকত থলুৱা লোকৰ স্বাৰ্থ সংৰক্ষণ কৰিবলৈ পৰিকল্পনা আৰু ব্যৱস্থাৰ আৱশ্যক। মূলতঃ এই সমস্যা অসমীয়া আৰু ভাৰতীয় জাতীয়তাৰ সমন্বয় সাধনৰ সমস্যা।

যি কি নহওক, নগাসকলৰ হিংস বিদ্ৰোহৰ অৱসান ঘটাই শান্তি আৰু আলাপ-আলোচনা সৃষ্টি কৰাৰ ক্ষেত্ৰত চলিহাই ব্যক্তিগতভাৱে আৰু শান্তি মিশ্যনৰ সদস্য হিচাপে কিছু বৰঙণি যোগাই গ'ল। ১৯৫৩ চনত ছচিয়েলিষ্ট দলৰ বুজনিত নগা নেশ্যনেল কাউন্সিলে অহিংস পন্থাৰে সমস্যা সমাধান কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ১৯৬৪ চন পৰ্যন্ত তেওঁলোকে হিংস বিদ্ৰোহৰ মোহত পৰি এই নীতি কাৰ্যকৰী কৰা নাছিল। চলিহা ১৯৫৩ চনত নগা পাহাৰলৈ গৈছিল আৰু তেতিয়াই নগা নেতাসকলৰ লগত স্থায়ী বন্ধুত্ব গঢ়িছিল। এই বন্ধুত্বৰ পূৰ্ণ সদ্ব্যৱহাৰ কৰি তেওঁ হিংস বিদ্ৰোহত জৰ্জৰিত নগা নেতাসকলক আলোচনাৰ পথলৈ আনিবলৈ চেষ্টা কৰে আৰু আংশিকভাৱে সফলো হয়। আজি পৰ্যন্ত বিদ্ৰোহীসকল পূৰ্ণ বিদ্ৰোহৰ পথলৈ ঘূৰি যোৱা নাই। এই কৃতকাৰ্যতাৰ মূলতে আছিল চলিহাৰ মানৱীয় দৃষ্টিভংগী। তেওঁ এই সমস্যাক মানৱীয় সমস্যা বুলি ধৰিছিল। এই নীতি অৱশ্যে মিজো বিদ্ৰোহী নেতা লালডেঙাৰ ক্ষেত্ৰত কাৰ্যকৰী নহ'ল। লালডেঙাই প্ৰতিশ্ৰুতি ভংগ কৰি অসম চৰকাৰক শ'লঠেকত পেলোৱাত তেওঁ মিজো বিদ্ৰোহ দমন কৰিবলৈ কঠোৰ ব্যৱস্থা গ্ৰহণ কৰে। মিজো পাহাৰত এই কঠোৰ নীতি আজিও বাহাল আছে।

সংখ্যালঘুসকলৰ প্ৰতি থকা চলিহাৰ দৰদৰ প্ৰতিদান দৰ্শাবলৈকে তেওঁৰ মৃত্যুৰ লগে লগে শ্বিলঙৰ আশে-পাশে থকা সকলো শ্ৰেণীৰ লোকে তেওঁৰ ঘৰ ভৰি পৰিছিলহি। তেওঁক খৰি দিবলৈ নিওঁতেও শোভাযাত্ৰাত অসংখ্য জনজাতীয় লোকে যোগ দিছিল। ইয়াৰপৰাই তেওঁৰ জনপ্ৰিয়তাৰ কথা অনুমান কৰিব পৰা যায়।

সাংস্কৃতিক উন্নয়নৰ ক্ষেত্ৰত অসম চৰকাৰৰ আগতেও কোনো স্পষ্ট নীতি নাছিল আৰু আজিও নাই। গতিকে চলিহাৰ ৰাজত্বত লিখক আৰু শিল্পীসকলে বিশেষ পৰিকল্পিত উন্নতিৰ সুযোগ পাইছিল বুলি ক'লে ভুল হ'ব। ষ্টুডিঅ' গঠনৰ ক্ষেত্ৰত তেওঁৰ উৎসাহ অৱশ্যে মন কৰিবলগীয়া। কিন্তু শিল্পী আৰু সাহিত্যিকসকল আৰু সাংস্কৃতিক অনুষ্ঠানবোৰক তেওঁ ব্যক্তিগতভাৱে যথেষ্ট উৎসাহ প্ৰদৰ্শন কৰিছিল।

ওপৰৰ বিৱৰণীৰ মাজত এটা কথা স্পষ্টভাৱে বিবিঙি ওলোৱা নাই। সফলতা-বিফলতাৰ মাজেদি তেৰবছৰ কাল তেওঁ ৰাজ্যৰ নাওখনৰ গুৰি বঠা ধৰিছিল। তেওঁ আশাশুধীয়াভাৱে এই কামত লাগিছিল আৰু দায়িত্ববোধো প্ৰদৰ্শন কৰিছিল। ১৯৬২ চনত চীনা আক্ৰমণৰ সন্মুখীন হওঁতে শান্তিকালৰ ভালেমান বীৰৰ থৰকাছুটি হেবাৰৰ উপক্ৰম হৈছিল। আনকি নেহৰুও বিমৰ্ষ হৈ পৰিছিল। এইখিনি সময়ত ভালেমান মন্ত্ৰী আৰু উচ্চ শ্ৰেণীৰ লোকে অসম ত্যাগ কৰাৰ কথাও ভাবিছিল। চলিহা সেই বিৰল নেতাসকলৰ এজন আছিল, যি ৰাইজৰ লগত থাকি কাম কৰাৰ কথা ভাবিছিল। তেওঁৰ যথেষ্ট মনোবল আছিল। ধৰ্মভীৰু লোক্ হিচাপে তেওঁ সদায় ঈশ্বৰত আস্থা স্থাপন কৰিছিল। ৰোগ হৈ থাকোঁতে বহুতে তেওঁক পদত্যাগ কৰিবলৈ উপদেশ দিছিল। তাৰে কিছুমান উপদেশ স্বাৰ্থপূৰ্ণ আৰু কিছুমান উপদেশ নিঃস্বাৰ্থ আছিল। তেওঁ কি মনোভাব গ্ৰহণ কৰিছিল তাক ক'ব নোৱাৰি। তেওঁৰ মনত এটা গভীৰ স্বদেশপ্ৰীতিও আছিল। বিদেশলৈ চিকিৎসা কৰিবলৈ যাবৰ বাবে অনেকে উপদেশ দিওঁতে তাক তেওঁ সসম্ভ্ৰমে প্ৰত্যাখ্যান কৰি কৈছিল, "আমাৰ দেশতে ভাল ডাক্তৰ আৰু চিকিৎসা ব্যৱস্থা আছে।" পদত্যাগৰ প্ৰশ্নটোও নিশ্চয় তেওঁ এৰাই চলা নাছিল। শেষ অৱস্থাত তেওঁ পদত্যাগ কৰিব খোজোঁতেও কেন্দ্ৰৰ নেতাসকলৰ অনুৰোধত পদত্যাগ নকৰিলে। যেতিয়া পদত্যাগ কৰিবলৈ অনুমতি পায়, তেতিয়া তেওঁৰ মৃত্যুকাল সমাগত।

জনতাৰ ওপৰতো তেওঁৰ আস্থা আছিল। মুখ্যমন্ত্ৰী হৈ থাকোঁতেও তেওঁ সৰল আৰু যথাসম্ভৱ সৎ জীৱন যাপন কৰিছিল। তেওঁৰ ব্যক্তিগত সততাত ৰাজ্যৰ বাহিৰৰ লোকেও আস্থা ৰাখিছিল। তেওঁ কৈছিল, ৰাজনীতিত মানুহে কৰোঁ বুলিলেও সময়ত ভৱা মতে কৰিব নোৱাৰে। এই মনোভাবে তেওঁৰ সততাৰ কথাই প্ৰকাশ কৰে যেন পাওঁ।

তেওঁৰ ব্যক্তিত্ব অন্তৰ্মুখী আছিল। পাৰিবাৰিক সংস্কৃতি আৰু গান্ধীজীৰ ব্যক্তিত্বই তেওঁৰ চৰিত্ৰগঠনত যথেষ্ট প্ৰভাৱ পেলাইছে। ৰাজনীতি, বিশেষকৈ ৰাষ্ট্ৰনীতিত, চাণক্য-সূত্ৰইহে অধিক কাম দিয়ে। সেইবাবে হয়তো তেওঁ অন্তৰ্দ্বন্দ্বতো ভুগিছিল। তেওঁৰ ৰোগৰ উদ্ভৱৰ কাৰণ নিশ্চয় দৈহিক; কিন্তু মানসিক যন্ত্ৰণাই তাক তীব্ৰতৰ কৰি তুলিছিল। তেওঁৰ অকাল মৃত্যুৰ কাৰণ এয়ে নে কি, তাক নাজানোঁ।

আদৰ্শগত দৃষ্টিকোণৰপৰা

# বিমলা চলিহা মানুহজন

**ধৰণীধৰ দাস**

ক্ষমতাৰ ৰাজনীতিয়ে কলুষিত নকৰা নেতা পাবলৈ সঁচাকৈয়ে টান। গান্ধীজীৰ পিচত এই অভাৱ পূৰ্ণৰূপে প্ৰকাশ পোৱা দেখা যায়। এয়েই দেশৰ সংকটৰ একমাত্ৰ কাৰণ। গান্ধীজীয়ে ক্ষমতাৰ ৰাজনীতি তল পেলাই আদৰ্শৰ শক্তি দিছিল আৰু দিছিল দৰিদ্ৰ জনতাৰ সেৱাৰ মাজেদি মানৱতাৰ দীক্ষা। বিমলাপ্ৰসাদ চলিহাই ডেকা বয়সতে গান্ধীজীৰ আশ্ৰমত থাকি এই দীক্ষা গ্ৰহণ কৰিছিল আৰু ইয়েই তেওঁৰ ৰাজনৈতিক জীৱনত নীতিগত দৃঢ়তা আৰু চৰিত্ৰবল দিছিল।

সেয়েহে, তেওঁৰ লগত যেয়ে ঘনিষ্ঠভাৱে মিলিছিল, সেয়ে মুখ্যমন্ত্ৰীৰ আসনত থকা এই মানুহজনৰ মুখত শুনিছিল ক্ষমতাৰ অভিমানৰ পৰিবৰ্তে সৰ্বসাধাৰণ জনতাৰ প্ৰতি দায়িত্ব পালনত অক্ষমতাৰ বেদনা, আদৰ্শগত ক্ৰুটী-বিচ্যুতিৰ কথা। সাধাৰণ গৰীৱ কৰ্মীজনে নিজৰ সুখ-দুখৰ কথা ক'বলৈ তেওঁক পাইছিল এজন নিকটতম সহকৰ্মীৰূপে; তেওঁৰ সহায় বা পৰামৰ্শ বিচাৰি কোনো বিমুখ নহৈছিল। আদৰ্শনিষ্ঠ কৰ্মীৰ প্ৰতি তেওঁৰ অন্তৰত শ্ৰদ্ধাৰ ভাব আছিল আৰু সময় উলিয়াই দীঘলীয়া আলোচনা কৰিছিল। ক্ষমতাৰ ৰাজনীতিয়ে বিপৰ্যস্ত কৰা একোটা সন্ধিক্ষণত যেতিয়া তেওঁক কংগ্ৰেছৰ আদৰ্শবাদ-গান্ধীবাদ-সমাজবাদৰ কথা কোৱা হৈছিল আৰু সঁকিয়াই দিয়া হৈছিল যে ক্ষমতাৰ ৰাজনীতিয়েই কংগ্ৰেছৰ অধঃপতনৰ কাৰণ, আদৰ্শগত নীতি আৰু কামেহে কংগ্ৰেছক উত্থানৰ শক্তি দিব; তেতিয়া তেওঁ নিঃসঙ্কোচে সেয়া মানি লৈছিল আৰু কৈছিল, চৰকাৰী আইন আৰু ক্ষমতাৰ দ্বাৰা তেনে আদৰ্শৰ সমাজ এখন গঢ়া অসম্ভৱ।

স্বাধীনতাৰ পিচৰপৰাই কংগ্ৰেছত ক্ষমতাৰ ৰাজনীতিয়ে প্ৰাধান্য লাভ কৰিবলৈ ধৰিলে; প্ৰথমে দলীয় আৰু পিচলৈ উপদলীয় ক্ষমতাৰ বাবে নেতাসকল ব্যস্ত হৈ পৰিল; আদৰ্শ আৰু আদৰ্শগত কৰ্মীৰ স্থান নোহোৱা হৈ আহিল; বিশেষকৈ স্বাধীনতাৰ পৰৱৰ্তী সাধাৰণ নিৰ্বাচনৰ সময়ৰপৰা কংগ্ৰেছত স্বাৰ্থ

সুবিধাবাদী আৰু অৰ্থৰ যোগান ধৰিব পৰা লোকৰ প্ৰতিপত্তি বাঢ়িল। প্ৰধানমন্ত্ৰী নেহৰুৱে এই বিষয়ে কংগ্ৰেছক সচেতন কৰি দিলে আৰু সমাজ-বাদী লক্ষ্যত দল আৰু দেশক আগুৱাই নিবলৈ ১৯৫১-৫২ চনত নিজে কংগ্ৰেছৰ সভাপতি পদ ল'লে। সাধাৰণ নিৰ্বাচনৰ আগমুহূৰ্তত তেওঁ প্ৰদেশ কংগ্ৰেছৰ সভাপতিসকললৈ এখন গোপন চাৰ্কুলাৰৰ দ্বাৰা জনাই দিলে যে নিৰ্বাচনৰ প্ৰাৰ্থী মনোনয়নত সামন্তবাদী বা পুঁজিবাদী নীতিৰ ন্যস্তস্বাৰ্থ অথবা সাম্প্ৰদায়িকতাবাদী লোকৰ পৰিবৰ্তে সমাজবাদত বিশ্বাসী আৰু সাম্প্ৰদায়িকতা বিৰোধী কৰ্মীৰ কথা বিবেচনা কৰিব লাগিব। সেই সময়ৰ অসম প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক বিমলাপ্ৰসাদ চলিহা। তাৰ আগতে তেওঁ সংসদী সচিব আছিল। আমিয়ে তেওঁক সংগঠনৰ দায়িত্বত লোৱাত অধিক গুৰুত্ব দিছিলোঁ। সমাজবাদত বিশ্বাসী কেজনমান কৰ্মী লগত লৈ নেহৰু চাৰ্কুলাৰৰ ভিত্তিত মনোনয়ন দিয়াৰ সপক্ষে আমি দাবী কৰিলোঁ। কিন্তু নেতাসকলৰ লগত কথা পাতি বুজা গ'ল যে কংগ্ৰেছক সংখ্যাৰ শক্তি লাগে, আদৰ্শৰ শক্তিৰে বাস্তৱ ৰাজনীতি অৰ্থাৎ ক্ষমতাৰ ৰাজনীতি নহয়। নেহৰু চাৰ্কুলাৰ অচল টকাৰ দৰে পৰি থাকিল। চলিহাক লগ ধৰি কোৱা হ'ল যে, নেহৰু চাৰ্কুলাৰৰ বিপৰীতে এই মনোনয়নৰ ধাৰা ন্যস্তস্বাৰ্থ, সুবিধাবাদী আৰু সাম্প্ৰদায়িক মনোভাবৰ লোকসকলৰ বাবে কংগ্ৰেছৰ দুৱাৰ মুকলি কৰা হ'ব। তেওঁক জনোৱা হ'ল, কংগ্ৰেছ সভাপতি নেহৰুৰ ওচৰলৈ গৈ এনে মনোনয়নৰ বিৰুদ্ধে প্ৰতিবাদ কৰা হ'ব। দৰাচলতে, দিল্লীলৈ গৈ নেহৰু আৰু সেই সময়ৰ সাধাৰণ সম্পাদক লালবাহাদুৰ শাস্ত্ৰীক লগ ধৰি মনোনয়ন সম্পৰ্কে আমাৰ মত দাঙি ধৰা হ'ল। চলিহাৰ লগত আলোচনা কৰোঁতে আমাৰ লগত অতি নিখুঁত গান্ধীবাদী কৰ্মী মথুৰা লহকৰো আছিল, যিজনে গান্ধীজীৰ নীতি নিজৰ জীৱনত প্ৰয়োগ কৰিবলৈ গৈ তাৰে দুবছৰ পিচত মৃত্যুবৰণ কৰিছিল। চলিহাই আমাৰ আদৰ্শগত যুক্তি মানি ল'লে, কিন্তু সিদ্ধান্ত দিব নোৱাৰিলে।

সেই সময়ত কংগ্ৰেছ অফিচৰ (পুৰণি ঘৰত) সমুখত গণিব নোৱাৰা মানুহৰ সমাগম—প্ৰাৰ্থী, প্ৰাৰ্থীৰ সমৰ্থক আৰু খবৰ লোৱা মানুহৰ ভীৰ। ৰাতিপুৱাৰপৰা ৰাতি দুপৰলৈ কংগ্ৰেছ অফিচত মনোনয়নৰ ইণ্টাৰভিউ আৰু প্ৰাৰ্থী সম্পৰ্কে আলোচনা। এনে ব্যস্ততাৰ মাজতে এদিন চলিহাই মোক ক'লে, "ব'লক, মথুৰা লহকৰৰ আশ্ৰমলৈ যাওঁ, সভা এখনলৈ মাতি গৈছে।" সেয়ে স্থিৰ হ'ল। পিচদিনা পুৱা চলিহাই তেওঁৰ বেগুনীয়া ৰঙৰ পুৰণি

গাড়ীখন লৈ মোৰ ঘৰৰ সমুখত ৰ'ল। ড্ৰাইভাৰ নিজেই। লহকৰৰ আশ্ৰম বকো পোৱাৰ আগতে ট্ৰাংক ৰোডৰপৰা তিনি মাইলমান উত্তৰে কৰ্কাপাৰা নামৰ অতি পিচপৰা আৰু ভিতৰুৱা গাঁও এখনত। মাটিহীন আৰু গৰীব খেতিয়কসকলক লৈ সমূহীয়া পদ্ধতিত খেতি আৰু অন্যান্য উন্নয়নমূলক কামৰ মাজেদি এই আশ্ৰমখনে সমাজ পৰিবৰ্তনৰ এটা পথ দেখুৱাইছে। কেবাবছৰ ধৰি লহকৰে এই অঞ্চলত ভূমি-বিপ্লৱৰ নেতৃত্ব দিছে। নিজে খেতিয়কৰ লগত হাল বায় আৰু কোৰ মাৰে। কৰ্কাপাৰালৈ যাবলৈ তেতিয়া ট্ৰাঙ্ক ৰোডৰপৰা ৰাস্তা নাই। গাড়ীখন ট্ৰাঙ্ক ৰোডৰ ওপৰতে থকা এটা প্ৰাইমাৰী স্কুল-ঘৰৰ চৌহদত থৈ আমি পথাৰৰ সৰু বাটেৰে আগ বাঢ়িলোঁ। তলত পথাৰৰ পানী, ওপৰত বৰষুণ। আমাৰ হাতত ছাতি নাই। অলপ দূৰ যাওঁতে চলিহা পিছল খাই পৰি গ'ল—ধুতি-চোলা বোকা-পানীৰে লুতুৰি-পুতুৰি হ'ল। অৱস্থা দেখি মই সুধিলোঁ, "উভতিব নেকি?" চলিহাই উত্তৰ দিলে, "সেই ঠাইৰ মানুহে এই বাটেৰেই অহা-যোৱা নকৰে জানো? ব'লক, গৈ থাকোঁ।'

আশ্ৰমৰ কাম-কাজ চাই চলিহাই অতিশয় সন্তোষ পালে। তাৰ পিচত ৰাজহুৱা সভাত উদ্বোধনী ভাষণ দিলে। কেবাহাজাৰো কৃষক ৰাইজৰ শৃংখলা-পূৰ্ণ সমাবেশ। কংগ্ৰেছ অফিচত দেখা সমাগমৰ এটা সম্পূৰ্ণ বিপৰীত পৰিৱেশ। ইয়াত সমূহীয়া উন্নতিৰ সমূহীয়া প্ৰচেষ্টা, সমূহীয়া লক্ষ্য। যি বিধি-ব্যৱস্থা আৰু শ্ৰেণীয়ে তাত বাধা দিছে, তাৰ বিৰুদ্ধে সংগ্ৰামৰ ধ্বনি দিছে আৰু মাজে মাজে ধ্বনি দিছে শোষণহীন, শ্ৰেণীহীন সমাজৰ, গান্ধীজীৰ গ্ৰাম স্বৰাজৰ। এনে পৰিৱেশত চলিহাই দিয়া ভাষণৰ কেটামান কথা আজিও মনত পৰে, আৰু মনত পৰে তেওঁ কেনেকৈ কৈ যাওঁতে নিজেই তাৰদ্বাৰা অনুপ্ৰাণিত হৈছিল। "দেশৰ প্ৰধান আৰু প্ৰকৃত কাম গাৱঁৰ গৰীব কৃষক ৰাইজৰ মাজত, তেওঁলোকৰ শোষণ-মুক্তি আৰু সৰ্বাংগীন উন্নতি—এয়েহে দেশক শক্তি দিব আৰু সকলোকে সুখ-সমৃদ্ধি দিব পৰা এখন নতুন সমাজ সৃষ্টি কৰিব। এই কাম আমি ক্ষমতাত থকাসকলে কৰিব পৰা নাই, আমাৰ মাজতে বিধি-পথালি দিয়া লোক আছে; এই কাম কৰিব মথুৰা লহকৰৰ দৰে শ্ৰেণীহীন, শোষণহীন সমাজৰ আদৰ্শত উদ্বুদ্ধ গৰীব ৰাইজৰ মাজত কাম কৰা কৰ্মীসকলে। শোষণহীন সমাজৰ কাৰণে বৰ্তমান বিধি-ব্যৱস্থাৰ পৰিবৰ্তন অৱশ্যম্ভাবী। শাসন-ক্ষমতাত থকাসকলে এই কামত সহায় কৰিব লাগিব।" আবেলি ৫ বজাত সমূহীয়া জলপান অলপ খাই আশ্ৰম এৰিলোঁ। এয়ে

আমাৰ ছুপৰীয়াৰ আহাৰ হ'ল। বাটত চলিহাই মথুৰা লহকৰৰ কামৰ প্ৰশংসা কৰি বহু কথা ক'লে। সভাত এটা গণনৃত্যত খেতিয়ক ৰাইজৰ ওপৰত মাটিগিৰিৰ শোষণ; চৰকাৰী আইন, বিষয়া আৰু মাটিগিৰিৰফলীয়া নেতাসকলৰ কৃষক-বিৰোধী ভূমিকা আৰু তাৰ বিৰুদ্ধে কৃষক ৰাইজৰ জীৱন-সংগ্ৰামৰ বাস্তৱ ছবি এটা দাঙি ধৰিছিল। মই তাৰে উল্লেখ কৰি ক'লোঁ, লহকৰে এই অঞ্চলত এটা সাংস্কৃতিক-বিপ্লৱ আৰম্ভ কৰিছে। চলিহাই অতি সময়োপযোগী হৈছে বুলি শলাগিলে আৰু মোৰ লগত আলোচনা কৰিলে—কেনেকৈ লহকৰৰ কামত সহায় কৰিব পাৰি।

এনেকৈ চলিহাই ক্ষমতাৰ ৰাজনীতিৰ ব্যস্ততাৰ মাজতো আদৰ্শনিষ্ঠ কৰ্মী আৰু আদৰ্শগত কামৰ ওপৰত অধিক গুৰুত্ব দিছিল। দলৰ সিদ্ধান্তৰ লগত অমিল হ'লেও কৰ্মীৰ আদৰ্শগত সিদ্ধান্ত আৰু কামৰ বিৰোধিতা নকৰি সহায় কৰিছিল। আগেয়ে উল্লেখ কৰা হৈছে যে, আদৰ্শগত কাৰণত ১৯৫২ চনৰ কংগ্ৰেছ মনোনয়নৰ নীতি সম্পৰ্কে আমি কেজনমানে প্ৰতিবাদ কৰিছিলোঁ। চলিহাই তাৰ আদৰ্শগত যুক্তি স্বীকাৰ কৰি মোক অনুৰোধ কৰিলে অসম প্ৰদেশ কংগ্ৰেছৰ প্ৰতিনিধিৰূপে মণিপুৰৰ নিৰ্বাচনৰ দায়িত্ব ল'বলৈ। মোৰ সন্মতিক্ৰমে তেওঁ মোক মণিপুৰলৈ পঠালে।

১৯৫৫ চনৰ আবাদী অধিবেশনলৈকে অসম কংগ্ৰেছত সমাজবাদৰ প্ৰতি বহুতৰে বিৰোধী মনোভাব আছিল আৰু সমাজবাদী কৰ্মীসকলক প্ৰকৃত কংগ্ৰেছী বুলি নধৰিছিল। ১৯৪৯-৫০ চনত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভা এখনত কংগ্ৰেছৰ সংবিধানত সমাজবাদক কংগ্ৰেছৰ লক্ষ্য হিচাপে ঘোষণা কৰাৰ এটা প্ৰস্তাৱ দিলোঁ। সৰহসংখ্যক সদস্যই এই প্ৰস্তাৱটো আলোচনা কৰাৰ তীব্ৰ বিৰোধিতা কৰিলে। এনে বিৰোধিতা সত্বেও সাধাৰণ সম্পাদক হিচাপে চলিহাই প্ৰস্তাৱটো আলোচনাৰ কাৰণে দাঙি ধৰিলে। আলোচনাত দেখা গ'ল, প্ৰস্তাৱটোৰ সপক্ষে মাথো দুজনমান সদস্যই সমৰ্থন জনালে। সমাজবাদ সম্পৰ্কে চৰ্চাৰ অভাৱেই তাৰ কাৰণ আছিল।

কিছুদিনৰ পিচত চলিহাই সমাজবাদ সম্পৰ্কে আলোচনা কৰি মোক ক'লে—বিষয়টো সহজ নহয়, যথেষ্ট অধ্যয়ন আৰু চৰ্চাৰ প্ৰয়োজন। তেওঁ নিজৰ সমাজবাদ সম্পৰ্কে লিখা কিতাপবোৰ নিলে আৰু দুখনমান নতুনকৈ লিখিবলৈ দি ক'লে যে, প্ৰকাশৰ দায়িত্ব তেওঁ ল'ব। সেইমতে তেওঁ প্ৰকাশত সহায় কৰিছিল। তেওঁ বিশেষকৈ আকৃষ্ট হৈছিল গান্ধীজীয়ে সমাজবাদৰ

মৌলিক সিদ্ধান্তসমূহ সমৰ্থন কৰি দিয়া যুক্তিবোধৰ প্ৰতি। চলিহাই আচলতে গান্ধীবাদত বিশ্বাস কৰিছিল আৰু তাৰ নৈতিক আৰু গঠনমূলক কালটোৰ ওপৰত গুৰুত্ব দিছিল। তেওঁ গান্ধী আদৰ্শত কাম কৰা এজন গঠনমূলক কৰ্মী হিচাপে জীৱন আৰম্ভ কৰিছিল। গঠনমূলক কৰ্মীৰ প্ৰধান মূলধন নৈতিক শক্তি আৰু জনসেৱা। এয়ে চলিহাক একোটা ৰাজনৈতিক সংকটত অনমনীয় দৃঢ়তাৰে থিয় দিয়াৰ শক্তি দিছিল আৰু দুৰ্নীতিৰ বিৰুদ্ধে থিয় দিয়াৰ মনোবল দিছিল।

ইয়াত দুই-এটা দৃষ্টান্তৰ দ্বাৰা দেখুওৱা হ'ল কেনেকৈ ক্ষমতাৰ ৰাজনীতিত থাকিও চলিহাই কৰ্মীসকলৰ আদৰ্শগত কামত সহায় কৰিছিল। এনে আৰু বহু কথা আছে, যাৰ দ্বাৰা চলিহাৰ ভিতৰত থকা আদৰ্শগত মানুহজনৰ পৰিচয় পোৱা গৈছিল।

# চলিহা ডাঙৰীয়া

**ফণী বৰা**

বিমলাপ্ৰসাদ চলিহাদেৱক মই সম্বোধন কৰিছিলোঁ "চলিহা ডাঙৰীয়া" বুলি। কাৰণ, তেখেতক মোৰ মানত আহোম ৰজাৰ ৰাজসভাৰ ডাঙৰীয়া এজন যেনেই লাগিছিল। ঐতিহ্যপূৰ্ণ অসমীয়া আভিজাত্যৰ তেখেত আছিল প্ৰতীকস্বৰূপ। নতুন অভিজাত ভদ্ৰলোকসকলৰ লগত তেখেতৰ আভিজাত্যৰ পাৰ্থক্য মোৰ চকুত স্পষ্টভাৱে ধৰা পৰিছিল। চলিহা আছিল এগৰাকী সম্ভ্ৰান্ত সজ্জন, যাক ইংৰাজীত কোৱা যায় a gentleman.

তেতিয়া শ্ৰীবিমলাপ্ৰসাদ চলিহা অসমৰ মুখ্যমন্ত্ৰী। মই এটা উপ-নিৰ্বাচনত অসম বিধানসভালৈ নিৰ্বাচিত হৈ বিধানসভা ভৱনত প্ৰথম প্ৰৱেশ কৰি শপত গ্ৰহণ কৰিছোঁ। সভাৰ শেষত চলিহাই মোৰ ফালে আগবাঢ়ি আহি কৰমৰ্দন কৰি কৈছিল, "আপোনাৰ নাম শুনিছিলোঁ, আজিহে দেখা পালোঁ।" সেয়ে আছিল তেখেতৰ লগত মোৰ প্ৰথম সাক্ষাৎ, প্ৰথম পৰিচয়। মানুহজনক মোৰ ভাল লাগি গ'ল। দলীয় নেতাৰ সংকীৰ্ণতা বহুতো নেতাৰ গাত থাকিলেও চলিহাৰ গাত সেই ভাবটো দেখা নাপালোঁ। মই সেইবাৰ পৰাজিত কৰিছিলোঁ চলিহাৰ এজন অতি অন্তৰংগ বন্ধু, সহকৰ্মী আৰু উপদেষ্টাক।

শ্ৰীবিষ্ণুৰাম মেধি অসমৰ মুখ্যমন্ত্ৰী হৈ থকা কালত চলিহা ডাঙৰীয়া আছিল লোকসভাৰ সদস্য। সেই সময়ত লোকসভাত থকা কংগ্ৰেছী আন আন সদস্যসকলৰ অন্যতম হ'ল শ্ৰীদেৱকান্ত বৰুৱা, শ্ৰীকামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, শ্ৰীদেৱেশ্বৰ শৰ্মা আদি ডাঙৰ ডাঙৰ কংগ্ৰেছী নেতাসকল। শ্ৰীবিষ্ণুৰাম মেধি, ৺মতিৰাম বৰা, ৺সিদ্ধিনাথ শৰ্মা আদি আছিল অসম ৰাজ্যৰ কংগ্ৰেছী কৰ্ণধাৰ। কিন্তু সেই সময়ত, অৰ্থাৎ ১৯৫২ চনৰপৰা ১৯৫৭ চনলৈকে দিল্লীৰ লোকসভা আৰু অসম বিধানসভা স্থলিত থকা দুয়োটা নেতৃত্ব পৰস্পৰ-বিৰোধী উপদলত বিভক্ত হৈ পৰিছিল। ১৯৫৭ চনৰ নিৰ্বাচনত ওপৰোক্ত দিল্লী লোকসভা দলটোৱে দলে-বলে অসম ৰাজ্যৰ নেতৃত্বত প্ৰৱেশ কৰাৰ সিদ্ধান্ত কৰি বিধানসভালৈ নিৰ্বাচিত হ'ল। অৱশেষত শ্ৰীবিষ্ণুৰাম মেধিক মাদ্ৰাজৰ

গৱৰ্ণৰ পাতি অসমৰ ৰাজনীতিৰপৰা আঁতৰাই বিমলাপ্রসাদ চলিহাক মুখ্যমন্ত্রী নির্বাচিত কৰিলে। মোঃ ফখৰুদ্দিন আলি আহমদেও এই দলত যোগ দিলে। যেতিয়া মুখ্যমন্ত্রী পদত চলিহাক নিযুক্তি দিয়া হয়, তেতিয়া তেখেত বিধানসভাৰ সদস্য নাছিল। তেখেতে ১৯৫৭ চনৰ নির্বাচনত শ্রীযুত খগেন বৰবৰুৱাৰ লগত পৰাজিত হৈছিল। গতিকে মুখ্যমন্ত্রী চলিহা ছমাহৰ ভিতৰতে এটা উপ-নির্বাচনত উত্তীর্ণ হ'বলগীয়াত পৰিল। শ্রীমইনুল হক চৌধুৰীৰ বুদ্ধি আৰু কৌশলত চলিহা কাছাৰৰ বদৰপুৰৰপৰা নির্বাচিত হৈছিল। এই সময়ৰেপৰাই অসমৰ কংগ্রেছী ৰাজনীতিত চলিহা যুগৰ সূচনা হয়' আৰু লগতে কংগ্রেছৰ অভ্যন্তৰত ক্ষমতাৰ ভাৰসাম্যৰ পৰিবর্তন ঘটে। ৰাজ্যৰ বৃহত্তম ৰাজনৈতিক দল আৰু শাসন ক্ষমতাৰ অধিকর্তা সংগঠনৰ মাজত অন্তর্দ্বন্দ্ব আৰম্ভ হ'লে যি পৰিণতি উদ্ভৱ হোৱা সম্ভৱ, সেয়ে আৰম্ভ হ'ল। ৰাজ্যত ভাষা আৰু ধর্ম-সম্প্রদায়ৰ মাজত পৰস্পৰ সংঘাত আৰম্ভ হ'ল। কাৰণ, ৰাজনৈতিক আদর্শগত সংঘাত নহৈ, ক্ষমতাৰ অৰিয়াঅৰি হ'লে এনে পৰিণতিয়েই অৱশ্যম্ভাবী।

কিন্তু চলিহা ডাঙৰীয়া আছিল এজন শীর্ষস্থানীয় বুর্জোৱা উদাৰনৈতিক ৰাজনীতিজ্ঞ লোক। তাৰ গুণতে ১৯৬০ চনৰ ভাষা-আন্দোলন আৰু পৰৱৰ্তী কালৰ সাম্প্রদায়িক সমস্যা আৰু তিক্ততা কোনোটোৱেই তেখেতৰ নেতৃত্বক স্পর্শ কৰিব নোৱাৰিলে। অন্যহাতে তেখেতৰ নেতৃত্ববিৰোধী সকলো প্রচেষ্টাকে ব্যর্থ কৰি তেখেতে শত্রু শিবিৰক ছেদেলি-ভেদেলি কৰি দিয়াৰ দক্ষতা স্পষ্টভাবে প্রদর্শন কৰিছিল। এই প্রসংগত অৱশ্যে চলিহা ডাঙৰীয়াই আহোম ৰাজ্যৰ প্রধানমন্ত্রী পূর্ণানন্দ বুঢ়াগোহাঁইকো চেৰ পেলোৱা যেন লাগে। কালিৰ শত্রুক আজি মিত্র হিচাপে আৰু কালিৰ বন্ধুক আজি শত্রু হিচাপে গণ্য কৰাত চলিহাৰ কৃতকার্যতা অতুলনীয়। এইফালৰপৰা চলিহা ডাঙৰীয়াক এজন বিচক্ষণ ৰাজনীতিজ্ঞ লোক বুলিয়েই ক'ব লাগিব।

যিসকলৰ সহায়ত বা সহযোগত চলিহা ডাঙৰীয়াই শ্রীবিষ্ণু মেধিক অপসাৰিত কৰি অসমৰ মুখ্যমন্ত্রী পদত অধিষ্ঠিত হৈছিল, সেইসকলৰ ভিতৰত শ্রীত্রিপাঠীৰ বাহিৰে বাকী সকলোকেইজনেই চলিহা-বিৰোধী শিবিৰত যোগ দিলে। তথাপি চলিহা ডাঙৰীয়াই তেওঁৰ ব্যক্তিত্ব, কূটনৈতিক বিচক্ষণতা আৰু বুদ্ধিমত্তাৰ দ্বাৰা নিজ নেতৃত্ব সম্পূর্ণ বজাই ৰাখিব পাৰিছিল। এই গুণৰ কাৰণেই, ভাৰতৰ ভিতৰতে আৰু ৰাজধানী দিল্লীত তেওঁ সমস্যাবহুল অসমৰ একমাত্র নেতা বুলি সন্মান অর্জন কৰিব পাৰিছিল।

পাহাৰ আৰু ভৈয়ামৰ বিচিত্ৰতাৰ মাজত বসবাস কৰা বিভিন্ন জাতি-উপজাতি, ধৰ্ম আৰু ভাষা-ভাষী অধিবাসীসকলৰ মাজত আবেগিক সংহতিৰ মাজেদি বৃহৎ অসম এখনৰ সপোন দেখিছিল চলিহা ভাণ্ডৰীয়াই। নগাপাহাৰৰ বিদ্ৰোহী নগা, মিজো পাহাৰৰ বিদ্ৰোহী মিজো, খাচী-জয়ন্তীয়া আৰু গাৰো-পাহাৰৰ জনজাতীয় লোকসকলৰ প্ৰতি যি উদাৰনৈতিক ব্যৱহাৰ দেখুৱাইছিল, তাৰ কাৰণেই বোধহয় চলিহা ভাণ্ডৰীয়াক ব্যক্তিগতভাৱে উক্ত জনজাতীয় বিদ্ৰোহীসকলেও ভক্তি আৰু সন্মান কৰিছিল। তেখেতৰ এই উদাৰনৈতিকতা আৰু বহুলমনা দৃষ্টিভংগী বোধকৰোঁ মহাত্মা গান্ধীৰ আশ্ৰমৰ শিক্ষাৰ প্ৰভাৱতে গঢ়ি উঠা।

ইমানতো, চলিহাৰ দিনতেই অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বিপৰ্যয় ঘটে আটাইতকৈ বেছি। নগাপাহাৰ, গাৰোপাহাৰ, খাচীপাহাৰ, আনকি লুচাই পাহাৰ আৰু নেফা অসমৰপৰা পৃথক হোৱাৰ প্ৰশ্ন তেখেতৰ উদাৰনৈতিক নেতৃত্বৰ কালতে উদ্ভৱ হয়। ইয়াৰ কাৰণে কোনোৱে কয় যে, তেওঁৰ উদাৰনৈতিকতাৰ সুবিধা লৈয়ে পৃথকীকৰণৰ শক্তিবোৰে মূৰ দাঙি উঠিবলৈ পালে। আৰু আন কিছুমানে কয় যে, অসমক খণ্ডিত কৰাৰ কাৰণে চলিহায়েই সম্পূৰ্ণে দায়ী। কিন্তু নিৰপেক্ষভাৱে চাবলৈ গ'লে দেখা যায় যে, সকলো দোষ চলিহাৰ ওপৰত জাপি দিলে ইতিহাসক বিকৃত কৰা হ'ব। কিয়নো, শ্ৰীবিষ্ণু মেধিৰ কঠোৰ নীতিয়ে আগতেই যে খণ্ডিতকৰণৰ শক্তিবোৰক শক্তিশালী হোৱাত সহায় কৰিছিল আৰু অসমীয়া-বিৰোধী মনোভাব সেই অঞ্চলবোৰত গা-কৰাত ইন্ধন যোগাইছিল, সেইকথা কোনেও নুই কৰিব নোৱাৰে।

ক'বলৈ গ'লে, ঐতিহাসিক কাৰণবশতঃ সৃষ্টি হোৱা এই ঘটনাটো বুৰ্জোৱা দৃষ্টিকোণৰপৰাই শাসক শ্ৰেণীয়ে দুই ধৰণেৰে মীমাংসা কৰিব খুজিছিল আৰু দুয়ো বিফল হৈছিল। পাৰ্থক্য—এজনৰ বাহন লাঠী-টাঙোন, আনজনৰ মৰম আৰু সহানুভূতিৰ প্ৰচেষ্টা। কোনোজনৰে নাছিল বৈজ্ঞানিক আৰু আধুনিক পদ্ধতিৰ দ্বাৰা সমাধানৰ দৃষ্টিভংগী। পশ্চাদ্‌পদ দেশত পৃথক পৃথক ৰাজ্যৰ দাবী, পুঁজিবাদী বিকাশৰ লগতে জাতীয়তাবাদৰ উত্থানৰ উদাহৰণ মাত্ৰ। তাৰ সমাধান আজিৰ দিনত আগৰ দৰে অসম্ভৱ। নতুন বৈজ্ঞানিক পদ্ধতিৰেহে যে সমাধান সম্ভৱ, এই সত্যৰ উপলব্ধি অসমৰ শাসক শ্ৰেণীৰ কাৰোৰেই নাছিল। গতিকে চলিহা অকলে দোষী নহয়। আধুনিক জগতৰ

সমাজ বিৱৰ্তনৰ চালিকাশক্তি সমাজতন্ত্ৰ সম্বন্ধে আৰু তাৰ স্ৰষ্টা মাৰ্ক্স, এংগেল্‌ছ আৰু লেনিনৰ গ্ৰন্থসমূহ অধ্যয়ন কৰাৰ সুযোগ চলিহাদেৱে লোৱা নাছিল। মাৰ্ক্সবাদ-লেনিনবাদৰ শত্ৰুবিলাকে লিখা কিছুমান কিতাপ আৰু প্ৰবন্ধ তেখেতে পঢ়া যেন মোৰ ধাৰণা হয়। আৰু পঢ়িছিল গান্ধীবাদীসকলে মাৰ্ক্সবাদ-লেনিনবাদ সম্পৰ্কে দিয়া ভুল ব্যাখ্যাবোৰ আৰু এইবিলাকৰ দ্বাৰায়েই তেখেত প্ৰভাৱিত হৈছিল। ৰাজনীতি আৰু আদৰ্শগত প্ৰশ্ন তেখেতৰ লগত আলোচনা কৰোঁতে তেখেতে কেৱল শুনি গৈছিল আৰু তৰ্কৰ অৱতাৰণা কৰা হ'লে সযত্নে এৰাই যাবলৈ চেষ্টা কৰিছিল। অৱশ্যে ৰাজনৈতিক প্ৰতিপক্ষৰ নেতাসকলৰ প্ৰতি চলিহাই সদায় শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল।

গণতন্ত্ৰ আৰু পাৰ্লিয়ামেণ্টেৰী অনুষ্ঠানৰ প্ৰতি তেখেতৰ আছিল অগাধ আস্থা। বিধানসভাত আমি এই কথাৰ স্পষ্ট প্ৰমাণ পাইছিলোঁ। বিধানসভাৰ সিদ্ধান্তৰ প্ৰতি তেখেতে সদায় শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল। প্ৰয়োগৰ ক্ষেত্ৰত অৱশ্যে সুকীয়া কথা। কেৱল চলিহা ডাঙৰীয়াৰ ক্ষেত্ৰতে কিয়, আন সকলো কংগ্ৰেছ নেতাৰ ক্ষেত্ৰতে দেখা যায় যে, 'প্ৰফেশ্যন' আৰু 'প্ৰেক্‌টিচ'ৰ মাজত কোনো বিৰোধ তেখেতসকলে দেখা নাপায়। সেই বিৰোধ চকুত পৰিলেও তেখেতসকল উদ্বিগ্ন হোৱাৰ অভ্যাস নাই। চলিহা ডাঙৰীয়াও ইয়াৰ ব্যতিক্ৰম নাছিল। আইন এখন পাছ কৰোঁতে তেখেতৰ যি আনুগত্য প্ৰকাশ পাইছিল, সেই আইন কাৰ্যকৰী নহ'লে তাৰ কাৰণেও তেখেতৰ কোনো অনুশোচনা নহৈছিল। তাৰ কাৰণ, ধাৰণাবোৰো আছিল ইউট'পীয়া।

বিৰোধী-দলৰপৰা অহা যিকোনো সৎ পৰামৰ্শ গ্ৰহণৰ বেলিকা চলিহা আছিল পাৰ্টি-সংকীৰ্ণতাৰ উৰ্ধত। তাৰদ্বাৰাই বিৰোধী-দলৰ নিৰস্ত্ৰীকৰণৰ কৌশলো ভালভাৱে ব্যৱহাৰ কৰিব জানিছিল। উদাহৰণ স্বৰূপে, সদন কক্ষৰ সমুখত আমাৰ পাৰ্টিৰদ্বাৰা সংগঠিত সমাৱেশৰ আগত থিয় দি জনতাক লগ ধৰিবলৈ যেতিয়াই আমি দাবী কৰিছিলোঁ, দলৰ আপত্তিকো অগ্ৰাহ্য কৰি বিধানসভাৰপৰা চলিহা ওলাই আহি জনতাক লগ ধৰিছিলহি। আমাৰ পাৰ্টিৰদ্বাৰা সংগঠিত শ্বিলং পদযাত্ৰাত কৃষি-মজুৰ, কৃষক, ছাত্ৰ, যুৱকসকলক অসুস্থ শৰীৰেৰেই চলিহা ডাঙৰীয়াই দেখা দিছিলহি। লেণ্ড্ পলিচি, ইম্প্লিমেণ্টেচন কমিটি, এমপ্লয়মেণ্ট ৰিভিউ কমিটি, সমবায় মন্ত্ৰী শ্ৰীলক্ষীপ্ৰসাদ গোস্বামীৰ বিৰুদ্ধে তদন্ত কমিটি সম্বন্ধে আমাৰ পাৰ্টিয়ে কৰা দাবী চলিহা ডাঙৰীয়াই বিনা দ্বিধাই মানি লৈছিল। নিজৰ দলৰ কথাই নাই, আন

বিৰোধী-দলৰ কিছুমান লোকো চলিহাৰ এনে কাৰ্যত অসন্তুষ্ট হোৱা পৰিলক্ষিত হৈছিল।

চলিহাৰ জনপ্ৰিয়তাৰ এইটোও এটা কাৰণ।

চলিহাৰ জন্ম হৈছিল এক অভিজাত, আঢ্যৱন্ত চাহবাগানৰ মালিকৰ ঘৰত। সেই সময়ৰ অসমৰ অভিজাত পৰিয়াল মানেই হৈছে অসমৰ চাহ-বাগানৰ মালিকসকল। এনে পৰিৱেশৰপৰা আহি তেখেত যে উদাৰনৈতিক গান্ধীবাদী হৈছিল সিয়েই যথেষ্ট, কাৰণ, চলিহাদেৱৰ যৌৱন কালত গান্ধীবাদেই আছিল আদৰ্শস্বৰূপ। শ্ৰেণীসংগ্ৰাম আৰু বিপ্লৱী সংগ্ৰামৰ শিক্ষা শিবিৰ আছিল একান্ত সীমাবদ্ধ। গতিকে চলিহা-যুগৰ অসমীয়া যুৱকসকলক সেই শিক্ষাই খুব কম স্পৰ্শ কৰিব পাৰিছিল। চলিহা-যুগত অসমৰ মূৰৰ ওপৰেদি নানান ধুমুহা পাৰ হৈ গৈছে। ১৯৬০ চনৰ ভাষা আন্দোলনে অসমক বাৰুকৈয়ে আঘাত কৰিলে। চলিহাদেৱে সেই সময়ত মৰ্মান্তিক মনোকষ্ট ভোগ কৰিছিল আৰু তাৰ লগে লগেই জ্বৰত আক্ৰান্ত হয় আৰু পিচৰ কালত যিকোনো সংকটৰ সময়তে আক্ৰান্ত হ'বলৈ ধৰে। সেই আন্দোলনৰ পিচতেই অসমৰো **disintegration**-ৰ ধাৰা প্ৰবলভাৱে বাঢ়ি যায়। কংগ্ৰেছৰ আভ্যন্তৰীণ বিৰোধৰেই ই আছিল বিষম পৰিণতি।

তাৰ পিচতে আহিল চীন সৈন্যবাহিনীৰ ব'মডিলা পৰ্যন্ত আগমন। চলিহা এই আক্ৰমণত একেবাৰেই হতাশ হৈ পৰিছিল আৰু ততাতৈয়াকৈ শ্বিলঙৰপৰা গুৱাহাটী পাইছিলহি। প্ৰয়োজনবোধে, ৰাজধানী অসমৰপৰা পশ্চিমৰ ফালে নিবৰ কাৰণে দিল্লীৰপৰা নিৰ্দেশ আহিছিল। দুৰ্যোগৰ সেই দিনকেইটাৰ মাজতে তেখেতে মোক সুধিছিল, "বৰা, কওকচোন, চীনৰ বাৰু অসমৰ ওপৰত চকু পৰাৰ কাৰণ কি?" মই ক'বলৈ চেষ্টা কৰিছিলোঁ যে, "বোধকৰোঁ অসম বুলি বিশেষ চকু নাই, অন্য উদ্দেশ্য............" তেখেতে কৈছিল, "মোৰ বোধেৰে অসমত থকা তেল আৰু চাহৰ ওপৰত চীনৰ চকু পৰিছে।" মই নিজেই এই আক্ৰমণৰ কাৰণ বুজিব পৰা নাছিলোঁ।

চীন ব'মডিলাৰপৰাই ঘূৰি গ'ল। চলিহাৰ মনলৈ শান্তি আহিল।

১৯৬৫ চনৰ পাকিস্তানৰ আক্ৰমণৰ সময়তো চলিহাক বৰ বিব্ৰত অৱস্থাত দেখিছিলোঁ। বিব্ৰত হৈ পৰাৰ কাৰণ, তেখেতে তেখেতৰ কংগ্ৰেছ দলৰেই বহুতকে নিৰাপত্তাৰ আইনত বন্দী কৰি থ'বলগীয়া অৱস্থা আৰু তেখেতে

আমেৰিকাই পাকিস্তানক অস্ত্ৰ-শস্ত্ৰ দি এইদৰে ভাৰতৰ বিৰুদ্ধে সহায় কৰিব বুলি কল্পনা কৰিব পৰা নাছিল।

কিছুমান বিষয়ত চলিহা ডাঙৰীয়া আছিল বৰ ভাবপ্ৰৱণ। উদ্বেগত তেখেতে শিশুৰ দৰে কান্দি পেলায়। বিধান কক্ষৰ আৰ্ট গেলেৰীত স্বৰ্গীয় বিষ্ণু ৰাভাৰ প্ৰতিকৃতি উন্মোচন কৰি তেখেতে হুক্ হুক্ কৰে কন্দাৰ দৃশ্য দেখি অনেকেই অভিভূত হৈছিল আৰু অনেককে আচৰিত হোৱা দেখা গৈছিল। তেখেতে শত্ৰুৰো গুণ আৰু মহত্বক স্বীকাৰ কৰিবলৈ দ্বিধাবোধ নকৰিছিল।

সুদীৰ্ঘকাল অসমৰ ৰাজনীতিত মুখ্যমন্ত্ৰীৰ আসনত বহি থকা চলিহা ডাঙৰীয়াই তেখেতৰ জীৱনকালতে দেখি গৈছিল অসমৰ খণ্ডিতকৰণ। পৃথক নগাৰাজ্য গঠন, মেঘালয় ৰাজ্য গঠন, পৃথক মিজো ৰাজ্যৰ দাবী আৰু অসমক খণ্ড-বিখণ্ড কৰাৰ অন্যান্য শক্তিসমূহৰ অভ্যুত্থান। জনমনত ই আছিল চলিহাৰ অখণ্ড নেতৃত্বৰ বিৰাট পৰাজয়।

চলিহা ডাঙৰীয়াৰ একাধিপত্য নেতৃত্বৰ ফলত বা তেখেতৰ ব্যক্তিত্বৰ উজ্জ্বলতাই তেওঁৰ সহকৰ্মীসকলৰ জ্যোতি ম্লান কৰি পেলাইছিল আৰু তেখেতৰ অখণ্ড ব্যক্তিগত নেতৃত্বৰ শেষ কেইবছৰ, বিশেষকৈ ১৯৬৭ চনৰ শেষৰপৰা তেখেতৰ সহকৰ্মীসকলৰ লগত সম্পৰ্ক একপ্ৰকাৰ গুৰু আৰু শিষ্যৰ সম্পৰ্কত পৰিণত হৈছিল, অৰ্থাৎ, চলিহাই হৈ পৰিছিল অসমৰ কংগ্ৰেছ বা অসমৰ চৰকাৰ আৰু সৰ্বেসৰ্বা। চলিহাক আন সকলোৱে ভয়ৰ চকুৰে চাবলৈ ধৰিলে। অসন্তুষ্ট হ'লে চলিহাই কি কৰে ঠিক্ নাই—এই হ'ল ভয়ৰ কাৰণ। অৱশ্যে চলিহা ডাইৰেক্ট্ নাছিল। সেই কাৰণেই ভি, ভি, গিৰি ( বৰ্তমান ৰাষ্ট্ৰপতি )ৰ ইলেক্শ্যনৰ সময়ত আমি দেখা পাইছিলোঁ চলিহাই নিৰ্দেশ নিদিয়ালৈকে এক পৰিস্থিতি আৰু চলিহাৰ নিৰ্দেশ অহাৰ লগে লগে সকলোৱে চলিহাৰ লগত সুৰ মিলাবলৈ ধৰিলে। মাত্ৰ কেইজনমানে চলিহাৰ নিৰ্দেশ অমান্য কৰিবলৈ সমৰ্থ হৈছিল, তাকো গোপনে গোপনে, চলিহাৰ নিৰ্দেশক চেলেঞ্জ কৰি নহয়।

কংগ্ৰেছ দল দুভাগত বিভক্ত হ'ল। দুখন এ, আই, চি, চি,। দুই নেতৃত্ব। চলিহা আছিল সংগঠন কংগ্ৰেছৰ সোঁপন্থী, পুৰণা নেতৃত্বৰ লগত। গতিকেই অসমৰ সৰহভাগ কংগ্ৰেছ এম, এল, এ, কংগ্ৰেছ নেতা চলিহাৰ লগত। সেই সময়ত এদিন চলিহাদেৱে মোক কৈছিল, "ৰবা ডাঙৰীয়া, আপোনালোকৰ পাৰ্টিৰ দৰে আমাৰ দলো ভাগিল।" মই ক'লো, "ভালেই হৈছে, কাৰণ, এতিয়া কোনে কোন আদৰ্শ লয় সেইটো ৰাইজৰ কাৰণে বুজা

সহজ হ'ব।" চলিহাদেৱে কৈছিল, "মই হ'লে ভাবোঁ, আদৰ্শগত সংঘাত নাই, আছে নেতৃত্বৰ সংঘাতহে।" আলচতে কংগ্ৰেছৰ প্ৰথম বিভাজনৰ সময়ত সকলো সোঁপন্থী আৰু অতি বামপন্থী মহলৰ সেইটোৱেই আছিল মত।

কিন্তু শ্ৰদ্ চলিহাই সোনকালেই তেওঁৰ মত সলনি কৰিলে। ইন্দিৰা গান্ধীৰ পক্ষে অধিক সংখ্যক এ, আই, চি, চি, আৰু পাৰ্লিয়ামেণ্টৰী সদস্য সমবেত হোৱা দেখি চলিহাই ইন্দিৰা পক্ষত যোগদানৰ সিদ্ধান্ত কৰিলে। লগে লগে অৱশ্যে অসমৰ দুই এজনৰ বাহিৰে আটাইবোৰ নেতাই চলিহাক অনুসৰণ কৰিলে। চলিহা নেতৃত্বৰ অবিহনে বোধকৰোঁ অসম কংগ্ৰেছৰ ঐক্য কেতিয়াও নাথাকিলহেঁতেন।

মুখ্যমন্ত্ৰিত্বৰ শেষৰ ডেৰবছৰমান চলিহা ডাঙৰীয়া প্ৰায়েই অসুস্থ হৈ পৰি থাকিবলগীয়া হৈছিল। ফলত তেওঁৰ দলৰ মাজত একমাত্ৰ প্ৰশ্ন হৈ উঠিছিল, চলিহাৰ পিচত কি হ'ব? আৰু প্ৰশাসন যন্ত্ৰ একেবাৰেই অচল হৈ পৰিছিল। আমোলাতন্ত্ৰ সৰ্বশক্তিমান হৈ উঠিছিল। আমি বিধানসভাত প্ৰতি মুহূৰ্ততে চলিহাৰ অনুপস্থিতিত চৰকাৰ পক্ষৰ অসহায় অৱস্থা লক্ষ্য কৰিছিলোঁ। সেই কাৰণেই নৰিয়া গাৰেই চলিহাদেৱে বিধানসভাত আহি উপস্থিত হ'বলগীয়া হৈছিলহি।

চলিহা ডাঙৰীয়াই তেখেতৰ জীৱনকালত অসাধাৰণ ব্যক্তিত্বৰ দ্বাৰা অসমৰ ৰাজনীতিত এখন অতি গুৰুত্বপূৰ্ণ আসন অখণ্ড প্ৰতাপেৰে দখল কৰি আছিল। সেই কাৰণেই তেখেতৰ মৃত্যুত এটা যুগৰ অৱসান হ'ল আৰু লগে লগে অসমৰ ৰাজনৈতিক জীৱনৰ এজন প্ৰতাপশালী নেতাকো অসমে হেৰুৱালে। বিশেষকৈ অসমৰ শাসক দল কংগ্ৰেছে হেৰুৱালে তেওঁলোকৰ ভীষ্ম পিতামহক।

# বিমলাপ্ৰসাদ চলিহাৰ চৰিত্ৰৰ দিশচেৰেক

**বাহাৰুল ইছলাম**

বিমলাপ্ৰসাদ চলিহাদেৱৰ অকাল মৃত্যু হ'ল মাত্ৰ সিদিনা। ইমান কম সময়ৰ ভিতৰত তেখেতৰ চৰিত্ৰৰ মূল্যাঙ্কন কৰা বৰ কঠিন; আৰু কঠিন, যিহেতু চলিহা অতি অল্পভাষী লোক আছিল।

চলিহাদেৱৰ বিষয়ে নানা লোকৰ নানা মত। কোনো কোনো সহকৰ্মীৰ মতে চলিহা আছিল ধনী মানুহৰ ঘৰত জন্ম লোৱা সামন্তবাদী মনোবৃত্তিৰ লোক। তেখেতৰ সকলোবোৰ কাজ-কৰ্ম, ৰীতি-নীতি আৰু মনোবৃত্তি ৰাজসিক। কিন্তু তেখেতৰ কৰ্মই এই মন্তব্যৰ অপ্ৰমাণ কৰে। যেতিয়া তেখেত অসম কংগ্ৰেছ কমিটিৰ সভাপতি আছিল, ধনী লোকৰ ঘৰৰ সন্তান হৈও, চাহ-বাগানৰ মালিক হৈও, তেখেতে ৰাতিপুৱাৰ আহাৰ কৰিছিল নেপালী চকিদাৰ-টোৱে আনি দিয়া 'জনতা' চাহ একাপ আৰু তেখেতে কিনি আনি থোৱা বিস্কুটৰ দুই চাৰিখনেৰে।

প্ৰকৃততে তেখেত আছিল গান্ধীবাদী। দুখীয়া-দৰিদ্ৰৰ কাৰণে তেখেতে চিন্তা কৰিছিল, দুখীয়াৰ দুখত তেখেতৰ অন্তৰ গলি গৈছিল।

যেতিয়া মিজো পাহাৰৰ এচাম লোকে চৰকাৰৰ ক্ষমতা কৰায়ত্ত কৰি সাৰ্বভৌম "মিজোৰাম" দেশ ঘোষণা কৰিবলৈ বিদ্ৰোহ কৰিছিল আৰু খাছীয়া আৰু গাৰোপাহাৰৰ "হিল্ লিডাৰ্ছ কন্ফাৰেন্সে" স্বকীয়া পাৰ্বত্য ৰাজ্যৰ দাবী কৰিছিল আৰু অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ কোনো কোনো সভ্যই তেখেতৰ শাসনৰ 'অক্ষমতা'ৰ তীব্ৰ প্ৰতিবাদ কৰিছিল, তেতিয়া তেখেতে উত্তৰ দিছিল, "আমাৰ ভৈয়ামৰ লোকসকলৰ যদি আধা মাইল দূৰে দূৰে একোটা ডাকঘৰ থাকে আৰু পাহাৰী লোকসকলে চিঠি এখন ডাকত দিবলৈকে যদি পাহাৰ বগাই ১৬।১৭ মাইল দূৰ বাটকুৰি বাই যাব লাগে, কি কাৰণত তেওঁলোকে বিদ্ৰোহ নকৰিব। বিদ্ৰোহৰ মূল কেৰোণ উঘালিবলৈ হ'লে, পাহাৰী ভাইসকলক সকলো বিষয়তে আমাৰ সমানে উন্নত কৰিব লাগিব।"

অসম ভাষা-আইন সম্পৰ্কত তেখেতে এটা মন্তব্য কৰিছিল বুলি বাতৰি কাকতত ওলাইছিল যে, অসমৰ সংখ্যালঘিষ্ঠ ভাষা-ভাষী লোকসকলে যেতিয়া

অসমীয়া ভাষাক ৰাজ্যিক ভাষা হ'ব লাগে বুলি দাবী কৰিব, তেতিয়াহে অসমত অসমীয়া ৰাজ্যিক ভাষা আইন পাছ কৰা হ'ব। তেতিয়া স্বাভাৱিকতে সমগ্ৰ অসমত, বিশেষকৈ সংখ্যাগৰিষ্ঠ অসমীয়া ভাষা-ভাষী লোকসকলৰ মাজত এটা বিশেষ আলোড়নৰ সৃষ্টি হৈছিল আৰু তেখেত ৰাইজৰ মাজত, বিশেষকৈ কংগ্ৰেছ মহলত, কিছু পৰিমাণে অপ্ৰিয়ও হৈছিল। কিন্তু তেখেতৰ ওপৰোক্ত মন্তব্যৰ মূলতে আছিল সংখ্যাত দুৰ্বল ভাষা-ভাষীৰ প্ৰতি প্ৰেম, শ্ৰদ্ধা আৰু মৰম। তেখেতৰ মতে এয়েই হৈছে গণতন্ত্ৰৰ ভেঁটি—সংখ্যালঘিষ্ঠসকলক বিশ্বাসলৈ অনা আৰু তেওঁলোকৰো সম্মতিসাপেক্ষে ৰাজকাৰ্যবোৰ কৰা। সংখ্যাগৰিষ্ঠতাৰ ষ্টীম্ ৰোলাৰেৰে শাসন কৰিলে গণতন্ত্ৰ কায়েম বা শান্তিপূৰ্ণ হ'ব নোৱাৰে। সেই কাৰণেই অসমৰ সকলো সংখ্যালঘিষ্ঠ সম্প্ৰদায়বিলাকে তেখেতক অন্তৰৰপৰা ভাল পাইছিল আৰু বিশ্বাস কৰিছিল।

এবাৰ গুৱাহাটীত ভাৰাৰ কাৰণে এজন বিহাৰী ৰিক্সাচালক আৰু এজন অসমীয়া আৰোহীৰ মাজত কাজিয়া লাগিছিল। ৰিক্সাচালকজনে হেনো আৰোহীজনক অপমান কৰিলে। তেতিয়া কিছুমান লোকে ৰিক্সাচালকজনক মাৰপিট কৰিলে। পিচদিনা স্থানীয় বাতৰি কাকতবোৰে চলিহা চৰকাৰৰ শাসনক 'অকৰ্মণ্য' বুলি তীব্ৰ সমালোচনা কৰিছিল আৰু বিশেষকৈ গুৱাহাটীত অসমীয়া আৰু বিহাৰীৰ মাজত এটা সাম্প্ৰদায়িক সংঘৰ্ষ হ'বৰ উপক্ৰম হৈছিল। মই সিদিনা বিশেষ কাৰণত শ্বিলঙলৈ গৈ চলিহাক লগ ধৰি তেখেতক ক'লোঁ যে, জিলা পৰ্যায়ৰ শাসনত, বিশেষকৈ গুৱাহাটীত, কিছু তীব্ৰ নজৰ ৰাখিব লাগে, নহ'লে অসমীয়া আৰু বিহাৰীৰ মাজত অচিৰে এটা সাম্প্ৰদায়িক সংঘৰ্ষ হোৱাৰ সম্ভাৱনা। উদাহৰণ স্বৰূপে, অসমৰ এচাম বাতৰি কাকতে তেখেতৰ শাসন 'অকৰ্মণ্য' বুলি মন্তব্য কৰাৰ কথা উল্লিকিয়ালোঁ। তেখেতে তৎক্ষণাত খঙত জ্বলি-পকি মেজত থপৰিয়াই ক'লে, "What do I care for these capitalist papers ; they are vociferous, when a rich man is assoulted, but keep quiet, when a poor rikshow-puller is killed." নানা কথা আৰু আলোচনা কৰাৰ পিচত তেখেত শান্ত হ'ল আৰু সেই পৰিস্থিতিত আৱশ্যকীয় বিধি-ব্যৱস্থা হাতত ল'লে। এয়ে তেখেতৰ দৰিদ্ৰ লোকজনৰ প্ৰতি লুকাই থকা গভীৰ প্ৰেমৰ নিদৰ্শন।

চলিহাদেৱ আছিল অল্পভাষী। গতিকে তেখেতৰ লগত বিশেষ ঘনিষ্ঠতা নথকাজনৰ কাৰণে তেখেতক বুজিবলৈ বৰ টান হৈছিল। সেই কাৰণেই

বহুতে ভাবিবলৈ প্ৰয়াসো পাইছিল যে, চলিহা প্ৰকৃততে সামন্ত মনোবৃত্তিৰ অহংকাৰী লোক আছিল।

তেখেত এক ৰস আৰু কৌতুকৰ ভাণ্ডাৰও আছিল। শ্ৰীকে, কামৰাজ যেতিয়া নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাপতি হৈছিল, তেখেতে ৰস কৰি হিন্দীতে কৈছিল :

"ৰাম ৰাজ মেঁ দধিদুগ্ধ,
কৃষ্ণ ৰাজ মেঁ ঘি,
কামৰাজ মেঁ উব্‌লা পানী,
ফু-ফু কৰ পী।"

ৰাজনৈতিক লোকসকলৰ প্ৰতি এচাম লোকৰ এটি অতি নীচ ধাৰণা আছে। তেওঁলোকে ভাবে, ৰাজনৈতিক লোকসকল সুবিধাবাদী। "There is no friendship in politics and ambition is his only companion." এইখিনি কথা আংশিক পৰিমাণে সকলো ব্যৱসায়ৰ লোকতে খাটে, আৰু সকলো ৰাজনীতিকতে নাখাটে। চলিহাদেৱে ৰাজনৈতিক জীৱনত খুব কম লোককহে কোনো কথাত প্ৰতিশ্ৰুতি দিছিল; কিন্তু এবাৰ প্ৰতিশ্ৰুতি দিলে তাক ভংগ নকৰে বুলি খ্যাত। ৰাজনৈতিক সততাত আছিল তেখেত অদ্বিতীয়।

চলিহাদেৱৰ ব্যৱহাৰ সৰু-বৰ সকলোৰে প্ৰতি সমান আছিল আৰু তেখেতৰ দেশপ্ৰেম, বিশেষকৈ দুখীয়া অসমখনৰ প্ৰতি তেখেতৰ মৰম আৰু প্ৰীতি নিঃসন্দেহ আছিল। ১৯৬৮ চনৰ ২৬ জানুৱাৰীৰ ঘটনা সম্পৰ্কত অকংগ্ৰেছী কিছুমান নেতাই অসমত ৰাষ্ট্ৰপতিৰ শাসন হ'ব লাগে বুলি দাবী কৰিছিল। সেই সময়ত বিশেষ আলোচনাৰ কাৰণে তেখেতক প্ৰধানমন্ত্ৰীয়ে দিল্লীলৈ মাতি পঠিয়াইছিল। তেখেত দিল্লীলৈ নগ'ল। সেই সময়ত মই তেখেতক এদিনাখন শিলঙত লগ ধৰিলোঁ। মই ক'লোঁ যে প্ৰধানমন্ত্ৰীৰ আমন্ত্ৰণ উপেক্ষা কৰি তেখেত দিল্লীলৈ নোযোৱাটো বৰ সমীচীন হোৱা নাই। তেখেতে ক'লে, "প্ৰধানমন্ত্ৰীক সন্তুষ্ট কৰিবলৈ মই অসমৰ মুখ্যমন্ত্ৰী হোৱা নাই, দুখীয়া অসমৰ প্ৰতিনিধি হিচাপে অসমবাসীৰ সেৱা কৰিবলৈহে মই মুখ্যমন্ত্ৰী হৈছোঁ।"

মই ক'লোঁ, "আপুনি প্ৰধানমন্ত্ৰীৰ আমন্ত্ৰণ উপেক্ষা কৰাত যদি অসমবাসীৰ অহিত হয়! আপোনাক আমন্ত্ৰণ জনাইছিল হয়তোবা বিমলা চলিহা

বা বন্ধু হিচাপে নহয়, মুখ্যমন্ত্ৰী হিচাপে; নিশ্চয় কোনো বিশেষ গুৰুত্বপূৰ্ণ আলোচনা কৰিবলৈহে।”

তেখেতে কৈছিল, “এতিয়া বাতৰি কাকতবোৰত বাতৰি ওলাইছে, কেন্দ্ৰীয় চৰকাৰে মোক ডিছ্‌মিছ্ কৰি অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তন কৰিব। যদি মই এতিয়া দিল্লীলৈ যাওঁ আৰু অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰতিষ্ঠা নহয়, তেতিয়া লোকে ক'ব, মই প্ৰধানমন্ত্ৰীৰ হাতে-ভৰি ধৰি মুখ্যমন্ত্ৰী থাকি গ'লোঁ। অলপ দিনৰ পিচত মই নিশ্চয় দিল্লীলৈ যাম। অসমবাসীৰ মই অহিত হ'বলৈ নিদিওঁ।”

চলিহাদেৱৰ বিষয়ে এটা কথা থিৰাংকৈ ক'ব পাৰি যে, তেখেত কদাপিও ঠেক্‌মনা বা হীন মনোবৃত্তিৰ নাছিল। তেখেত আছিল উচ্চ মনৰ এজন প্ৰকৃত গান্ধীবাদী, প্ৰকৃত দেশপ্ৰেমিক, সৰ্বভাৰতীয় পৰ্যায়ৰ নেতা।

গান্ধীবাদী বিমলাপ্ৰসাদ চলিহাৰ ঈশ্বৰৰ ওপৰত বিশ্বাসো গান্ধীজীৰ দৰেই আছিল। এদিনাখনৰ কথা। বাৰিষা। চলিহাদেৱ আৰু মই একেলগে ৰাতিপুৱা ৯ বজাৰ ভাইকাউণ্ট বিমানখনত কলিকতাৰপৰা গুৱাহাটীলৈ বুলি আহিছোঁ। কলিকতা এৰাৰ আধাঘণ্টামান পিচৰপৰা বতৰ অতি বেয়া হ'ল। চাৰিওফালে কেৱল ক'লা মেঘ। কোনোফালে একো দেখা নাযায়। কলিকতাৰপৰা গুৱাহাটীলৈ আহিবলৈ বিমানখনক এঘণ্টা দহ মিনিট লাগে। প্ৰায় ডেৰ ঘণ্টা হ'ল, বিমানখন বিমানকোঠত নামিব পৰা নাই। বহুবাৰ তললৈ নামিছে, ওপৰলৈ উঠিছে, ঘূৰিছে। প্ৰায় এঘণ্টা চল্লিছ মিনিট হ'ল। মই ভাবিলোঁ, অইন নহ'লেও তেল শেষ হৈ বিমানখন ধ্বংস হ'ব। কাৰো মুখত মাত নাই। সকলোৱে ভাবিছে, আমাৰ মৃত্যু ক্ষন্তেকৰ কথা মাত্ৰ। মই চলিহাদেৱক ক'লোঁ, “বিমানখনৰ তেল শেষ হ'বলৈ আৰু বোধকৰোঁ বেছি সময় নাই।” তেখেতে গম্ভীৰভাৱে উত্তৰ দিলে, “এতিয়া সকলো ঈশ্বৰৰ হাতত।” ক্ষন্তেক পিচতে বিমানত ঘোষণা কৰা হ'ল, “বতৰ বেয়া কাৰণে আমি গুৱাহাটী বিমানকোঠত অৱতৰণ কৰিব নোৱাৰি কলিকতালৈ উভতি গৈ আছোঁহক।” দুয়ো কলিকতাৰ 'অসম হাউছ'লৈ গ'লোঁ। 'অসম হাউছ'ত নামিয়েই চলিহাদেৱে মোক ক'লে, “আপুনি বহক, মই অলপ কালী মন্দিৰপৰা আহোঁগৈ।”

# চলিহা আৰু নাই

**কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী**

শ্ৰীচলিহাক প্ৰথম মই লগ পাওঁ ১৯৪২ চনত যোৰহাট কাৰাগাৰত। ৰাজনৈতিক আটকবন্দীৰূপে আমি দুটা বছৰ একেলগে আছিলোঁ। আমি আছিলোঁ কক্ষসঙ্গী।

তেওঁৰ বন্ধুত্ব, উদাৰতা আৰু ধাৰ্মিক মনোভাবে মোক সঁচাকৈয়ে আচৰিত কৰি তুলিছিল। সজ-আলোচনা আৰু ধৰ্ম-সম্পৰ্কীয় গীত-মাত তেওঁ ভাল পাইছিল আৰু নিজেও তেনে গীত গাইছিল।

এনে এটি শান্ত ব্যক্তিত্বৰ তেওঁ অধিকাৰী আছিল, যিটো কথাৰে বুজাব নোৱাৰি, কিম্বা যিটো সমালোচনাতীত।

প্ৰকৃততে তেওঁ আছিল এজন ভদ্ৰলোক। তেওঁৰ কথা বা কামে যাতে কাৰো অনুভূতিক আঘাত নকৰে, তাৰ বাবে তেওঁ সদায় সচেষ্ট আছিল।

মই এনেদৰে কওঁতে এনে এটা ধাৰণাও হয়তো হ'ব পাৰে যে তেওঁ দুৰ্বলচিতীয়া আৰু সেওমনা প্ৰকৃতিৰ মানুহ আছিল। কিন্তু তেওঁ এনে মনোভাবৰ লোক নাছিল। কোনো ক্ষেত্ৰত যেতিয়াই নীতিৰ প্ৰশ্ন উঠিছিল আৰু যি কাম দেশখনৰ তথা ৰাজ্যখনৰ কাৰণে মঙ্গলজনক বুলি ভাবিছিল, তেনে ক্ষেত্ৰত তেওঁ ভীষণ কঠোৰ আৰু দৃঢ় হব পাৰিছিল।

দয়া, বন্ধুত্ব আৰু ভদ্ৰজনোচিত মনোভাবৰ অন্তৰালত শান্ত অথচ অনমনীয় দৃঢ়তাৰ বৈশিষ্ট্যটোৱেই তেওঁক এজন কৃতী ৰাজনীতিবিদ আৰু দক্ষ প্ৰশাসক কৰি তুলিছিল।

দয়া, ভদ্ৰতা আৰু দৃঢ়তাৰে গঠিত তেওঁৰ চৰিত্ৰৰ এই বিশেষ দিশটোৱে প্ৰায়ে তেওঁক নীৰৱে বহু আঘাত সহ্য কৰিবলৈ বাধ্য কৰাইছিল। হয়তো চূড়ান্ত সতৰ্কতা অৱলম্বন কৰা কাৰণেই তেওঁৰ বন্ধুৰ সংখ্যাও সৰহ নাছিল।

জীৱনৰ শেষফালে নীৰৱে আৰু অকলশৰীয়াকৈ আঘাত গ্ৰহণ কৰাৰ এই অভ্যাসটোৱে অৱশেষত তেওঁৰ স্বাস্থ্যৰ ওপৰতো ক্ৰিয়া কৰিছিল।

দ্বিতীয়বাৰ মই তেওঁক লগ পাইছিলোঁ বৰদলৈ মন্ত্ৰীসভাৰ সংসদী সচিব

হিচাপে। সমবায় বিষয়টো পৰিচালনা কৰাত তেওঁক বৰ অসুবিধাত পেলোৱা হৈছিল আৰু সেয়ে শেষত তেওঁ এই পদ ইস্তফা দিছিল।

ইস্তফা দিয়াৰ সময়ত মই তেওঁৰ লগত কথা হোৱাৰ সুযোগ পাইছিলোঁ। মই তেওঁক উদগনি দিছিলোঁ, কাৰণ, মই জানিছিলোঁ যে তেওঁ মুখ্যমন্ত্ৰী পদৰ বাবেহে লায়ক।

তৃতীয়বাৰ মই তেওঁৰ নিবিড় সান্নিধ্যলৈ আহোঁ, যেতিয়া তেওঁ অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি হয়। পুৰণি কংগ্ৰেছখনৰ গোটেই গাঁথনিটোকে তেওঁ সলাই পেলাইছিল। তেওঁ পুৰণি কাগজ-পত্ৰ ৰখা সোলোক-ঢোলোক পদ্ধতিটোৰ পৰিবৰ্তে নীতিবদ্ধ প্ৰণালী এটা প্ৰবৰ্তন কৰিছিল।

প্ৰাদেশিক কংগ্ৰেছ সমিতিৰ অন্যান্য কৰ্মীসকলেৰে সৈতে একেটা ঘৰতে তেওঁ 'মেছ' কৰি বাস কৰিছিল। এই জীৱন-যাত্ৰাত এনে একোটি দিনো আহিছিল, যেতিয়া আহাৰৰ নামত খুদকণ এটাও তেওঁৰ পেটত নপৰিছিল। কেতিয়াবা আকৌ যি সামান্য খোৱা বস্তু পোৱা গৈছিল তাকো আনকেইজনৰ সৈতে ভগাই খাবলগীয়া হৈছিল।

কংগ্ৰেছ সভাপতিৰূপে তেওঁৰ সংহতিপূৰ্ণ নেতৃত্বই ইতিমধ্যে তেওঁৰ সহকৰ্মী আৰু আন সকলোৰে মাজত বিশ্বাস আৰু আস্থা জগাই তুলিবলৈ আৰম্ভ কৰিছিল। তেওঁ নগাৰাজ্যলৈ গৈছিল কংগ্ৰেছৰ সভাপতি হিচাপে, আৰু এই জয়যাত্ৰাই তেওঁৰ কৰ্মজীৱনলৈ নমাই আনিছিল এনে এটি নতুন দিশ—যিটোৱে শেষত দেশৰ সমগ্ৰ উত্তৰাঞ্চলৰ জন-জাতীয়, অ-জনজাতীয় লোক আৰু ভাষাগত, জাতিগত বিভিন্ন দল-উপদলৰ মাজত এক চৰম ঐক্যশক্তিৰূপে দেখা দিছিল।

তেওঁৰে শাসনকালত নগাসকল আমাৰপৰা আঁতৰি গ'ল, মিজোসকলে বিদ্ৰোহ কৰিলে আৰু মেঘালয় প্ৰতিষ্ঠিত হ'ল—এইয়া ভাগ্যৰ নিষ্ঠুৰ পৰিহাস। কিন্তু যিসকলে সমস্যাৰ সম্যক ৰূপ নিৰ্ণয় কৰিব পাৰে, তেওঁলোকে নিশ্চয় উপলব্ধি কৰিব পাৰিব যে, এই ব্যক্তিত্বৰ ঐক্য-সাধনী শক্তিয়ে আনফালেদি অনৈক্য আৰু বিভেদৰ গভীৰতাও ভালেখিনি লাঘৱ কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ নথকা হলে ভাৰতবৰ্ষৰ পূৰ্বাঞ্চলত ভূমুকি মৰা বিদেশী ষড়যন্ত্ৰ আৰু জনজাতীয় লোকসকলৰ বিভেদকামী ভাবধাৰাৰ প্ৰভাৱ যে ইয়াতকৈ আৰু নিদাৰুণ আৰু ক্ষতিকৰ হ'লহেঁতেন, সেই বিষয়ে সন্দেহ নাই।

চতুৰ্থবাৰ মই তেওঁৰ ঘনিষ্ঠতালৈ আহোঁ লোকসভাৰ সদস্যৰূপে। আমি ওচৰ-চুবুৰীয়াও আছিলোঁ। লোকসভাৰ সদস্যৰূপে সুনাম আৰ্জিবলৈ তেওঁ

চেষ্টা কৰা নাছিল। তেওঁ ৰাজ্যিক ৰাজনীতিতে ক্ৰমাগত জড়িত থাকিবলৈ ভাল পাইছিল আৰু ইয়েই পুনৰ তেওঁক অসমৰ ৰাজনীতিলৈ ঘূৰাই লৈ আহে ১৯৫৭ চনত।

দুৰ্ভাগ্যবশতঃ তেওঁ নিৰ্বাচনত হাৰে, আৰু তেওঁৰ কংগ্ৰেছ প্ৰাৰ্থীয়েও কংগ্ৰেছ সংসদী দলৰ নেতৃত্বৰ বাবে কৰা প্ৰতিযোগিতাত বিফল হয়। এবছৰৰ পিচত শ্ৰীমেধি ৰাজ্যপাল নিযুক্ত হোৱাত তেওঁ সৰ্বসম্মতিক্ৰমে ৰাজ্যিক কংগ্ৰেছ সংসদী দলৰ নেতা নিৰ্বাচিত হয় আৰু মুখ্যমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰে।

বদৰপুৰ সমষ্টিৰ উপ-নিৰ্বাচনত তেওঁ ৰাজ্য বিধান সদনলৈ নিৰ্বাচিত হয় আৰু এই দায়িত্বত তেওঁ একাদিক্ৰমে বহুবছৰলৈ অধিষ্ঠিত থাকে।

সুদীৰ্ঘ তেৰ বছৰ কাল ধৰি তেওঁ অসমৰ মুখ্যমন্ত্ৰী হৈ আছিল আৰু এই সময়ছোৱাতে, প্ৰত্যক্ষভাৱেই হওক, বা পৰোক্ষভাৱেই হওক, ৰাজ্যখনৰ জন-জীৱনৰ লগত জড়িত থকা প্ৰায়বোৰ গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰিবলগীয়া হৈছিল। সতীৰ্থ হিচাপে মই তেওঁক নিচেই কাষৰপৰা নিৰীক্ষণ কৰাৰ সুবিধা পাইছিলোঁ।

তেওঁৰ দৰে অসমক ভাল পাব পৰা লোক বিৰল। তেওঁৰ জীৱনৰ স্বপ্ন আছিল যে নেফা, নগাৰাজ্য, মণিপুৰ আৰু ত্ৰিপুৰাক লৈ সমগ্ৰ উত্তৰাঞ্চলক ভাৰতৰ এক বৃহৎ ৰাজ্যলৈ ৰূপান্তৰিত কৰিব পৰা হব আৰু এই ৰূপান্তৰৰ সাৰ্থক নেতৃত্ব দিব অসমে ঐক্য আৰু প্ৰীতিৰ বান্ধোনেৰে।

দৰাচলতে তেওঁ বিচাৰিছিল—অসম এনে এক চুম্বক শক্তিলৈ ৰূপান্তৰিত হওক, যি শক্তিয়ে ভাৰতবৰ্ষৰ পূৰ্বপ্ৰান্তত অৱস্থিত সমগ্ৰ অঞ্চলটোকে প্ৰীতি আৰু ঐক্যৰ বান্ধোনেৰে বান্ধি ৰাখিব। তেওঁৰ শান্ত কূটনৈতিক বিচক্ষণতা, দূৰদৃষ্টিসম্পন্ন প্ৰশাসনৰ দক্ষতা, বিৰোধ নিৰস্ত্ৰ কৰা বন্ধুত্ব আৰু নীতিগত দৃঢ়তাৰ গুণাৱলীৰ সৌৰভত আমোল-মোলাইছিল গোটেই ভাৰতবৰ্ষ আৰু সেয়ে সমগ্ৰ ভাৰতবৰ্ষত তেওঁ আছিল শ্ৰদ্ধা আৰু সন্মানৰ পাত্ৰ।

তেৰবছৰে দেশৰ অ'ত ত'ত বহুত মুখ্যমন্ত্ৰী আহিল আৰু গ'ল; কিন্তু তেওঁ ৰ'ল অবিচলভাৱে।

আমাৰ সকলোৰে বাবে দুৰ্ভাগ্যৰ কথা যে ১৯৬০ চনৰপৰা তেওঁৰ শৰীৰ ক্ৰমে বেয়া হবলৈ আৰম্ভ কৰে। ১৯৬৯ চনৰপৰা তেওঁৰ স্বাস্থ্য ভাগি পৰে। কোনো এটা সময়ত তেওঁৰ চিকিৎসকসকলে লেটিন্ বাক্যাংশৰে তেওঁৰ ৰোগক "নিৰ্ণয় কৰিব নোৱাৰা জ্বৰ" বুলি কৈছিল।

কিন্তু উল্লেখযোগ্য কথা হ'ল, ৰোগৰ গভীৰতা যিমানেই নহওক, ৰাজনৈতিক সমস্যাসমূহ আলোচনা কৰোঁতে তেওঁৰ মন-মস্তিষ্ক স্পষ্ট আৰু পৰিষ্কাৰ আছিল আৰু ৰোগৰ প্ৰভাৱ লক্ষ্য কৰিব পৰা নগৈছিল।

জীৱনৰ অন্তিম বেলাত তেওঁৰ জীয়েকৰ বিয়াৰ আয়োজন কৰা হৈছিল আৰু এই বিয়া যে তেওঁ দেখা পাব সেই আশা নাছিল। ঈশ্বৰ করুণাময়। তেওঁৰ জীৱনকালতে এই বিবাহ-কাৰ্য সমাধা হ'ল। বিয়াৰ অলপ দিনৰ পিচতে তেওঁ ঢুকাল।

তেওঁ আছিল এজন মহৎ লোক। এজন মহান নেতা। তেওঁ আছিল এজন দূৰদৃষ্টিসম্পন্ন ৰাজনীতিবিদ আৰু ব্যক্তিত্বসম্পন্ন পুৰুষ। তেখেতে পৰকো আপোন কৰিব পাৰিছিল।

এশ বছৰতো এনে এজন পুৰুষ সহজে নজন্মে।

# বিমলাপ্ৰসাদ চলিহা: ব্যক্তিগত এভুমুকি

**হেম বৰুৱা**

জন্ম বা মৃত্যুৰ চন বা তাৰিখেৰে মহৎ লোক একোজনৰ জীৱনৰ বুজ লোৱা নহয়। কৰ্ম আৰু অন্তৰ-জীৱনৰ মাধুৰ্যইহে একোজন ব্যক্তিক মহৎ কৰে। আন দহজন প্ৰখ্যাত ব্যক্তিৰ দৰে চলিহা ডাঙৰীয়াৰো জন্ম আৰু মৃত্যুৰ দিন একোটা আছিল। এইবোৰৰ বুজ লৈ মানুহজনৰ জীৱন-মাহাত্ম্যৰ ওপৰত আঁৰ-কাপোৰ টানিব খোজা নাই।

চলিহা ডাঙৰীয়াক ১৯৪২ চনৰ জেল-জীৱনৰপৰা বৰ ঘনিষ্ঠভাৱে পাইছিলোঁ যদিও মানুহজনৰ সৈতে ৰাজনৈতিক বিষয়বস্তুৰ সম্বন্ধে খুব কমেই আলোচনা হৈছিল। এবাৰ মাথোন মানুহজনৰ সৈতে ৰাজনৈতিক বিষয়ে আলোচনা কৰিছিলোঁ। এইটো হৈছে, ফেডাৰেল আঁচনিৰ গৰাহত অসম যেতিয়া প্ৰায় পৰোঁ পৰোঁ অৱস্থা। মানুহজনৰ সৈতে এই বিষয়ে দিল্লীতো আলোচনা কৰিছিলোঁ, গুৱাহাটীতো আলোচনা কৰিছিলোঁ। কেৱল অসমীয়া ভাষা-জ্ঞানেই নহয়, ইংৰাজী ভাষা-জ্ঞানো মানুহজনৰ নিৰহ-নিপানীকৈ আছিল। অসমৰ বিষয়ে প্ৰস্তাৱিত ফেডাৰেল আঁচনি বিচাৰ কৰি চাবলৈ, দিল্লীত বহা ৰাউণ্ড টেবুল কনফাৰেন্সে এখন সৰু সমিতি কৰি দিছিল। সেই সমিতিখনৰ সভাপতি আছিল অশোক মেহতা। এই সমিতিখনৰ চলিহা ডাঙৰীয়াও সদস্য আছিল। এই সমিতিৰ আগত অসমখন দ্বিখণ্ডিত কৰি ফেডাৰেল গঠন প্ৰয়োগ কৰাৰ বিৰুদ্ধাচৰণ কৰি চলিহা ডাঙৰীয়াই যি বক্তৃতা দিছিল, সেই বক্তৃতা উপলব্ধিৰ চূড়ান্ত পৰিচয়। সেই বক্তৃতাৰ কথাবোৰ আজিও মোৰ মনত আছে।

এই বক্তৃতা প্ৰসংগত চলিহা ডাঙৰীয়াই অসমৰ এসময়ৰ লাটবাহাদুৰ চাৰ মাইকেল কীনৰ কিতাপৰপৰা উদ্ধৃত কৰিছিল। আগতে মই ভাবিছিলোঁ, অসমৰ সমস্যাৰ বিষয়ে একালৰ অসমৰ মুখ্যমন্ত্ৰী চাৰ চাদুল্লা চাহাব নাইবা গোপীনাথ বৰদলৈয়ে যেনেদৰে জানিছিল, তেনেকৈ জনা মানুহ দ্বিতীয় আৰু নাই। সেইদিনা চলিহা ডাঙৰীয়াৰ প্ৰাঞ্জল ভাষাত দিয়া তথ্যগধুৰ বক্তৃতা শুনাৰ পিচত মোৰ ধাৰণা সলাবলৈ বাধ্য হলোঁ। বিষ্ণুৰাম মেধি ডাঙৰীয়াৰ

পিচত চলিহা ডাঙৰীয়াই যেতিয়া ৰাজ-ভাৰ লয়, তেতিয়া খিলঙৰ এজন উচ্চ-পদস্থ ৰাজবিষয়াই উপলুঙাসূচকভাৱে চলিহা ডাঙৰীয়াৰ বিষয়ে মন্তব্য কৰা কথাষাৰ মনত পৰি হাঁহি উঠে। চলিহা ডাঙৰীয়াৰ সেইদিনাৰ বক্তৃতা কেৱল তথ্যগধুৰেই নাছিল, মানুহজনে ইংৰাজীকেইটাও পানী নসৰাকৈ কৈছিল। অপ্ৰিয় হ'লেও কওঁ, আমি শিক্ষক মানুহ, গতিকে ইংৰাজী বা অসমীয়াত কোনোবাই বক্তৃতা দিলে, সেই বক্তৃতাত কিমান ব্যাকৰণৰ ভুল হৈছে, সেই বিষয়ে বুজ লোৱাটো মজ্জাগত হৈ পৰিছে। এইটো বেয়া অভ্যাস জানো, তথাপি উপায় নাই। ছাৰ্লছ লেম্বৰ এই বিষয়ে ৰচিত ৰচনা এখনলৈ প্ৰায়েই মোৰ মনত পৰে।

চলিহা ডাঙৰীয়া একপ্ৰকাৰ গান্ধীবাদী আছিল। বিৰোধী-দলৰ সদস্য এজনে এবাৰ সমালোচনা কৰা শুনিছিলোঁ: "চাহ-বাগিচাৰ মালিক আকৌ গান্ধীবাদী হয় কেনেকৈ?" এইষাৰ যুক্তিযুক্ত কথা যদিও, চৰিত্ৰৰপিনৰপৰা চাহ-বাগিচাৰ মালিকো গান্ধীবাদী হ'ব পাৰে। কিতাপ এখনত পঢ়া মনত আছে, গান্ধীজী হেনো পুঁজিপতিৰ সমৰ্থক আছিল। জি. ডি. বিৰ্লাৰ দ্বাৰা সংকলিত 'আণ্ডাৰ ডি শ্বেড' অব্ ডি মহাত্মা' বোলা কিতাপ এখন আজি কিছুদিনৰ আগতে পঢ়া মনত আছে। এই কিতাপখনত সন্নিবিষ্ট গান্ধীজীয়ে লিখা চিঠি এখনত একেষাৰ মনোৰম কথা আছে। শোষণ কৰাৰ উদ্দেশ্যেৰে হেনো গান্ধীজীয়ে পুঁজিপতিৰ সৈতে বন্ধুত্ব পাতিছিল। চলিহা ডাঙৰীয়াৰ এনে কিবা উদ্দেশ্য আছিল যদিও নাজানোঁ। এই বিষয়ে মানুহজনে একো জানিবলৈ দিয়া নাছিল। সকলোৰে প্ৰতি গান্ধীজীৰ দৰে মানুহজনৰ স্নেহ-প্ৰীতি অপৰিসীম আছিল, সেই বিষয়ে জানো।

চলিহা ডাঙৰীয়াৰ জীৱনটোৱেই কেৱল নহয়, ব্যৱহাৰ আদিও সৎ আৰু নিৰ্মল আছিল। মানুহজন কিমান বছৰ কাল শাসনৰ গাদীত থাকিল, সেইটো ডাঙৰ কথা নহয়। মানুহজনক লগ পাবলৈ যোৱা প্ৰত্যেকজনেই চলিহা ডাঙৰীয়াৰ শিষ্টাচাৰী ব্যৱহাৰত মোহিত হৈছিল। এনে ব্যক্তিক মহৎ ব্যক্তি নুবুলি বুলিম কাক?

এবাৰ মহীশূৰৰ বাঙ্গালোৰ নগৰীত বক্তৃতা প্ৰসঙ্গত এই অধমে কৈছিলো। এই একেষাৰ কথাকে দিল্লীৰ ৰাজহুৱা সভা এখনতো কৈছিলোঁ। সামাজিক আৰু ব্যক্তিগত ব্যৱহাৰত মানুহ গান্ধীবাদী হ'ব লাগে। অৰ্থনৈতিক বিষয়-বস্তুৰ ক্ষেত্ৰত মানুহ মাৰ্ক্সবাদী হোৱাত ভুল একো হ'ব নোৱাৰে। গান্ধীবাদ আৰু মাৰ্ক্সবাদৰ বুদ্ধিসম্পন্ন সমন্বয়ে জাতি একোটাক যেনেকৈ মহৎ কৰিব

পাৰে, তেনেকৈ ব্যক্তি একোজনকো মহৎ কৰিব পাৰে। এই কাৰণেই ক'ব খুজিছোঁ, ব্যক্তিগত আৰু সামাজিক ক্ষেত্ৰত চলিহা ডাঙৰীয়া গান্ধীবাদী আছিল। চলিহা ডাঙৰীয়াৰ বিষয়ে এই একেষাৰ কথাকে মোক এদিন শ্ৰদ্ধেয় লালবাহাদুৰ শাস্ত্ৰী ডাঙৰীয়াই কৈছিল। মানুহজনৰ মৌন সাহস আছিল। এনে সাহসক গান্ধীজীয়ে অনুমোদন জনোৱা কথাষাৰ বহুতেই জানে। চলিহা ডাঙৰীয়া নগা শান্তি মিছনৰ এজন সাহসী সদস্য আছিল। এই কথাষাৰৰ কাৰণে মানুহ-জনক মই বেয়া পাইছিলোঁ। কটু ভাষাত সমালোচনাও কৰিছিলোঁ। এই বিষয়ে সেই সময়ত ভাৰতৰ স্বৰাষ্ট্ৰমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী ডাঙৰীয়াই এদিন মোক কৈছিল: "চোৱাঁ, তোমালোকৰ চলিহা ডাঙৰীয়াই শান্তি মিছনৰ সদস্য স্বৰূপে বিপ্লৱী নগাৰ ঘৰে ঘৰে ঘূৰি ফুৰিছে। আৰু তুমি কৰিছা কিটো?" সেইদিনা প্ৰথমবাৰৰ কাৰণে শাস্ত্ৰী ডাঙৰীয়াৰ খং উঠা দেখিছিলোঁ। মনতে মোৰ ভাব হৈছিল: "সঁচাই, মই কিটো কৰিছোঁ?" নিজৰ গাৰ দোষ ঢাকিবৰ কাৰণে শাস্ত্ৰীজীক কৈছিলোঁ: "বিৰোধী-দলৰ সদস্যস্বৰূপে মই যদি বিপ্লৱী নগাৰ গাৱেঁ গাৱেঁ ঘূৰি ফুৰোঁ, আপোনাসকলে মোক জেলত নিদিবনে? জেললৈ ভয় লগাটো বেয়া কথা। সেইবুলি নগা শান্তি মিছনৰ চলিহা ডাঙৰীয়া এখন ৰাজ্যৰ মুখ্যমন্ত্ৰীস্বৰূপে সদস্য হৈ বেয়া কাম কৰা নাই জানো? মোৰ আপত্তি এইটো কথাতহে, ৰাজ্যৰ মুখ্যমন্ত্ৰী এজনক বিপ্লৱী নগাৰ সেৱা কৰিবলৈ দি নগা বিপ্লৱৰ প্ৰতি চৰকাৰে সমৰ্থন জনোৱা নাই জানো? এইখিনিত ব্যক্তিগত সাহসৰ কথা নুঠে।" শাস্ত্ৰী ডাঙৰীয়াই একো প্ৰত্যুত্তৰ দিয়া নাছিল। নীৰৱে মই চলিহা ডাঙৰীয়াৰ ধৈৰ্য আৰু কৰ্তব্য-নিষ্ঠাৰ প্ৰতি ওলগ জনাইছিলোঁ। এইটো কাম আজিও কৰোঁ।

এদিন ১৯৪২ চনত জেলত থাকোঁতে খদ্দৰৰ হাফপেণ্ট এটা পিন্ধি ভলণ্টিয়াৰৰ মাজত চলিহা ডাঙৰীয়া অকস্মাৎ জেলত সোমাইছিল। পোনতে মানুহজনক মই চিনি পোৱা নাছিলোঁ। "এইজন কোন" বুলি লগৰ সহকয়দী কংগ্ৰেছী এজনক সুধিছিলোঁ। সেইজনে নামটো কোৱাৰ পিচতহে মানুহজন চিনি পাইছিলোঁ। চলিহা ডাঙৰীয়াই কয়দী দেৱেশ্বৰ শৰ্মা ডাঙৰীয়াৰ শোৱা-পাটীত বহি আন ৰাজনৈতিক সহকয়দীসকলৰ সৈতে কথা পাতিছিল। এই কথাত প্ৰায়েই সূতাকটা আৰু গান্ধীজীৰ দ্বাৰা প্ৰৱৰ্তিত গঠনমূলক কৰ্ম-আঁচনিৰ কথা প্ৰকাশ পাইছিল। এই কাৰণে মানুহজনক মই গান্ধীবাদী বোলা নাই, ব্যক্তিগত চৰিত্ৰৰ কাৰণেহে বুলিছোঁ।

মানুহ মহৎ হ'বলৈ হ'লে বিৰাট এখন অন্তৰৰ প্ৰয়োজন, যি অন্তৰত মানৱীয় সকলো গুণে ঠাই পোৱাৰ উপৰিও সত্যৰ প্ৰতি আগ্ৰহ আৰু উদাৰতাই ঠাই পায়। তেতিয়াহে মানুহ মহৎ হোৱাটো কামনা কৰিব পাৰি। সঁচা কথা, ইংৰাজ কবি এজনাই কৈছিল: "প্ৰণয় আৰু যুদ্ধত বেয়া কথা বুলি একো নাই।" সেই কাৰণেই নিৰ্বাচনত অযথা অসত্য প্ৰচাৰ কৰাৰ উপৰিও প্ৰতিদ্বন্দ্বী একোজনক "ঢেকুৰা কুকুৰৰ" সৈতে ৰিজোৱা হয়। চলিহা ডাঙৰীয়া এনে অসৎ কামত বা অসত্য প্ৰচাৰত কেতিয়াও ব্ৰতী নহৈছিল। তেওঁৰ প্ৰতিদ্বন্দ্বীকো সহায় কৰা কথাষাৰ কোনে নাজানে।

অসমীয়া ভাষা অসম ৰাজ্যৰ ৰাজ্যিক ভাষা হ'ব লাগে। ইয়াকে লৈ ১৯৬০ চনত আমাৰ প্ৰদেশত জুই জ্বলিছিল। কেইবাজনেও মৃত্যুবৰণ কৰাৰ উপৰিও বাৰুকৈয়ে এচাম মানুহ ভাষাৰ কাৰণে লাঞ্ছিত হৈছিল। এই কাৰণে মানুহে চলিহা ডাঙৰীয়াৰ ভাষা-সম্বন্ধীয় বিবৃতিটোক জগৰীয়া কৰিব খোজে। এতিয়া ভাবি চাইছোঁ, দেশ এখনৰ মুখ্যমন্ত্ৰী এজনাই এনেদৰে নাভাবি, ভাবিব কি? অসমখন নানা বৰণীয়া জাতিপুঞ্জৰ ৰঙীণ সূতাৰে বুটা তোলা এখন দলিচা। এইষাৰ কথা মুখ্যমন্ত্ৰীস্বৰূপে চলিহা ডাঙৰীয়াই ভালকৈ উপলব্ধি কৰিছিল। আজি অসমত অসমীয়া ভাষাৰ ৰাজ্যিক মৰ্যাদাপ্ৰাপ্তিৰ বিষয়ে যেনেদৰে দাবী উত্থাপন কৰা হৈছে, তেনেদৰে আমাৰ ভাষাটোকো বহুতেই বিজতৰীয়া কৰিছে। বাৰপাচি ইংৰাজী বা ভাৰতীয় আন প্ৰদেশৰ শব্দই স্থানীয় ভাষা এটাক কেতিয়াও টনকিয়াল কৰিব নোৱাৰে। বিদেশী শব্দ অৱশ্যে গ্ৰহণত কোনো আপত্তি থাকিব নোৱাৰে। সেইবুলি জধেমধে বিদেশী শব্দৰ প্ৰয়োগে ভাষা একোটাক বিজতৰীয়া কৰে, সেই বিষয়ে সন্দেহ নাই।

আজি কিছুদিনৰ আগতে সাহিত্যৰথী বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱ ধুমধামকৈ পালন কৰা হ'ল। বেজবৰুৱাই অনা-অসমীয়া বুলি প্ৰত্যাখ্যান কৰা কিছুমান শব্দ আজি আমাৰ ভাষাত জধেমধে ব্যৱহৃত হোৱা দেখিছোঁ। আমাৰ ভাষা আৰু সাহিত্যৰ প্ৰতি চলিহা ডাঙৰীয়াৰ অনুৰাগ আছিল অপৰিসীম। এই বিষয়ে সাহিত্যৰথীক কেন্দ্ৰ কৰি আলোচনা হোৱাৰ উপৰিও আমাৰ ভাষা-সাহিত্যৰ সম্বন্ধে মানুহজনৰ সৈতে মোৰ বিতং আলোচনা হৈছিল। এদিন চলিহা ডাঙৰীয়াই মোক অসমীয়া গল্প এটাৰ কথা কৈছিল। সেই গল্পটোৰ হেনো বহুতখিনি নিজৰ জীৱনৰ সৈতে মিলি যায়। অসমীয়া

ভাষা-সাহিত্যৰ প্ৰতি অনুৰাগ থকা মানুহৰ প্ৰতি মোৰ এটা সহজাত দুৰ্বলতা আছে। এই দুৰ্বলতা চলিহা ডাঙৰীয়াৰ ক্ষেত্ৰতো প্ৰতিফলিত হৈছিল।

১৯৬৭ চনত পত্নীৰ সৈতে মই বিদেশলৈ যাবলৈ ওলাইছোঁ; এনেতে চলিহা ডাঙৰীয়া দিল্লীৰপৰা ঘূৰি-পকি আহি গুৱাহাটীত ফোন যোগে ক'লে: "বৰুৱা, ক'ত মৰেগৈছে? দিল্লীত আপোনাক বিচাৰি চলাথ কৰিলোঁ। এবাৰ ইয়ালৈ (চাৰ্কিট হাউছ) আহিবনে? আপোনাৰ সৈতে বহুত কথা আছে......।" সেই অনুপাতে চলিহা ডাঙৰীয়াক মই যথাস্থানত লগ ধৰিলোঁ। ফেডাৰেল আঁচনিৰ বিষয়ে বহুতো আলোচনা কৰিলোঁ। মানুহজনে ক'লে: "এইবাৰ আপোনালোকৰ সদনত ফেডাৰেল আঁচনিৰ বিষয়ে বিল উত্থাপন হোৱাৰ কথা আছে। আপুনি বিদেশত সোমাই থাকিলে কেনেকৈ হ'ব?" মই ক'লোঁ: "আপুনি ঠিকেই কৈছে। যথাসময়ত মই সদনত উপস্থিত হ'ম। উলটি অহাৰ পথত কেইদিনমান থাকি আহিবলৈ ইজৰাইল আৰু পশ্চিম জাৰ্মাণীয়েও মাতিছে। সদনৰ কামত পলম হয় বুলি এই দুখন দেশলৈ যোৱাটো বৰ্তমান বাতিল কৰিছোঁ।" এইবুলি কৈ মই আমাৰ বাতৰি-কাকত এখন উলিয়াই চলিহা ডাঙৰীয়াক দেখুৱাইছিলোঁ। সেই কাগজত এই দুখন দেশলৈ যোৱাটো যে মই বাতিল কৰিছোঁ, সেই বিষয়ে ওলাইছে। ই যিহকে নহওক লাগিলে, সদনত সেইবাৰ অসমৰ ফেডাৰেল আঁচনিৰ কথা উত্থাপিত নহ'ল।

ওপৰোক্ত অনুৰাগৰপৰাই চলিহা ডাঙৰীয়াৰ দেশপ্ৰেমৰ কথা বঢ়িয়াকৈ বুজিব পাৰি। দেশপ্ৰেম ভমক্কৈ জ্বলি উঠা একুৰা জুই নহয়, ই অনিৰ্বাণ শিখা। এই শিখাৰ গৰাকী আছিল বাবেই চলিহা ডাঙৰীয়া মহৎ। দেশ-প্ৰেমেহে মানুহক মহত্ব দিয়ে। মানৱপ্ৰেম হৈছে দেশপ্ৰেমৰ আন এটা সংস্কৰণ। মানৱপ্ৰেম অন্তৰৰ বস্তু। ইয়াক বলেৰে কোনেও ওপৰৰপৰা জাপি দিব নোৱাৰে। চলিহা ডাঙৰীয়া মানৱপ্ৰেমী আছিল। মানুহক ভাল পাব নোৱাৰিলে ব্যক্তি একোজনৰ অন্তৰ উকা হ'বলৈ বাধ্য। চলিহা ডাঙৰীয়াৰ অন্তৰ উকা নাছিল। উদাৰতাই মানুহক মহত্ব দিয়ে বুলি আগতে কৈ আহিছোঁ। মোৰ মনত আছে, আনকি চেহেৰা আৰু গতিবিধিও মনত আছে। ১৯৪২ চনত এবছৰমান জেলত থকাৰ পিচত মই মুক্তি পাইছিলোঁ। এতিয়াৰ দৰে তেতিয়াও সম্পূৰ্ণৰূপে জৰ্জৰিত, মই মুক্তি পোৱাৰ পিচত চলিহা ডাঙৰীয়াই জেলৰপৰা মুক্তি পাইছিল। জেলৰপৰা ওলায়েই পোনে পোনে যোৰহাটৰ

ভৰাজানৰ ঘৰলৈ আমাৰ খবৰ ল'বলৈ চলিহা ডাঙৰীয়া আহিছিল। সেইষাৰ কথা আজিও মোৰ মনত আছে।

"এইটো অন্য এটা ৰাজনৈতিক দলৰ মানুহ" বুলি চলিহা ডাঙৰীয়াৰ মানৱতাজ্ঞান মোলান পৰা নাছিল। এইষাৰ কথাৰ আন এটা প্ৰমাণ দাঙি ধৰিব খুজিছো। অন্য এটা ৰাজনৈতিক দলৰ মানুহ এজন এবাৰ বেমাৰত পৰিছিল। মানুহজন গাৱঁত থাকে। চলিহা ডাঙৰীয়া তেতিয়া অসমৰ মুখ্যমন্ত্ৰী। সেইজন বেমাৰী মানুহৰ খবৰ লবলৈ চলিহা ডাঙৰীয়া গাৱঁলৈ গৈছিল। লগত তেওঁৰ এগৰাকী উপমন্ত্ৰী। দুয়ো একেখন গাড়ীতে গৈছিল। গাড়ীত চলিহা ডাঙৰীয়াই ক'লে: "অমুক বেমাৰত পৰিছে। খবৰ লৈ আহোঁগৈ।" উপমন্ত্ৰীগৰাকীয়ে ক'লে: "সেই যে আমাক সমালোচনা কৰি থাকে, সেইজনৰ কথা কৈছে?" মানুহজন বিৰোধী-দলৰ। ইয়াৰ উত্তৰত চলিহা ডাঙৰীয়াই ক'লে: "আপুনি নাজানে। এইবোৰ মানুহৰ ত্যাগৰ কাৰণেই দেশখন আজি স্বাধীন হ'ল। দেশখন আজি স্বাধীন নোহোৱা হলে আমি মন্ত্ৰী হ'বলৈ পালোহেঁতেন কেনেকৈ?" মন্ত্ৰী যদিও, এইগৰাকীৰ স্বাধীনতা বণলৈ কোনো বৰঙণি নাই। কংগ্ৰেছ অনুষ্ঠানত ক্ষমতা-খকুৱা মানুহ বহুতো আছে। চলিহা ডাঙৰীয়াই এইষাৰ কথা ভালকৈ জানিছিল। দেখাত তেনেই সামান্য যেন লাগিলেও, এইষাৰ কথাৰ জৰিয়তে মানুহজনৰ মানৱপ্ৰেম জুই ওলোৱাদি ওলায়। মানুহজনৰ ঘৰৰপৰা কেনেকৈ জেলত খবৰ লবলৈ আহিলে মাকে 'আফচোচ' কৰে, মিঠাইকে আৰম্ভ কৰি নানান বস্তু লৈ আহে, সেই বিষয়ে 'কাৰাগাৰৰ জীৱন' বোলা প্ৰবন্ধত বিতংকৈ লিখিছোঁ। সেইষাৰ কথা দোহাৰিব খোজা নাই।

জেলত চলিহা ডাঙৰীয়াৰ লৈতে আমি নানান অ-ৰাজনৈতিক কথা পাতিছোঁ। এইবোৰ কথা মনত পৰিলে আজিও হাঁহি উঠে। চলিহা ডাঙৰীয়াই খুব লাহে লাহে কথা কৈছিল। ওপৰোক্ত কথাবোৰত মানুহজনৰ নিমজ, বুদ্ধিদীপ্ত হাস্যৰস প্ৰতিফলিত হৈছিল। সেইবোৰৰ বিষয়েও ন-কৈ উল্লেখ কৰিব খোজা নাই। মানুহজন বৰ অল্পভাষী আছিল। এবাৰ অসমৰ লাট-বাহাদুৰ বিষ্ণু সাহায় ডাঙৰীয়াই মোক কৈছিল: "আপোনাসকলৰ মুখ্যমন্ত্ৰীয়ে চব্বিশঘণ্টাৰ ভিতৰত কেতিয়াবা এটা বাক্য কয়।" কথাষাৰ বৰ সঁচা। ইয়াৰ অন্যথা হোৱা দেখিছিলোঁ, মানুহজন যেতিয়া দিল্লীৰ উইলিংডন হাস্পতালত ৰোগগ্ৰস্ত অৱস্থাত পৰি আছিল। সেই সময়ত মই আৰু মোৰ

সহধৰ্ম্মিনী অণু বৰুৱা, মানুহজনৰ ওচৰলৈ খুব গৈছিলোঁ। সেঠাৰি নিছিগাকৈ মানুহজনে আমাৰ আগত ইমান কথা কৈছিল যে মানুহজনৰ অসুখ বেছি হয় বুলি আমাৰহে ভয় লাগিছিল। এইবোৰত প্ৰায় পুৰণি কথা কিছুমান উদ্ভাসিত হৈছিল। এসময়ৰ মন্ত্ৰী, স্বৰ্গগত ৰামনাথ দাসৰ পুৰণি কথাও কৈছিল। কিন্তু বৰ আচৰিত! সকলোবোৰ কথাতে মানুহজনৰ অপৰিসীম সহানুভূতিহে প্ৰকাশ পাইছিল। আন মানুহৰ ভালটো লক্ষ্য কৰিব পৰাটোও এটা ডাঙৰ গুণ। চলিহা ডাঙৰীয়া এই গুণৰ অধিকাৰী আছিল। সেই কাৰণেই সম্ভৱতঃ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে এবাৰ সদনৰ মজিয়াত মোৰ এটা প্ৰশ্নৰ উত্তৰত চলিহা ডাঙৰীয়াক “ভাল মানুহ” বুলি.কৈছিল।

মোক এদিন বিৰোধী-দলৰ সদস্য আচাৰ্য কৃপালনীয়ে সুধিছিল: “তোমালোকৰ মুখ্যমন্ত্ৰী এতিয়া কোন? চলিহা? কেনে মানুহ?” তাৰ উত্তৰত মই কৈছিলোঁ “ভাল মানুহ” বুলি। প্ৰতিবাদৰ সুৰত কৃপালনীয়ে কৈছিল: “তোমাৰ লঁ’ৰাটো যেতিয়া অসুস্থ হয়, তেতিয়া ভাল মানুহ লাগে নে ভাল ডাক্তৰ লাগে?” তেতিয়া অসমত ভাষা-আন্দোলনৰ জুই জ্বলিছে। প্ৰত্যুত্তৰত মই কৃপালনীক কৈছিলোঁ: “ভাল ডাক্তৰ যদি ভাল মানুহ হয়, তেন্তে আৰু ভাল।” আমাৰ বৰ্তমান বিভ্ৰান্ত সময়ত ভাল মানুহৰ বিশেষ প্ৰয়োজন আছে। এনেয়েনো নেহৰুৱে চলিহা ডাঙৰীয়াক “ভাল মানুহ” বুলিছিলনে? তাহানি মেধি ডাঙৰীয়াৰ পিচত চলিহা ডাঙৰীয়া অসমৰ মুখ্যমন্ত্ৰী হওঁতে, সেই সময়ৰ কেন্দ্ৰীয় মন্ত্ৰীমণ্ডলীৰ অন্যতম মন্ত্ৰী গোবিন্দবল্লভ পন্তেও এই একেষাৰ কথাকে চলিহা ডাঙৰীয়াৰ বিষয়ে কৈছিল।

ডেকা কালত ক’ৰবাত বিশ্ব-সাহিত্যৰ তিনিজন বাছকবনীয়া জীৱনী লিখকৰ কিতাপত পঢ়া একেষাৰ কথা মনত পৰিছে। সম্ভৱতঃ প্ৰখ্যাত জীৱনী লিখক এমিল্ লাডউইগে কৈছিল: “সাধাৰণ একোটা কথাই একোজন মানুহৰ ব্যক্তিত্ব যেনেদৰে প্ৰকাশ কৰে, তেনেদৰে বৰ বৰ কথাই নকৰে।” বৰ বৰ কথাবোৰ একেটা সাঁচতে ঢাল খোৱা। সেই কথাবোৰ যেইকোনো মহৎ ব্যক্তিৰ গাতে প্ৰয়োগ কৰিব পাৰি। এই কাৰণেই সম্ভৱতঃ ইংৰাজীত একেষাৰ কথা আছে, “বন কৰা ল’ৰাটোৰ আগত কোনো কেতিয়াও ডাঙৰ মানুহ নহয়।” চলিহা সাধাৰণ মানুহৰ মাজতো মহৎ ব্যক্তি আছিল। এইজনাৰ তিৰোধানৰ বাতৰিয়ে সমগ্ৰ অসমখনকে কঁপাই তুলিছিল। সকলো মানুহৰ মুখত মাথোন একেষাৰ কথাই, “ভাল মানুহটো গ’ল।”

চলিহা ডাঙৰীয়াৰ মানৱপ্ৰেম আৰু সত্য-নিষ্ঠাৰ কথা ওপৰত থূলমূলকৈ উল্লেখ কৰিছোঁ। মানুহজনৰ হাস্যৰস, নিমজ আৰু বুদ্ধিদীপ্ত বুলি কৈ আহিছোঁ। এই বিষয়ে নিজৰ অভিজ্ঞতাৰপৰা বহুতো উদাহৰণ দিব পাৰো। বিলাতৰপৰা উলটি অহাৰ পিচত দিল্লীত ফেডাৰেল আঁচনিৰ বিষয়ে আলোচনা কৰিবলৈ আহূত এখন সভাত চলিহা ডাঙৰীয়াই আমাক সুধিছিল, "বৰুৱা ডাঙৰীয়া, সপত্নীক বিলাতলৈ গৈছিল নহয়? তাত কি কি দেখিলে?" মই ক'লোঁ: "আমাৰ হোটেলৰ কোঠাটোৰ বন কৰা ছোৱালীজনীয়ে এদিন মোক সুধিছিল, 'এইয়া আপোনাৰ দ্বিতীয়পক্ষৰ পত্নী নেকি'?" চলিহা ডাঙৰীয়াই কথাষাৰ শুনামাত্ৰকে মিচিকিয়াই হাঁহি ক'লে: "বৰুৱা ডাঙৰীয়া, ইমানষাৰ কথা সুধিবলৈ তাইনো সাহ পালে ক'ৰপৰা?" চলিহা ডাঙৰীয়াই কথাষাৰ এনে এটা ভংগীত কৈছিল যে শুনামাত্ৰকে সমগ্ৰ সভাঘৰ হাঁহি উঠিছিল। সেই হাঁহিত ময়ো যোগ দিছিলোঁ। চলিহা ডাঙৰীয়াৰ এনে ধৰণৰ বুদ্ধিদীপ্ত হাস্য-ৰসৰ উদাহৰণ মোৰ হাতত বহুতো আছে। সেইবোৰৰ বিষয়ে উল্লেখ কৰি কিতাপখন লেতেৰা কৰিব খোজা নাই।

সাহিত্যৰথী বেজবৰুৱাই কৈছিল: "আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হ'ম।" যিটো সময়ত এই কথাষাৰ কোৱা হৈছিল, সেইটো সময়ত এনে এষাৰ কথাৰ বৰ প্ৰয়োজন আছিল। আজি এইষাৰ কথাৰ পুনৰুদ্ধাৰ কৰিব লাগিব কামেৰে; কোনো ক্ষেত্ৰতে যে আমি দুখীয়া নহওঁ, সেইষাৰ কথা কামেৰেহে সাব্যস্ত কৰিব পাৰি। খেল পথাৰেই হওক বা ৰাজনীতিয়েই হওক, কামৰ মৰ্যাদা সদায়েই থাকিব। আমাক যেনেকৈ যশস্বী সৰ্বভাৰতীয় খ্যাতিৰ পাৰবীন চুলতানাৰ লেখীয়া শিল্পী লাগে, তেনেদৰে ভাল ৰাজনীতিজ্ঞও লাগে। নহলে অসমখন উকা হৈ থাকিব। প্ৰাচীন গৰ্বই আমাক সৰহদূৰ নিব নোৱাৰে। প্ৰাচীনৰ প্ৰয়োজন আছে। সেইবুলি গৰ্ব বা অহংকাৰৰ কিবা জানো প্ৰয়োজন আছে? মোৰ মাতৃভাষাটো লৈ গৰ্ব কৰোঁ, অহংকাৰ নকৰোঁ। চলিহা ডাঙৰীয়াৰো এইটোৱেই আছিল অভিমত। এবাৰ দিল্লীত বন্ধু এজনক কৈছিলোঁ: "I am proud of my language, but not vain about it. There is a lot of difference between pride and vanity."

জনপ্ৰিয়তা বেয়া বস্তু নহয়। চলিহা ডাঙৰীয়াৰ সভাত বহুতো মানুহ উপস্থিত থাকে। বাইজৰ এই উপস্থিতিয়ে মানুহজনৰ জনপ্ৰিয়তাৰ কথা কয়। ডঃ জনছনৰ জীৱনী-লিখক বছওৱেলে এঠাঁকি মন্তব্য কৰিছিল: "জনপ্ৰিয়তা

বেয়া বস্তু নহয়। ইয়াক যেদি ফুৰাটোহে বেয়া কথা।" চলিহা ডাঙৰীয়াই জনপ্ৰিয়তা খেদি ফুৰা নাছিল ; ই আপোনা-আপুনি আহিছিল। আমাৰ জন-সাধাৰণৰ এতিয়াও মানুহৰ চৰিত্ৰৰ প্ৰতি সম্মোহন আৰু শ্ৰদ্ধা অটুট হৈ আছে। দুই এজন আমি স্বাৰ্থান্বেষী ব্যক্তিয়েহে মিছা কথা কৈ মানুহক বিভ্ৰান্ত কৰোঁ। চলিহা ডাঙৰীয়াই এনে বিভ্ৰান্তিকৰণত বিশ্বাস কৰা নাছিল। সেই কাৰণেই মানুহজন মহৎ।

চলিহা ডাঙৰীয়াৰ ৰাজনীতিৰ বিষয়ে আলোচনা কৰিব খোজা নাই। ওপৰত কৈ অহাৰ দৰে মানুহজনৰ সৈতে ৰাজনীতিৰ কথা নাপাতিছিলোঁৱেই বুলিব লাগে। এইটো কাম উপযুক্তজনৰ হাতলৈ এৰিলোঁ। ডঃ ৰাধাকৃষ্ণণৰ একেষাৰ কথা মোৰ বৰ ভাল লাগে: "ৰাজনীতিয়ে মানুহৰ মন আৰু সমাজ ডোখৰ ডোখৰ কৰে। সংস্কৃতিয়ে খণ্ডিত মন আৰু সমাজ যোৰা লগায়।" বিমলাপ্ৰসাদ চলিহা ডাঙৰীয়া আচলতে সংস্কৃতিসম্পন্ন ব্যক্তি আছিল। ব্যক্তি-গত ব্যৱহাৰৰ উপৰিও এইজনাই সমাজ-মন যোৰা লগাবলৈ বিচাৰিছিল। এই কাৰণেই মানুহজন মহৎ।

# চলিহা ঃ এজন অক্লান্ত গঠনমূলক কৰ্মী

**ৰবীন্দ্ৰ নাথ কাকতী**

## *এজন বিভাঁজ কৰ্মী*

আজিৰপৰা প্ৰায় ৪৮ বছৰ পূৰ্বে ১৯২৩ চনত শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়ি থকাৰ সময়তেই স্বৰ্গীয় বিমলাপ্ৰসাদ চলিহাৰ লগত মোৰ প্ৰথম পৰিচয় হয়। আমি দুয়ো স্কাউট আছিলোঁ আৰু সেই সূত্ৰেই আমি ইজনে সিজনৰ লগত চিনাকি হবলৈ সুযোগ পাইছিলোঁ।

স্কুলত পঢ়ি থকাৰপৰাই চলিহা শকত-আৱত আছিল। তেতিয়াৰপৰাই তেখেতে সামাজিক কামত আন্তৰিকতাৰে আত্মনিয়োগ কৰিছিল। নিষ্ঠাবান স্কাউট আৰু সমাজকৰ্মী হিচাপে তেখেতৰ লগত একেলগে কাম কৰাৰ সুযোগো মোৰ ঘটিছিল।

আমি স্কুলত পঢ়ি থকাৰ সময়ত আমাৰ এখন ছাত্ৰসভা আছিল। সাহিত্য-চৰ্চাৰ উপৰিও সভাখনে নানান ধৰণৰ সমাজ-সেৱাৰ কাম কৰিছিল। আমি দুয়ো সভাখনৰ সভ্য আছিলোঁ আৰু সভাখনৰ মাধ্যমেৰে আমাৰ মাজত এটা সহকৰ্মীৰ সম্বন্ধ গঢ় লৈ উঠে।

স্কুলীয়া কালছোৱাৰ পিচত পাঁচবছৰমান আমাৰ দেখাদেখি হোৱা নাছিল। পুনৰ আমি লগ হওঁ অসহযোগ আন্দোলনৰ সময়ত।

কংগ্ৰেছৰ বিভিন্ন কামত আমি তেখেতৰপৰা সক্ৰিয় সহযোগিতা পাই আহিছিলোঁ। বিশেষকৈ ১৯৩৬ চনত তেখেতে নিখিল ভাৰত শিপিনী সংঘৰ এটা শাখা অসমত খুলিবলৈ দায়িত্ব গ্ৰহণ কৰাৰপৰা আমাৰ মাজত সম্বন্ধ অধিক নিবিড় হৈ উঠে। তেখেতে খাদী আৰু গঠনমূলক কেন্দ্ৰ স্থাপনৰ ক্ষেত্ৰতো আগভাগ লৈছিল। এইবিলাকৰ সংগঠন আৰু পৰিচালনাৰ কামত আমি দুয়ো একেলগে আত্মনিয়োগ কৰিবলৈ সুযোগ পাইছিলোঁ। কেতিয়াবা অৱস্থা এনেকুৱা হয় যে ছয়-সাতমাইল বাটো আমি খোজকাঢ়ি গৈ কাম চলাবলগীয়া হয়।

শিৱসাগৰ জিলাৰ নকটানিতে পোনপ্ৰথমে তেখেতে খাদী কেন্দ্ৰ খুলিবলৈ সিদ্ধান্ত কৰে। কেন্দ্ৰটো অকল স্থাপন কৰিয়ে বহি নেথাকি তেখেতে তাত ৪২ দিনমান থাকি শিপিনীসকলক সূতা কটাকে আদি কৰি বিভিন্ন

গঠনমূলক কামৰ শিক্ষা দিছিল—নিজৰ তত্ত্বাৱধানতে। কৰ্মীসকলৰপৰা তেখেতে নিজকে পৃথক বুলি নেভাবিছিল আৰু অকণো সংকোচ বোধ নকৰাকৈ কৰ্মী-সকলৰ লগত সাইলাখ একে ধৰণেই খোৱা-মেলা কৰিছিল। শকত-আৱত মানুহজনে কেতিয়াবা খাদী কাপোৰৰ মোনা নিজৰ পিঠিত কঢ়িয়াই নিছিল। চাইকেল থাকিলে সাধাৰণতে চাইকেলতেই খাদী কাপোৰবোৰ মোনাত ভৰাই নিয়ে। বাৰিষাকালি গাৱঁৰ বাট-পথ এনেকুৱা হৈ পৰে যে কেতিয়াবা চাইকেল নিয়াটোৱেই টান হয়। তেনেকুৱা অৱস্থাত তেখেতে যঁতৰ, কপাহ আদি সা-সৰঞ্জামবোৰ সহকৰ্মীসকলৰ সৈতে নিজৰ পিঠিত বোজা বান্ধি নি গাৱঁৰ বাইজৰ মাজত বিতৰণ কৰিছিল।

তাৰ পিচত লাকুৱা, বকটা আদি অঞ্চলতো খাদী কেন্দ্ৰ খোলা হয়। সেইবিলাক কেন্দ্ৰতো তেখেতে দিনৰ পিচত দিন ধৰি অহোপুৰুষাৰ্থ কৰি কৰ্মীসকলক নিজৰ তত্ত্বাৱধানতেই শিক্ষা দিছিল আৰু পৰিচালনাও কৰিছিল। এইদৰে ছুবছৰ যোৱাৰ পিচত ১৯৩৮ চনত দেখা গ'ল, খাদী সংঘ লোকচানৰ ঘৰত। তেখেত চিন্তাত পৰিল। এনে পৰিস্থিতিতো তেখেতে গা-এৰা নিদিলে। নিখিল ভাৰত শিপিনী সংঘয়ো তেখেতক কেন্দ্ৰবোৰ টনকিয়াল কৰাৰ অৰ্থে তত্ত্বাৱধান ল'বলৈ অনুৰোধ জনালে। এই কেন্দ্ৰবোৰক কেনেকৈ পুনৰ উজ্জীৱিত কৰি তুলিব পৰা যায়, সেই বিষয়ে চিন্তা কৰি তেখেতে এটা উপায় উলিয়ালে। অসমৰপৰা বিহাৰ আৰু অন্যান্য ঠাইলৈ যদি সৰিয়হ, এড়ি-মুগা কাপোৰ আদি পঠিয়াব পাৰি তেনেহলে তাৰ জৰিয়তে হোৱা লাভেৰে বাকীবিলাক কেন্দ্ৰৰ লোকচানবোৰ হয়তো পূৰাব পৰা যাব। এই মৰ্মে সিদ্ধান্ত কৰাৰ মূৰত আমি ছুয়ো চিকাৰী গাঁও, লাচন গাঁও আদি বিভিন্ন গাৱঁলৈ গৈ সৰিয়হ কিনাৰ কামত লাগিবলৈ ধৰিলোঁ। মহাজন-বিলাকে খেতিয়কসকলৰপৰা নিচেই কম দামত সৰিয়হ কিনিছিল। তেখেতে ভাবিছিল, সৰিয়হ কিনাৰ ব্যৱস্থা কৰাৰ ফলত মহাজনবিলাকে খেতিয়ক সকলৰপৰা নিচেই কম দামত সৰিয়হ কিনি ঠগিব নোৱাৰিব। সৰিয়হ কিনাৰ লগতে, তেল ঘানিত তেল পেৰাৰ উপকাৰিতা সম্পৰ্কেও আমি বাইজক সচেতন কৰিছিলোঁ। এইদৰে আমি ভাবিছিলোঁ যে, ওপৰোক্ত ব্যৱস্থাৰ ফলত, অৰ্থাৎ ঘানিত তেল পেৰি যিখিনি অতিৰিক্ত সৰিয়হ আমাৰ হাতত ৰ'ব, সেইখিনি বিহাৰলৈ পঠালে আমাৰ লাভ হ'ব আৰু সেই লাভেৰেই আমি কেন্দ্ৰবোৰ পৰিচালনা কৰিব পাৰিম।

কিন্তু মাজুলী অঞ্চলত দেখা গ'ল যে, সৰিয়হ কিনিবলৈ হলে খেতিয়ক-সকলক আগতেই আগধন দিব লাগিব; কাৰণ, ব্যক্তিগত বেপাৰীসকলেও তাকেই কৰে। সেইদেখি তেখেতে ব্যক্তিগত হিচাপে ধাৰ লৈ প্ৰায় ২০০০ টকা খেতিয়কসকলক আগধন হিচাপে দিয়ে। কিন্তু সৰিয়হ সংগ্ৰহৰ সময়ত দেখা গ'ল যে বহুতো খেতিয়কে তলে তলে বেপাৰীবিলাকক আগৰ আগধন লোৱা ধনৰ ধাৰত সৰিয়হ দি দিছে। ই আমাৰ সৰিয়হ সংগ্ৰহত যথেষ্ট বাধা জন্মায়। আনহাতে যিমান সৰিয়হ পোৱা হ'ল, সেইবিলাকো ধূলি মিহলোৱা। ফলত খাদী কেন্দ্ৰৰ প্ৰায় ৯০০ টকা লোকচান হয়। এই সমুদায় লোকচান তেখেতে ব্যক্তিগতভাবেই ভৰিবলৈ গাত লয়। মাজুলী অঞ্চলতো খাদী কেন্দ্ৰ, বিশেষকৈ ঘানি কেন্দ্ৰ লাভজনক নহ'ল। তথাপি তেখেত হতাশ হোৱা নাছিল। ব্যক্তিগতভাবে লোকচান ভৰিও কেন্দ্ৰবোৰ জীয়াই ৰাখিবলৈ তেখেতে আপ্ৰাণ চেষ্টা কৰিছিল।

১৯৪১ চনত তেখেতে ব্যক্তিগত সত্যাগ্ৰহী হিচাপে নাম ভৰ্তি কৰে। তেখেতে সত্যাগ্ৰহ কৰিলে খাদী কেন্দ্ৰবোৰত বাধা পৰিব বুলি ভাবি কৰ্মী-সকলে তেখেতক সত্যাগ্ৰহ নকৰিবলৈ অনুৰোধ কৰিছিল। কিন্তু সকলোৰে অনুৰোধ সত্বেও তেখেতে ১৯৪২ চনৰ আন্দোলনত জপিয়াই পৰে। এই সন্দৰ্ভত তেখেতে কৈছিল যে, দেশৰ তেনে অৱস্থাত অকল খাদী কেন্দ্ৰত ব্যস্ত হৈ থাকিলেই নহ'ব, বাস্তৱ আন্দোলনতো জপিয়াই পৰিব লাগিব।

প্ৰায় দুবছৰ কাল "চিকিউৰিটী প্ৰিজনাৰ" হিচাপে জেলত থকাৰ মূৰত ওলাই আহি তেখেতে পুনৰ খাদী কেন্দ্ৰৰ কামত মনপুতি লাগি যায়।

১৯৪৭ চনৰ সাধাৰণ নিৰ্বাচনত তেখেত প্ৰাৰ্থী হ'বলৈ মান্তি হোৱা নাছিল। কিন্তু শিৱসাগৰৰ সেই সময়ৰ পৰিস্থিতিলৈ লক্ষ্য ৰাখি তেখেতক জোৰ কৰি মান্তি কৰোৱা হয়। নিৰ্বাচিত হৈ তেখেতে সংসদী সচিব হিচাপে গাঁও উন্নয়ন, কুটীৰ শিল্প, পঞ্চায়ত, সমবায় ইত্যাদিৰ দায়িত্ব লয়।

স্বৰ্গীয় চলিহাই খাদী আৰু অন্যান্য গঠনমূলক কাম, পঞ্চায়ত, সমবায় আদিক হাড়ে হিমজুৱে বিশ্বাস কৰিছিল। তেখেতে অনুভৱ কৰিছিল যে যিহেতু অসমৰ থলুৱা লোকৰ শিল্প, বেপাৰ-বাণিজ্য কৰিবৰ কাৰণে মূলধনৰ অভাৱ, গতিকে সমজুৱা প্ৰচেষ্টাৰ দ্বাৰাহে অসমত শিল্প, বেপাৰ-বাণিজ্য গঢ়ি তুলিব লাগিব। সমবায় ভেটি ( state trading )ৰ দ্বাৰা অসমৰ অৰ্থনৈতিক আৰু বাণিজ্যিক ক্ষেত্ৰত এটা নতুন যুগৰ সূচনা হ'ব পাৰে। শিল্প, ব্যৱসায়-

বাণিজ্যই হৈছে জাতিৰ অৰ্থনৈতিক মেৰুদণ্ড। সেইদেখি তেখেতে সমবায়ৰ যোগেদি চৰকাৰী ব্যৱসায়-ব্যৱস্থা হাতত লৈছিল। কিন্তু দুখৰ বিষয়ে যে এই মহৎ প্ৰচেষ্টাত তেখেতে সহকৰ্মীবৃন্দৰপৰা আশানুৰূপ সহানুভূতি নাপালে। বৰং, পিচত মন্ত্ৰীসভাত এনে এটা ধাৰণাহে সৃষ্টি হৈছিল যে, চৰকাৰী ব্যৱসায় ব্যৱস্থা চলাবলৈ গৈ তেখেতে চৰকাৰৰ বহুত লাখ টকাৰ লোকচানহে ভৰাব! বহুতেই তেখেতৰ সেই প্ৰচেষ্টা নাশ কৰিবলৈ বিচাৰিছিল। কিন্তু একনিষ্ঠ প্ৰচেষ্টাৰে তেখেতে সেই ব্যৱস্থা লাভৰ ঘৰতেই ৰাখিলে। এই ক্ষেত্ৰত সমুচিত সমৰ্থন নাপাই তেখেতে বেজাৰ পালে আৰু পদত্যাগ কৰিলে। পদত্যাগ কৰি তেখেতে পুনৰ গঠনমূলক কৰ্মী হিচাপে আত্মনিয়োগ কৰিবলৈ ধৰিলে। তাৰ পিচত তেখেতে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদকৰ দায়িত্ব লয়। তেখেতে খাদী আৰু গঠনমূলক কেন্দ্ৰৰ বিভিন্ন কাম-কাজ গোটেই প্ৰদেশতে বিয়পাই তোলাৰ ক্ষেত্ৰত আত্মনিয়োগ কৰিছিল। কৰ্মীসকলৰ অনুৰোধক্ৰমে পিচত তেখেতে প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি আৰু তাৰ পিচত সংসদী সদস্য হয়।

## *এজন ঈশ্বৰ বিশ্বাসী লোক*

চলিহা আছিল এজন ঈশ্বৰ বিশ্বাসী লোক। সকলো ধৰ্মৰ প্ৰতি আছিল তেখেতৰ সমান শ্ৰদ্ধা আৰু সেইদেখি তেখেতে প্ৰায়েই বিভিন্ন ধৰ্মমতৰ বিষয়ে চৰ্চা কৰিছিল। তেখেতে আত্মা, কৰ্মফল, পুনৰ্জন্ম, পূজা-পাতল আদি বিশ্বাস কৰিছিল। তেখেতৰ মতে ভাগ্য আৰু প্ৰচেষ্টা, এই দুয়োটা লগ লাগিহে মানুহৰ জীৱনৰ দিশ নিৰ্ণয় কৰে। মানুহে আনন্দ আৰু শান্তি লাভৰ বাবে যিদৰে কথাছবি চায়, খেলা-ধূলা কৰে বা উপভোগ কৰে, ঠিক্ সেইদৰে মনৰ শান্তি আৰু আনন্দৰ বাবে প্ৰাৰ্থনা বা পূজা-পাতল কৰাটো অন্যায় নহয়। মৃত্যুৰ পিচতো অশৰীৰীভাৱে বিচৰণ কৰা আত্মাৰ ( spirit ) অস্তিত্বতো তেখেতৰ বিশ্বাস আছিল। তেখেতৰ ব্যক্তিগত জীৱনত লাভ কৰা কিছুমান অভিজ্ঞতাৰ কথা তেখেতে বন্ধুবৰ্গক কৈছিল। চলিহাদেৱৰ ঘৰৰ ওচৰতে এগৰাকী বৃদ্ধা মহিলাৰ এবাৰ টান নৰিয়া হৈছিল। আন এজন স্কাউটৰ সৈতে চলিহাই ৰাতি মহিলাগৰাকীৰ ঘৰত পৰ দি আছিল। পুৱঁতি নিশা কেঁচাৰ নিউ নিউ তেখেতসকলে শুনিবলৈ পালে আৰু মাতটো শুনা মাত্ৰকে যোলে

তেখেতসকলৰ গাৰ নোম ভাল ভাল হৈ উঠিল। কাৰণ, জনবিশ্বাস আছে যে টান নৰিয়াত পৰা কোনো মানুহৰ ঘৰত বা বাৰীত পুৱঁতি নিশা ফেঁচাই নিউ নিউ মাত দিলে নৰিয়াত পৰাজন আৰু বাচি নেথাকে। সেই মাতবোৰ যেন সাইলাখ যমদূত উপস্থিত হোৱাবেই জাননী! পিচে, তেখেতসকলে পৰ দি থকা মহিলাগৰাকীয়ে অলপ পিচতে পানী বিচাৰি মাত দিয়ে। মুখত পানী দিয়াৰ লগে লগেই মহিলাগৰাকীয়ে এটা দীঘল উশাহ লয় আৰু তদ্‌মুহূৰ্তে বোলে তেওঁৰ মূৰৰ তালুৰেদি কিবা এটা পোহৰ বিজুলীৰ চমকনিৰ দৰে ওলাই জালনাইদি বাহিৰ হৈ যোৱা তেখেতসকলে দেখিবলৈ পায়। তেখেতসকলৰ মন বিস্ময়াভিভূত হৈ পৰে। ইও এটা অন্যতম ঘটনা, যি চলিহাৰ মনত আত্মা আছে বুলি দৃঢ় প্ৰত্যয় জন্মায়।

দৈৱ ঘটনাৰ বিষয়ে হোৱা তেখেতৰ অভিজ্ঞতাৰ কথা তেখেতে বন্ধু মহলত কৈছিল। কলিকতাত থকা অৱস্থাত তেখেতক এসময়ত কিছুমান কথাই বিমৰ্ষ কৰি তুলিছিল। তেখেতৰ মন অৱসাদৰ ছাঁই আগুৰি পেলাইছিল। এই অৱসাদ তেখেতে নানান চেষ্টা কৰিও দূৰ কৰিব পৰা নাছিল। ৰাতি টোপনি নধৰে, কামত মন নবহে, কেৱল কেইটামান কথাই মনটোক আচ্ছন্ন কৰি ৰাখে। ক্ৰমে ই এটা মানসিক ব্যাধিৰ নিচিনাই হৈ পৰে। তেখেত অতীষ্ঠ হৈ উঠে আৰু এই ব্যাধিৰপৰা ৰক্ষা পাবৰ কাৰণে তেখেতৰ মনত নানা ধৰণৰ দুশ্চিন্তা খেলাবলৈ ধৰে। মনৰ এই তীব্ৰ যন্ত্ৰণাৰপৰা অব্যাহতি পোৱা যায় কেনেকৈ, তাকে ভাবি ভাবি তেখেতে চৌৰংগীৰফালে যোৱা এখন ট্ৰাম গাড়ীত উঠি বহাৰ লগে লগেই এজন সুন্দৰ সুঠাম বৃদ্ধ পুৰুষ আহি হেঁচা-ঠেলা কৰি তেখেতৰ কাষতে বহে। বহিয়েই পুৰুষজনে চলিহাৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। চলিহাৰ মানসিক ব্যাধি কিয় হৈছে, কি কৰিব বুলি ভাবিছে, ইত্যাদি সকলো কথা বিতংভাৱে চলিহাক সুধিলে। পুৰুষজনে নানান ৰকমৰ বুজনি দি কলে, "তোমাৰ এতিয়া মৃত্যুৰ সময় হোৱা নাই, তোমাৰ আৰু প্ৰয়োজন আছে।" পিচ মুহূৰ্ততে পুৰুষজন ট্ৰাম গাড়ীৰ এটা 'ষ্টপেজ'ত নামি গ'ল। লগে লগে চলিহাৰ মন মুকলি হৈ পৰিল। মনত তেখেতে এটা নতুন উছাহ, এটা নতুন উদ্দীপনা আৰু সাহস পালে।

এই ঘটনাটোৰ পিচত চলিহাই বহুদিন ধৰি যত্ন কৰিও সেই সুন্দৰ-সুঠাম বৃদ্ধ পুৰুষজনক আৰু বিচাৰি উলিয়াব নোৱাৰিলে। এনে ধৰণৰ

কিছুমান ঘটনাই চলিহাৰ মনত ঈশ্বৰ, পূজা-পাতল, পুনৰ জন্ম, ভাগ্য আদিত বিশ্বাস জন্মায়।

## এজন আচল ভক্ত

স্বৰ্গীয় চলিহা আছিল এজন ভক্ত। তেখেতে প্ৰতিদিনেই প্ৰাৰ্থনাত বহিছিল। প্ৰাৰ্থনা তেখেতৰ কাৰণে অকল এটা দৈনন্দিন নৈমিত্তিক কাৰ্য-সূচীয়েই নাছিল। তেখেতে একচিত্তে, সম্পূৰ্ণ নিবিষ্ট মনেৰে প্ৰাৰ্থনা কৰিছিল।

## অল্পভাষী সুৰুচিপূৰ্ণ ব্যক্তি

গহীন-গম্ভীৰ চলিহাই সাধাৰণতে বেছি কথা নকৈছিল। সেইদেখি তেখেতৰ বিষয়ে এটা ডাঙৰ অভিযোগ আছিল। তেখেতে কম কথা কোৱা-টোৱেই আছিল অভিযোগ। তেখেতে অকল যে কথাই কম কৈছিল এনে নহয়, তেখেতে আলোচনাও দীঘলীয়াকৈ নকৰিছিল। দুই-চাৰিয়ে এই বুলিও সমালোচনা কৰিছিল যে, কেতিয়াবা গধূলি তেখেতক দেখা কৰিবলৈ গ'লে, অলপ কথা পতাৰ পিচতে তেখেতে ৰেডিঅ' বজাই দিছিল। কিন্তু তেখেতে কথা নপতাকৈ নেথাকিছিল; নিজে পতাতকৈয়ো আনৰ কথা শুনিহে তেখেতে ভাল পাইছিল, তাকে খালি সীমাৰ ভিতৰত হ'ব লাগিব। সীমাৰ ভিতৰত কোৱা কথা তেখেতে ধৈৰ্য সহকাৰেই শুনিছিল। একে ধৰণৰ একেবোৰ কথাকে দিনৰ পিচত দিন বা ঘণ্টাৰ পিচত ঘণ্টা ধৰি শুনি আমনি লগাটো স্বাভাৱিক। আচল কথাটো কোৱাৰ আগতে দীঘলীয়া পাতনি মেলাটো বা অনৰ্থক কথা চোবাই থকাটো তেখেতে ভাল নেপাইছিল। তেখেতে কৈছিল যে, যি আলোচনাই কোনো নতুন পথ আৱিষ্কাৰ নকৰি কিছুমান জঞ্জালহে চপাই আনে, সেই আলোচনাই অশান্তিৰহে সৃষ্টি কৰে আৰু কামত বাধা জন্মায়। গতিকে তেনে ধৰণৰ আলোচনা হ'বলৈ নিদিয়াটোৱেই বৰং শ্ৰেয়।

## উপদেশতকৈ উদাহৰণ শ্ৰেয়

চলিহাই যি কথা কৈছিল সেই কথা নিজে বাস্তৱ জীৱনত হাতে-কামে কৰি দেখুৱাইছিল। তেখেতে তেখেতৰ সুদীৰ্ঘ গঠনমূলক কৰ্ম-জীৱনত

উপদেশতকৈ যে উদাহৰণ শ্ৰেয়, সেই কথা ৰূপায়িত কৰি তুলিছিল। কোনো কাম কৰ্মীসকলক কৰিবলৈ কোৱাৰ আগতে নিজেই সেই কাম কৰিছিল। চাফাই, পায়খানা চাফাই আদি কামবোৰো তেখেতে নিজে কৰিহে কৰ্মী-সকলক কৰিবলৈ কৈছিল। গঠনমূলক কামৰ দায়িত্ব লোৱাৰ আগতে তেখেত আছিল আৰামপ্ৰিয় লোক। কিন্তু খাদী আৰু অন্যান্য গঠনমূলক কামৰ দায়িত্ব লোৱাৰ লগে লগে তেখেতে ব্যক্তিগত আৰাম-উপভোগ বিসৰ্জন দিছিল। তেখেতে শোৱন-খোৱন, চলন-ফুৰণ—সকলো ক্ষেত্ৰতে নিজকে এজন সাধাৰণ কৰ্মীৰ দৰে গঢ়ি তুলিছিল। পুৱা চাৰি বজাতে উঠি প্ৰাৰ্থনা কৰাৰ-পৰা আৰম্ভ কৰি দিনটোৰ বাকীবিলাক কামো নিয়মিতভাৱেই, হেৰফেৰ নকৰি তেখেতে সম্পন্ন কৰিছিল অন্যান্য কৰ্মীসকলৰ দৰেই। একালৰ আৰামপ্ৰিয় মানুহজনে দেশ আৰু সমাজৰ স্বাৰ্থৰ কাৰণে সকলো আৰাম জলাঞ্জলি দি কৰ্মীসকলৰ দৰেই বাঁহৰ চাঙত ধান খেৰ পাৰি বিচনা কৰি শুইছিল, কৰ্মীসকলে যি খায় তাকে খাইছিল, যি পিন্ধে তাকেই পিন্ধিছিল আৰু এইদৰে কৰ্মীসকলৰ জীৱনৰ লগত নিজকে মিলাই দিছিল। কামৰ ক্ষেত্ৰতো তেখেতে কৰ্মীসকলক কাম কৰিবলৈ দি নিজে কামৰপৰা আঁতৰি নাথাকিছিল। কপাহৰ বোজা কঢ়িওৱা, খাদী কাপোৰ কঢ়িয়াই গাৱঁলৈ নি বিতৰণ কৰা ইত্যাদি কামবোৰ তেখেতে আনন্দচিত্তে কৰিছিল।

## *সবাতোকৈ ওপৰত দেশ*

স্থানান্তৰত আমি কৈ আহিছোঁ যে ১৯৪২ চনৰ আন্দোলনত তেখেত যেতিয়া জপিয়াই পৰিবলৈ ওলাইছিল, তেতিয়া অসমৰ কিছুমান কৰ্মীয়ে খাদী তথা গঠনমূলক কেন্দ্ৰবোৰৰ স্বাৰ্থৰ কাৰণে তেখেতক আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰপৰা বিৰত থাকিবলৈ অনুৰোধ কৰিছিল। শিৱসাগৰৰ বিভিন্ন ঠাইত আৰু আশে-পাশে থকা জিলাকেইখনতো কেন্দ্ৰবিলাকৰ অৱস্থা চালুকীয়া আছিল আৰু তেতিয়াও সেইবিলাকত লোকচানেই হৈ আছিল। সেইদেখি খাদী কৰ্মীসকলে ভাবিছিল যে তেওঁলোকে যদি আন্দোলনত যোগ দিয়ে, তেতিয়াহলে ইমানদিনে নানান কষ্ট স্বীকাৰ কৰি গঢ়ি তোলা কেন্দ্ৰ-বিলাক ধ্বংস হৈ যাব। আমাৰ কিছুমানৰ মত আছিল এয়ে যে চলিহাৰ ব্যক্তিগত ধাৰ-ঋণবিলাক কেন্দ্ৰবিলাকৰ কাৰণেই হৈছিল। সেই কাৰণেই

কিছুমান কৰ্মীয়ে চলিহাক অনুৰোধ জনাইছিল, যাতে তেখেত আৰু কিছুসংখ্যক কৰ্মীয়ে আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ নকৰাকৈ থাকে। এই অনুৰোধৰ প্ৰত্যুত্তৰত তেখেতে ক'লে, "ব্যক্তিগত হিচাপে হয়তো মোৰ ক্ষতি হ'ব পাৰে বা আমাৰ বিভিন্ন অনুষ্ঠান ধ্বংস হৈ যাব পাৰে; কিন্তু দেশত যেতিয়া জুই জ্বলিছে, আমি হাত সাবটি বহি থাকিব নোৱাৰোঁ। মই আন্দোলনত যোগ দিমেই।"

সাধ্যানুসৰি ঘৰুৱা জঞ্জালবোৰ মাৰি তেখেত আন্দোলনত জপিয়াই পৰিছিল।

মুখ্যমন্ত্ৰী হিচাপে তেখেতৰ কোনো কথা মই আলোচনা কৰিব নোখোজোঁ। সেইবিলাক বিষয়ে অন্য লোকে লিখিব। এজন সাধাৰণ কৰ্মী হিচাপে তেখেতক মই যেনেভাৱে দেখিছিলো, তাৰেই এটা আভাস দাঙি ধৰিলোঁ।

# বিমলাপ্ৰসাদ চলিহাক মই যিভাৱে জানো

## হোমেন বৰগোহাঞি

প্ৰবন্ধৰ শিৰোনামাটো আচলতে বিভ্ৰান্তিকৰ হৈছে। বিমলাপ্ৰসাদ চলিহাক মই ব্যক্তিগতভাৱে একেবাৰেই নাজানো বুলি ক'ব লাগে। তেওঁক জীৱনত মই দুবাৰহে লগ পাইছিলোঁ, তাকো অতি কম সময়ৰ বাবে। তেনেস্থলত মই তেওঁক কিভাৱে জানো, সেই কথা লিখিবলৈ যোৱাৰ বিশেষ অৰ্থ নাই। কিন্তু ডাঙৰ মানুহ কাক কয়, সেই বিষয়ে চাৰ্চিলে দি যোৱা সংজ্ঞা এটা মই বিশ্বাস কৰোঁ। চাৰ্চিলে কৈছে যে ডাঙৰ মানুহৰ লক্ষণ হ'ল দুটা: "হয় প্ৰথম দৰ্শনতেই তেওঁ মানুহক গভীৰভাৱে impress কৰিব পাৰিব লাগিব, অৰ্থাৎ মানুহৰ মনত গভীৰ ৰেখাপাত কৰিব পাৰিব লাগিব; অথবা তেওঁ কৰি যোৱা কামবোৰে এখন সমাজৰ ইতিহাসত বহুত দিনলৈকে সুদূৰপ্ৰসাৰী প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পাৰিব লাগিব।" মোৰ ধাৰণা যে এই দুয়োটা মাপকাঠিতেই বিমলাপ্ৰসাদ চলিহা অন্ততঃ অসমৰ ইতিহাসত এজন লেখত ল'বলগীয়া মানুহ।

চলিহাক ব্যক্তিগতভাৱে লগ পোৱাৰ আগতেই মই মোৰ দ্বাৰা সম্পাদিত 'সাপ্তাহিক নীলাচল'ত তেওঁৰ বিষয়ে এটি চমু-পৰিচয় লিখিছিলোঁ। অন্যান্য কথাৰ মাজতে মই তাত লিখিছিলোঁ:

> হলিউদৰ বিখ্যাত চিত্ৰ-পৰিচালক হিৎচ্‌ককে এবাৰ তিৰোতাসকলক উদ্দেশ্য কৰি কৈছিল যে তেওঁলোকে নিজৰ আকৰ্ষণীয়তা বঢ়াব খুজিলে যিমান পাৰে কথা খুব কম কোৱা উচিত। তেওঁৰ মতে অনবৰত মুখ বজাই থকা সুন্দৰীতকৈ সহজে মুখ মেলিব নোখোজা নিৰোকা সাধাৰণ চেহেৰাৰ তিৰোতাও বহুগুণে বেছি আকৰ্ষণীয়া আৰু ৰহস্যময়ী।
>
> কিন্তু কেৱল তিৰোতাই নহয়, বহুত পুৰুষেও এই উপদেশ পালন কৰি জীৱনত সুফল পাইছে। এনে পুৰুষৰ ভিতৰত ৰাজনীতিজ্ঞ আৰু দেশনেতাই সৰহ। প্ৰায় এযুগ ধৰি অসমৰ মুখ্যমন্ত্ৰীৰ পদত অধিষ্ঠিত থাকি ৰাজনৈতিক ইতিহাস সৃষ্টি কৰা শ্ৰীবিমলাপ্ৰসাদ চলিহা অসমৰ মানুহৰ কাৰণে এটা দুৰ্বোধ্য সাঁথৰ, এজন অতি ৰহস্যময় মানুহ। কোৱা বাহুল্য মাথোন যে তেওঁৰ এই ৰহস্যময়তাৰ প্ৰধান কাৰণ হ'ল তেওঁৰ স্বল্পভাষিতা। তাৰ লগতে এই কথাও সত্য যে তেওঁৰ

অবিশ্বাস্য ৰাজনৈতিক সাফল্যৰ এটা প্ৰধান কাৰণ হ'ল তেওঁৰ ব্যক্তিত্বৰ এটা স্বকীয় বৈশিষ্ট্য, তেওঁৰ ৰহস্যময়তা, সৰ্বসাধাৰণৰ স্পৰ্শাতীত দূৰত্ব, আৰু সৰ্বত্ৰ ৰক্ষিত নিঃসংগতা। অসমীয়া মানুহবোৰ সাধাৰণতে কথা-চহকী জনপ্ৰিয়া; ব্যক্তিত্বৰ কৰ্ষণৰ প্ৰতি তেওঁলোক স্বভাৱতে উদাসীন। শ্ৰীচলিহা এই ক্ষেত্ৰত এটা সুস্পষ্ট ব্যতিক্ৰম। বহুতেই বিশ্বাস কৰে যে অধিকতৰ শিক্ষা-দীক্ষা আৰু মেধা-শক্তি লৈও শ্ৰীদেৱকান্ত বৰুৱা যে ৰাজনৈতিক প্ৰতিদ্বন্দ্বিতাত বাৰে বাৰে শ্ৰীচলিহাৰ ওচৰত পৰাজিত হৈছে, তাৰ একমাত্ৰ কাৰণ হ'ল—দেৱকান্ত বৰুৱাই প্ৰয়োজনতকৈ বহুত বেছি কথা কয়, আৰু বিমলাপ্ৰসাদ চলিহাই কয় প্ৰয়োজনতকৈ বহুত কম। শ্ৰীচলিহাৰ ব্যক্তিত্বত আছে কুকুৰনেচীয়া বাঘৰ এটা তাওৰ চাৰিত্ৰিক বৈশিষ্ট্য—যি বৈশিষ্ট্যক ফৰাচী কবি কাউণ্ট এলফ্ৰেড্ ড ভিনিয়ে তেওঁৰ এটা বিখ্যাত কবিতাত বন্দনা কৰি গৈছে। কুকুৰনেচীয়া বাঘে যেতিয়া পৰস্পৰৰ লগত যুদ্ধ কৰে, সিহঁতে ৰক্তাক্ত, ক্ষত-বিক্ষত আৰু ছিন্ন-ভিন্ন হ'লেও মুখেৰে এটাও শব্দ নকৰে; ভয়ংকৰ হিংস্ৰ নীৰৱতাৰ মাজত সিহঁতে যুদ্ধ কৰে, আৰু সেই নীৰৱতাৰ মাজতেই মৃত্যুবৰণ কৰে। কুকুৰনেচীয়া বাঘৰ এনে এখন যুদ্ধ নিজ চকুৰে দেখিয়েই ভিনিয়ে লিখিছিল: Groans, tears, prayers are equally cowardly, আৰু silence alone is great: all else is weak। ......বিমলাপ্ৰসাদ চলিহাই তেওঁৰ সকলো ৰাজনৈতিক যুদ্ধতেই কুকুৰনেচীয়া বাঘৰ এই বৈশিষ্ট্য দেখুৱাই আহিছে, আৰু সেই কাৰণেই তেওঁ তেওঁৰ সকলো ৰাজনৈতিক প্ৰতিযোদ্ধাৰ ভয় আৰু আতংকৰ কাৰণ।

অল্ডচ্ হাক্সলীয়ে এঠাইত লিখিছিল যে প্ৰত্যেক মানুহৰে দুটা স্বকীয়া ৰূপ বা অস্তিত্ব থাকে। এটা হ'ল তেওঁৰ প্ৰকৃত ৰূপ, আনটো হ'ল আনৰ কল্পনাত তেওঁৰ ভাব-মূৰ্তি। ওপৰত চলিহাৰ বিষয়ে মই যিখিনি কথা লিখিছোঁ, সেইটোৱেই অসমৰ মানুহৰ কল্পনাত চলিহাৰ ভাব-মূৰ্তি বুলি মোৰ ধাৰণা হয়। চলিহাক ব্যক্তিগতভাৱে লগ পোৱাৰ আগতেই মই এই কথাখিনি লিখিছিলোঁ। এখন সাংবাদিক-মেলত জীৱনত প্ৰথমবাৰৰ কাৰণে তেওঁক মুখামুখিকৈ লগ পাই, তেওঁৰ বিষয়ে মোৰ ধাৰণাখিনি সত্য বুলি মই অনুভৱ কৰিলোঁ। চলিহাৰ যিটো কথাই প্ৰথমেই মোৰ মনত গভীৰভাৱে ৰেখাপাত কৰিলে সেইটো হ'ল তেওঁৰ ব্যক্তিত্ব। প্ৰতিভাৰ দৰেই ব্যক্তিত্ব বোলা কথাষাৰৰো কোনো সহজ সংজ্ঞা নাই। কি কি উপাদানেৰে যে এজন মানুহৰ স্বতন্ত্ৰ ব্যক্তিত্ব গঢ়ি উঠে তাক বিশ্লেষণ কৰি দেখুৱাব নোৱাৰি; সি কেৱল প্ৰত্যক্ষ অভিজ্ঞতা বা অনুভূতিৰ বিষয়। সাংবাদিক হিচাপে জীৱনত

বিভিন্ন আৰু বিচিত্ৰ মানুহৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহিবলৈ মই সুযোগ পাইছো। তুলনামূলক বিচাৰ কৰি মই ক'ব পাৰোঁ যে চলিহাৰ সমকক্ষ ব্যক্তিত্ব থকা মানুহ অসমত মই কমেইহে লগ পাইছো। তেওঁৰ সমুখত বহি আৰু তেওঁৰ লগত কথা পাতি মোৰ মনলৈ আহিছিল উইলিয়াম্ বাট্‌লাৰ ইয়েট্‌চৰ এবাৰ কথা—যিবাৰ কথা মই ইয়াৰ আগতেও অন্যান্য প্ৰসংগত উল্লেখ কৰিছো: The fine life is always a part played finely before fine spectators. When O'connel covered with a dark glove the hand that had killed a man in the duelling field, he played his part. When Alexander stayed his army marching to the conquest of the world that he might Contemplate the beauty of a plane-tree, he played his part.—যিসকল লোকে মানুহৰ নেতৃত্ব কৰে তেওঁ-লোকৰ কাৰণে এই নিপুণ অভিনয়-প্ৰতিভা বোধহয় এটা অপৰিহাৰ্য গুণ—যিটো গুণক আমি একে আষাৰে 'কেৰিজ্‌মা' বুলি অভিহিত কৰোঁ। নেপোলিয়নৰ ব্যক্তিত্বৰ এই ৰহস্যময় গুণটোৰ বিষয়ে ক'বলৈ গৈ হেন্‌ড্ৰিক্ উইলেম্ ভান্ লুনে লিখিছে: If you ask me for an explanation, I must answer that I have none. I can only guess at one of the reasons. Napoleon was the greatest of actors and the whole European continent was his stage. At all times and under all circumstances he knew the Precise attitude that would impress the spectators most and he understood what words would make the deepest impression.—মোৰ নিজস্ব ধাৰণা যে চলিহাৰ গাতো এই গুণটো কিছু পৰিমাণে আছিল। অৱশ্যে সি আছিল সহজাত আৰু স্বভাৱগত তেওঁৰ বচন-ভংগী, তেওঁৰ খোজ কঢ়াৰ ভংগী, তেওঁৰ বহাৰ ভংগী—এই সকলোৰে মাজেদি এনে এটা দৃঢ় ব্যক্তিত্ব আৰু আভিজাত্য ফুটি উঠিছিল যে তেওঁৰ ওচৰত কোনো মানুহেই সহজে আসৈ নাপাইছিল, আৰু তেওঁৰ এই স্পৰ্শাতীত সুদূৰতাই তেওঁৰ ৰাজনৈতিক জীৱনত যথেষ্ট সহায় কৰিছিল।

চলিহা এজন আদৰ্শবাদী মানুহ আছিল। যৌৱনৰ আৰম্ভণিতেই তেওঁ যিটো আদৰ্শক অন্তৰেৰে সৈতে গ্ৰহণ কৰিছিল, জীৱনৰ শেষদিন পৰ্যন্ত সেই আদৰ্শত তেওঁ অবিচল হৈ আছিল। কিন্তু তেওঁ ভাব-বিলাসী নাছিল।

আদৰ্শবাদিতাৰ লগত pragmatism বা বাস্তৱ-বুদ্ধিৰ কেনেকৈ সংযোগ ঘটাব লাগে, সেই কথা তেওঁ ভালকৈ জানিছিল। এই ক্ষেত্ৰত তেওঁক এজন সফল কূটনীতিজ্ঞ বুলিও ক'ব পাৰি। ওপৰত মই যিখন সাংবাদিক-মেলৰ কথা উল্লেখ কৰিছোঁ, সেইখন বহিছিল কংগ্ৰেছৰ বিভাজনৰ সূচনা হোৱাৰ ঠিক আৰম্ভণিৰ সময়তে। তেতিয়া কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰপৰা শ্ৰীফখৰুদ্দিন আলি আহমদ আৰু শ্ৰীচি, সুব্ৰহ্মনিয়মক বহিষ্কাৰ কৰা হৈছে মাত্ৰ, কংগ্ৰেছৰ বিভাজন সম্পূৰ্ণ হ'বলৈ তেতিয়াও বহুত বাকী। বিভিন্ন ৰাজ্যৰ কংগ্ৰেছ নেতাসকলে কোনফালে হয়ভৰ দিয়ে সেই কথা জানিবলৈ সমগ্ৰ দেশবাসী উৎসুক হৈ আছে। এনে সময়তে অসমৰ মুখ্যমন্ত্ৰী চলিহাক সাংবাদিক-মেলত পাই আমি প্ৰশ্ন কৰিলোঁ: "কংগ্ৰেছ সভাপতি শ্ৰীনিজলিংগাপ্পাই ৱৰ্কিং কমিটিৰ দুজন বিশিষ্ট সদস্যৰ বিৰুদ্ধে লোৱা কাৰ্য-ব্যৱস্থা সম্পৰ্কে আপোনাৰ অভিমত কি?"—চলিহাই দ্ব্যৰ্থহীন ভাষাৰে উত্তৰ দিলে—"যিকোনো অনুষ্ঠানৰ কাৰণেই discipline বা শৃংখলা ৰক্ষা কৰা আটাইতকৈ ডাঙৰ কথা। মই শৃংখলা ৰক্ষা কৰাৰ পক্ষপাতী"। চলিহাই সেইদিনা স্পষ্টভাৱেই কংগ্ৰেছ সভাপতিৰ কাৰ্য-ব্যৱস্থা সমৰ্থন কৰিছিল, আৰু আমাক এনে এটা ধাৰণা দিছিল যে তেওঁ দলীয় শৃংখলা ৰক্ষাৰ খাতিৰত শেষ পৰ্যন্ত শ্ৰীনিজলিংগাপ্পা প্ৰমুখ্যে প্ৰবীণ নেতাসকলৰ লগতেই থাকিব। কিন্তু তাৰ পিচৰপৰাই ঘটনাৰ দ্ৰুত পৰিবৰ্তন হ'বলৈ ধৰিলে, আৰু উপযুক্ত মুহূৰ্তত চলিহাই ঘোষণা কৰিলে যে তেওঁ অসমৰ স্বাৰ্থ-ৰক্ষাৰ খাতিৰত শ্ৰীমতী ইন্দিৰা গান্ধীৰ নেতৃত্বাধীন দলটোৰ লগতেই থাকিব। সন্দেহ নাই যে সেই মুহূৰ্তত চলিহাৰ আদৰ্শ আৰু বাস্তৱ-বুদ্ধিৰ মাজত প্ৰচণ্ড সংঘৰ্ষ চলিছিল, আৰু অৱশেষত তেওঁৰ বাস্তৱ-বুদ্ধিৰেই জয় হৈছিল।

চলিহা এজন বহল মনৰ মানুহ আছিল, আৰু প্ৰকৃত গণতন্ত্ৰীৰ দৰে তেওঁ আনৰ সমালোচনাৰ প্ৰতি শ্ৰদ্ধা আৰু সহিষ্ণুতাৰ মনোভাব প্ৰদৰ্শন কৰিছিল। মোৰ এই উক্তিৰ সমৰ্থনত ব্যক্তিগত অভিজ্ঞতাৰপৰা দুটামান উদাহৰণ দিব খোজোঁ। 'সাপ্তাহিক নীলাচল' ওলাবৰ দিন ধৰি এই কাকতে চৰকাৰী কাম-কাজৰ কটু সমালোচনা আৰম্ভ কৰিছিল আৰু সেই সমালোচনাৰ-পৰা চলিহাও বাদ পৰা নাছিল। আমাৰ কাকতে বহুদিনলৈ অসম চৰকাৰৰ বিজ্ঞাপন পোৱা নাছিল। বিশ্বস্ত সূত্ৰৰপৰা জানিবলৈ পোৱা মতে সংশ্লিষ্ট ফাইলত বোলে এইবুলি টোকা দিয়া হৈছিল যে 'সাপ্তাহিক নীলাচল' এখন

জাতীয় স্বাৰ্থ-বিৰোধী কাকত, আৰু সেই কাৰণে এই কাকতে চৰকাৰী বিজ্ঞাপন পোৱা উচিত নহয়। সেই সময়ত চলিহা অসুস্থ হৈ চৰকাৰী কাম-কাজ চোৱাৰপৰা বিৰত আছিল। অসুখ কিছু ভাল হোৱাৰ লগে লগেই তেওঁ পুনৰ ফাইল চাবলৈ আৰম্ভ কৰিলে, আৰু 'সাপ্তাহিক নীলাচল' সম্পৰ্কীয় টোকাটো দেখিয়েই তাৰ তলতে তেওঁ নিজৰ হাতৰ আখৰেৰে লিখিলে: "সাপ্তাহিক নীলাচলক চৰকাৰী বিজ্ঞাপন দিব লাগিব আৰু এই কাকতত প্ৰকাশ পোৱা বিভিন্ন দুৰ্নীতিৰ অভিযোগবোৰৰ বিষয়ে তদন্ত হ'ব লাগিব।"

মই লিখা 'বিভিন্ন নৰক' নামৰ কিতাপখনৰ সম্পৰ্কত মোৰ বিৰুদ্ধে শাস্তিমূলক ব্যৱস্থা ল'ব লাগে বুলি কেইবাজনো প্ৰভাৱশালী কংগ্ৰেছী নেতাই চলিহাক জোৰকৈ ধৰিছিল। প্ৰথম অৱস্থাত চলিহাই সেইবোৰ অনুৰোধলৈ কৰ্ণপাতেই কৰা নাছিল। কিন্তু ক্ৰমে ক্ৰমে তেওঁৰ ওপৰত হেঁচা বেছি হৈ আহিল। ইচ্ছা কৰিলেই তেওঁ পোনে পোনে মোৰ বিৰুদ্ধে বিভাগীয় ব্যৱস্থা ল'ব পাৰিলেহেঁতেন। কিন্তু চলিহাৰ ন্যায়-নিষ্ঠা ইমান প্ৰবল আছিল যে তেওঁ পোনে পোনে তেনে ব্যৱস্থা ল'বলৈ ৰাজী নহ'ল। আইন সম্পৰ্কীয় উপদেশ বিচাৰি তেওঁ গোটেই বিষয়টো চৰকাৰৰ আইন-উপদেষ্টাৰ বিবেচনাৰ কাৰণে পঠাই দিলে। গোটেই বিষয়টোৱেই অৱশেষত কি ৰূপ ল'লেগৈ সি এক অন্য ইতিহাস। কিন্তু ব্যক্তিগত অভিজ্ঞতাৰপৰা মই ক'ব পাৰো যে চলিহা অকণো প্ৰতিশোধ-পৰায়ণ মানুহ নাছিল আৰু তেওঁৰ ন্যায়-নিষ্ঠা আছিল অকৃত্ৰিম আৰু প্ৰবল।

চৰকাৰী চাকৰিত থকা অৱস্থাতে মই এজন দ্বিতীয় শ্ৰেণীৰ স্থানীয় ৰাজনৈতিক নেতাৰ এটা দুৰ্নীতিমূলক কাৰ্য ধৰা পেলালোঁ। তেওঁৰ বিৰুদ্ধে শাস্তি-মূলক ব্যৱস্থা ল'ব লাগে বুলি চৰকাৰলৈ যথাবিধি প্ৰতিবেদন পঠোৱা হ'ল। কিন্তু দলীয় স্বাৰ্থত সেই নেতাজনক শাস্তিৰপৰা ৰক্ষা কৰাৰ প্ৰয়োজন ইমান প্ৰবল আছিল যে চৰকাৰে নানা অজুহাতত বিষয়টো এৰাই যাবলৈ চেষ্টা কৰিলে। অৱশেষত খুব ক্ষুব্ধ আৰু অতীষ্ঠ হৈ মই চৰকাৰী নিয়ম ভংগ কৰি মুখ্যমন্ত্ৰীলৈ পোনে পোনে এখন বাৰপিঠীয়া দীঘল ব্যক্তিগত চিঠি লিখিলোঁ। গোটেই চৰকাৰী জীৱনত মই কিমান এনেকুৱা দুৰ্নীতিৰ কাৰ্য-কলাপ ধৰা পেলাইছোঁ আৰু চৰকাৰে দোষী লোকসকলক শাস্তি দিয়াৰ পৰিবৰ্তে কেনেকৈ তেওঁলোকক ৰক্ষণাবেক্ষণ দিছে, সেই চিঠিখনিত আছিল তাৰ এক সুদীৰ্ঘ আৰু তথ্যপূৰ্ণ বিৱৰণ। উৰ্ধতন প্ৰশাসনিক কৰ্তৃপক্ষক

নজনাই মুখ্যমন্ত্রীলৈ পোনে পোনে চিঠি লিখাৰ কাৰণে নিয়মমতে মোৰ কিবা এটা শাস্তি হ'ব লাগিছিল। অন্ততঃ মোৰপৰা এটা কৈফিয়ৎ তলব কৰা হ'ব বুলি মই মনে মনে প্ৰস্তুত হৈ আছিলোঁ। কিন্তু চলিহাই তেনে কৰাৰ একো প্ৰয়োজন নেদেখিলে। মোৰ ধাৰণা যে চলিহাই মোৰ মৰ্ম-বেদনা অনুভৱ কৰিছিল আৰু নীৰৱে মোৰ প্ৰতি সমৰ্থন জনাইছিল। অৱশ্যে পাঠকৰ কৌতূহল নিবৃত্ত কৰিবৰ কাৰণে এইখিনিতে কৈ থোৱা প্ৰয়োজন যে ইমানখিনি কৰাৰ পিচতো সেই দোষী লোকজনৰ শাস্তিৰ কোনো ব্যৱস্থা নহ'ল। ইয়াৰ কাৰণে মই কেৱল চলিহাকেই ব্যক্তিগতভাৱে দোষী সাব্যস্ত কৰিব নোখোজোঁ। এই ক্ষেত্ৰত চলিহাৰ অৱস্থা জৱাহৰলাল নেহৰুৰ লগত তুলনীয়। দুয়োজন নেতাই ব্যক্তিগতভাৱে আছিল অতি সৎ আৰু সৰ্বপ্ৰকাৰৰ দুৰ্নীতিৰ ঊৰ্ধত। কিন্তু হৃদয়-দৌৰ্বল্যৰ কাৰণেই হওক বা আমাৰ দেশত চলা বিধৰ গণতান্ত্ৰিক ব্যৱস্থাৰ অন্তৰ্নিহিত দুৰ্বলতাৰ কাৰণেই হওক, দুয়োজনেই অনেক সময়ত জানি-শুনিও বহুতো দুৰ্নীতিৰ লগত আপোচ্ কৰিবলৈ বাধ্য হৈছিল। এই বিষয়ে ক'ব লগা কথা বহুতো আছে। কিন্তু বৰ্তমান প্ৰবন্ধ তেনে আলোচনাৰ কাৰণে উপযুক্ত ঠাই নহয়।

চলিহাৰ বাৰ-বছৰীয়া মুখ্য-মন্ত্ৰিত্বৰ কালছোৱা অসম-বুৰঞ্জীৰ এক বিশেষ গুৰুত্বপূৰ্ণ অধ্যায়। এই সময়তে অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক মানচিত্ৰও উল্লেখযোগ্যভাৱে সলনি হৈ যায়। এটা অতি গুৰুত্বপূৰ্ণ সময়ত চলিহাই অসমৰ ৰাজনৈতিক বিৱৰ্তনত যি গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল, সেই সম্পৰ্কে বস্তুনিষ্ঠ বিশ্লেষণ আৰু মূল্যায়ন হোৱাটো দৰকাৰ। এটা কথা ঠিক যে ইতিহাসৰ সমসাময়িক বিশ্লেষণ সকলো সময়তে শুদ্ধ নহ'বও পাৰে। কিছুমান কামৰ চূড়ান্ত পৰিণাম বা প্ৰতিক্ৰিয়া বহুদিনৰ মূৰতহে দৃষ্টিগোচৰ হয়। কিন্তু ইতিহাসৰ বৈজ্ঞানিক আৰু বস্তুনিষ্ঠ বিশ্লেষণৰ কাৰণে সকলোবোৰ তথ্য সংৰক্ষিত হোৱা দৰকাৰ। তদুপৰি একোজন ঐতিহাসিক পুৰুষক সমসাময়িক কালৰ মানুহে কি দৃষ্টিৰে চাইছিল, সেই কথাও উত্তৰকালৰ কাৰণে সংৰক্ষিত হোৱা দৰকাৰ। দুখৰ কথা যে যি অসম এসময়ত বুৰঞ্জী-চৰ্চাৰ কাৰণে জগদ্বিখ্যাত আছিল, সেই দেশত আজি ইতিহাস-চেতনা আৰু ইতিহাস চৰ্চাৰ একান্ত অভাৱ পৰিলক্ষিত হৈছে। উচ্ছ্বাসপূৰ্ণ প্ৰশস্তি বা নিৰ্বিচাৰ নিন্দা, এই দুটাৰ বাহিৰে যিকোনো এজন ঐতিহাসিক পুৰুষৰ কাৰ্যাৱলীৰ মূল্যায়নৰ তৃতীয় কোনো পন্থা আমি বিচাৰি নাপাওঁ। চলিহা এজন বিৰল গুণসম্পন্ন

মানুহ আছিল আৰু তেওঁৰ গুণ-কীৰ্তন কৰাৰ প্ৰয়োজন আছে। কিন্তু স্তুতি-বাদ বা প্ৰশস্তিতকৈ বিশ্লেষণাত্মক ইতিহাসৰ মূল্য অনেক বেছি। অসমৰ ৰাজনৈতিক ইতিহাসলৈ চলিহাৰ অবদানৰ বিষয়ে যাতে যথাসময়ত প্ৰকৃত বিশ্লেষণ আৰু মূল্যায়ন হ'ব পাৰে, সেই উদ্দেশ্যেৰে এতিয়াই তেওঁৰ ঘনিষ্ঠ ৰাজনৈতিক সহকৰ্মী আৰু ঐতিহাসিকসকলৰ এটা ডাঙৰ দায়িত্ব আছে।

সাধাৰণভাৱে ক'ব পাৰি যে চলিহা আছিল উনৈশ শতিকাৰ লিব্‌-বেলিজিম্ বা উদাৰনৈতিক দৰ্শনৰ দ্বাৰা পৰিপুষ্ট এজন আশাশুধীয়া সমাজ-সেৱক। ঘটনাক্ৰমে ক্ষমতাৰ ৰাজনীতিলৈ আহি সেই ক্ষেত্ৰতো তেওঁ প্ৰশংসনীয় দক্ষতাৰ পৰিচয় দিছিল। তেওঁ উচ্চস্তৰৰ চিন্তাশীল লোক নাছিল, প্ৰকৃত অৰ্থত তেওঁ সমাজবাদীও নাছিল। অসমৰ ৰাজনীতিত তেওঁৰ অসামান্য প্ৰভাৱৰ থাই কাৰণ তেওঁৰ এক বিশেষ ব্যক্তিত্ব, অসমীয়া সমাজৰ পৰম্পৰাগত জীৱনধাৰাৰ লগত তেওঁৰ সহজাত আত্মীয়তাবোধ, ৰাজনৈতিক চাতুৰ্য, আৰু এক উদাৰ দৃষ্টিভংগী। পাহাৰ-ভৈয়ামৰ বিচিত্ৰ জনগোষ্ঠীৰে গঠিত অসমৰ সমাজত তেওঁ বিভিন্ন স্বাৰ্থৰ সংঘাতৰ ঠাইত সমন্বয়ৰ স্বপ্ন দেখিছিল আৰু তাৰ দ্বাৰাই তেওঁ হৈ পৰিছিল মিলন আৰু সমন্বয়ৰ প্ৰতীক। এই ক্ষেত্ৰত তেওঁ গণতন্ত্ৰৰ প্ৰকৃত আদৰ্শৰ চৰম পৰাকাষ্ঠা দেখুৱাইছিল। এই কথা সঁচা যে তেওঁৰ একাধিক প্ৰিয় স্বপ্ন দিঠকত পৰিণত নহ'ল। কিন্তু দিঠকত পৰিণত হোৱাটোৱেই মহৎ স্বপ্নৰ একমাত্ৰ সাৰ্থকতা নহয়, তেনে স্বপ্ন দেখাটোৱেই তাৰ ডাঙৰ সাৰ্থকতা।

# চলিহাৰ সপোন

**অমিয় কুমাৰ দাস**

বিশ্বকবি ছেক্সপীয়েৰে তাহানি লিখিছিল:

**The evil that man do liveth**
**The good is interred with the bones.**

মানুহে যি বেয়া কাম কৰে সেইবিলাক মৃত্যুৰ পিচত জীয়াই থাকে আৰু সজ কামবিলাক চিতাৰ লগতে ভস্মীভূত হয় বুলি লিখোঁতে কবিয়ে মানৱ-চৰিত্ৰৰ এইটো সাৰ্বজনীন ভাব বুলি নিশ্চয় কোৱা নাছিল, মানৱ চৰিত্ৰৰ সাময়িক দুৰ্বলতালৈকেহে উন্মুকিয়াইছিল। প্ৰকৃততে মানৱ-চৰিত্ৰৰ এই দুৰ্বলতা সাৰ্বজনীন নহয়। মানুহে জীৱন-সৰোবৰত ফুলি থকা পদুমৰ দৰে উৎকৃষ্ট ফুলকেই চপায়। গন্ধবিহীন আন ফুললৈ মন নকৰে। এয়ে মানুহৰ সাৰ্বজনীন ভাব। ৰাজনীতিৰ কৰ্মক্ষেত্ৰত লাগি থকা এজন দেশনায়কক সমালোচনা কৰিবলৈ যে একো নাথাকিব, সেইটো নহয়। দৃষ্টিভংগীৰ মতানৈক্য হ'লেই সমালোচকে সমালোচনা কৰিবলৈ প্ৰয়াস পালেও গ্ৰহনীয়খিনি আদৰ কৰি লয়। সমালোচনাৰ মূল্য নিৰ্ভৰ কৰে সমালোচিতজনৰ উদ্দেশ্যত সৰলতা আছিল নে কপটতা আছিল, ইয়াৰ বিচাৰৰ ওপৰত। চলিহাক যিসকলে সমালোচনা কৰিছিল, তেওঁলোকে কেতিয়াও চলিহাৰ উদ্দেশ্যত সৰলতাৰ অভাৱ হোৱা বুলি উন্মুকিওৱা নাছিল। ৰাজনৈতিক কাৰ্যৰ ফলাফল সম্পৰ্কে মানুহ ভেদে মতভেদ হোৱাটো স্বাভাৱিক। আৰু এইবাবে চলিহা তেওঁৰ জীৱনকালত সমালোচনাৰ সম্মুখীন হ'বলগীয়াটো নহল।

ৰাজ্যশাসনৰ দায়িত্ব লোৱাৰ পিচৰেপৰা নানান সমস্যা তেওঁৰ কৰ্মক্ষেত্ৰত উপস্থিত হ'ল। এইবিলাক সমস্যা সমাধানৰ বাবে তেওঁ যি পথ বাছি লৈছিল, তাত এটা বিশেষত্ব আছিল। সেই বিশেষত্ব হৈছে, প্ৰতিপক্ষৰ মতামতলৈ উপেক্ষা নকৰি শ্ৰদ্ধা, প্ৰতিপক্ষৰ মনৰ আৰু হৃদয়ৰ পৰিবৰ্তন আনিবলৈ চেষ্টা। এই মৌলিক নীতিত ভিত্তি কৰি তেওঁ নিজৰ কাৰ্যনীতি ৰচনা কৰিছিল।

মোৰ মনলৈ এটা পুৰণি কথা আহিছে। ১৯৪০ চনৰ ছেপ্তেম্বৰ মাহ। শিৱসাগৰ কংগ্ৰেছৰ সমুখত এটা ডাঙৰ সমস্যা উপস্থিত হৈছিল। দেশকৰ্মী

৺ভুবনচন্দ্ৰ গগৈৰ অকাল মৃত্যুত শিৱসাগৰৰ এটা সমষ্টিত অসম লেজিছ্লেটিভ এছেম্বলীলৈ নিৰ্বাচনৰ প্ৰয়োজন হ'ল। এইবাবে কেইবাজনো প্ৰাৰ্থী থিয় হৈছিল। সেইবিলাকৰ মাজত এজন প্ৰাৰ্থী আছিল কংগ্ৰেছ দলৰ অফিচ সম্পাদক ৺সোণাৰাম দত্ত। এই নিৰ্বাচনৰ বাবে প্ৰাৰ্থী বাছোঁতে চলিহাই এটা দৃষ্টিভংগী আনিছিল, সেই দৃষ্টিভংগীত আছিল সংখ্যালঘু সম্প্ৰদায়ৰ সম্পৰ্কে বিবেচনা। এই দৃষ্টিভংগী লাহে লাহে বিকশিত হৈ জীৱনৰ মহাসাগৰত দিক্‌নিৰ্ণয় কৰিবলৈ যন্ত্ৰৰ দৰে হ'ল। জীৱনৰ কাৰ্যকালত এই যন্ত্ৰই দিক্-নিৰ্ণয় কৰি তেওঁক পথৰ সন্ধান দিয়া আমি দেখিবলৈ পাওঁ।

তেওঁ দেশৰ শাসনৰ দায়িত্ব লোৱাৰ আগৰেপৰা অসমৰ সন্মুখত এটা ডাঙৰ সমস্যা উপস্থিত হৈছিল। শিৱসাগৰ জিলাৰ গাতে লাগি থকা নগা পৰ্বতৰ কিছুমান লোকে স্বাধীনতাৰ দাবী কৰিলে। তেওঁলোকে বিচাৰিলে ভাৰতৰপৰা বেলেগ হৈ স্বকীয়া ৰাষ্ট্ৰও গঠিত হোৱাটো। চলিহা সেই সময়ত প্ৰদেশ কংগ্ৰেছৰ সভাপতি আছিল আৰু প্ৰদেশ কংগ্ৰেছৰ সভাপতি হিচাপে তেওঁ এই সমস্যা সমাধান কৰিবলৈ লওঁতে তেওঁৰ নীতি আছিল প্ৰতিপক্ষৰ মতামতলৈ উপেক্ষাৰ পৰিবৰ্তে শ্ৰদ্ধাৰে সৈতে বিচাৰৰ চেষ্টা। প্ৰতিপক্ষৰ মনৰ আৰু হৃদয়ৰ পৰিবৰ্তন আনিবলৈ যত্ন। এইবাবে নগা পাহাৰৰ দুৰ্গম অৰণ্যৰ মাজত অকলশৰে তেওঁলোকৰ লগত আলাপ-আলোচনা কৰিবলৈকো কুণ্ঠা নাইবা সাহৰ অভাৱ হোৱা নাছিল। তেওঁৰ দৃষ্টিভংগীৰ মূল উপাদান আছিল সহনশীলতা, আৰু এই গুণ থকা বাবেই তেওঁ প্ৰতিপক্ষৰ মতামতলৈ শ্ৰদ্ধা জনাব পাৰিছিল, তেওঁলোৰ কথাবিলাকৰ যুক্তি-যুক্ততা বুজিবলৈ যত্ন কৰিছিল। সংখ্যাগৰিষ্ঠতাৰ সুযোগ লৈ সংখ্যালঘুসকলৰ ওপৰত সিদ্ধান্ত জাপি দিয়াৰ দুৰ্বলতাৰপৰা তেওঁ মুক্ত আছিল। আৰু মুক্ত থকা বাবে অসমীয়া ভাষাক ৰাজ্যিক-ভাষা হিচাপে স্বীকৃতি দিয়াৰ দাবী হওঁতে, সংখ্যালঘুৰ ওপৰত ভাষা জাপি দিবলৈ নগৈ, তেওঁলোকৰনো মনৰ ভাব কি, জানিবলৈ যত্ন কৰিছিল। আৰু হৃদয়ৰ পৰিবৰ্তনৰ বাবে বাট চোৱাটো তেওঁৰ ভাব আছিল।

আজি চলিহাৰ বছৰেকীয়া শ্ৰাদ্ধতিথি। আজিৰ দিনটোত মোৰ মনলৈ তেওঁৰ জীৱনৰ এনেবিলাক কথা আহিছে।

চলিহা এগৰাকী ভদ্ৰলোক আছিল বুলি ক'লে তেওঁৰ গুণ গ্ৰহণত সম্পূৰ্ণতা আহে বুলি মই নাভাবোঁ। চলিহা আছিল এগৰাকী ৰাজনীতিজ্ঞ পুৰুষ, আনকালে তেওঁ আছিল এগৰাকী ধৰ্মপৰায়ণ লোক। ধৰ্ম বুলিলে

বাহ্যিক আচাৰ-নিয়ম পালন কৰাটো বুলি মই নাভাবোঁ। মই জোৰ দিওঁ অন্তৰৰ আধ্যাত্মিকতাত, মই জোৰ দিওঁ হৃদয়ৰ অকৃত্ৰিম ভাবপৰায়ণতাত। চলিহা এই গুণৰ অধিকাৰী আছিল। আধ্যাত্মিকতাৰ লগত ব্যৱহাৰিক জীৱনৰ সমন্বয় অনাত যত্ন কৰিবলৈ উপনিষদে শিক্ষা দিছে। উপনিষদৰ এনে শিক্ষাক সাৰোগত কৰি চলিহাই ৰাজনীতিৰ লগত আধ্যাত্মিকতাৰ সমন্বয় আনিবলৈ যত্ন কৰিছিল বুলি ভাবোঁ। এয়ে তেওঁৰ জীৱনৰ সাধনা আছিল। কিন্তু এই কামটো সহজসাধ্য নহয়। উত্তৰ মেৰুৰ লগত যিদৰে দক্ষিণ মেৰুৰ প্ৰভেদ, সেইদৰে আধ্যাত্মিকতা আৰু ৰাজনীতিৰ প্ৰভেদ। যিজনে এনে কাম কৰিবলৈ যত্ন কৰে তেওঁ সদায় ক্ষুৰৰ সাঁকোৰেদি খোজ দিবলগীয়া হয়। চলিহাৰ জীৱনত আমি ইয়াৰ নিদৰ্শন দেখা পালোঁ। এনে কঠিন কাম কৰিবলৈ গৈ তেওঁ সময়ে সময়ে শ্ৰান্ত-ক্লান্ত হৈ পৰিবলগীয়া হৈছিল, তথাপিও বাছি লোৱা পথ এৰি দি আন পথ লোৱা নাছিল।

চলিহা যেতিয়া কম বয়সীয়া ল'ৰা, তেতিয়াই চলিহাক মই লগ পাইছিলোঁ। ১৯২৪ চনৰ মাৰ্চ মাহত চলিহাৰ ককাইদেৱেক ৺যাদৱপ্ৰসাদৰ বিয়াৰ বাবে শ্ৰীযুত দেৱেশ্বৰ শৰ্মাৰ লগত যোৰহাটৰপৰা শিৱসাগৰলৈ গৈ তেওঁলোকৰ ঘৰতে আলহী হ'বলগীয়া হৈছিল। তেওঁলোক তেতিয়া মেটেকা ঘাটৰ ওচৰৰ পুৰণি ঘৰত আছিল। আলহী শুশ্ৰূষাৰ দায়িত্ব আছিল সৰু ল'ৰা চলিহাৰ ওপৰত। ইয়াৰ পিচতো, খেলাচকৰৰ নতুন ঘৰলৈ যোৱাৰ পিচতো, তেওঁলোকৰ ঘৰত আলহী হ'বলগীয়া হওঁতে সেই সৰু ল'ৰাজনেই আলহীৰ দায়িত্ব লৈছিল। সেই সময়ত ভৱা নাছিলো যে সেই সৰু ল'ৰাজনেই ৰাজ্য শাসনৰ মুখ্য দায়িত্ব ল'বলগীয়া হ'ব। তিলমান সৰু গুটি এটাৰ ভিতৰত প্ৰকাণ্ড বৰগছজোপা লুকাই থকাৰ দৰে তেওঁৰ মহান ব্যক্তিত্ব অপ্ৰকাশিত হৈ আছিল।

১৯৩০ চনত তেওঁৰ ৰাজনৈতিক জীৱনৰ আৰম্ভ হয়। সেই সময়ত তেওঁ কলিকতাত কলেজৰ ছাত্ৰ আছিল। কলেজৰ পঢ়া এৰি দি স্বাধীনতাৰ আন্দোলনত যোগ দি কাৰাদণ্ড বৰণ কৰিছিল। সেই সময়ত কিছুদিন তেওঁ গুৱাহাটীলৈ শিৱসাগৰত হোৱা আন্দোলনৰ বাতৰি পঠোৱাৰো দায়িত্ব লৈছিল। ১৯৩১ চনত মহাত্মা গান্ধীয়ে ভাৰতৰ বাইজলৈ এটা আবেদন দিছিল যে, তেওঁলোকে গাৱঁলীয়া ৰঁভৰটোলৈ যেন মনোযোগ দিয়ে। গাৱঁত ব্যৱহাৰ কৰিব পৰা আৰু সহজে সাজিব পৰা ৰঁভৰ এটা গাৱঁৰ মানুহক কেনেকৈ দিব

পাৰি, সেই সম্পৰ্কে তেওঁলোকে নিজৰ উদ্ভাৱনী শক্তি প্ৰয়োগ কৰিব লাগে। এই আবেদনত চলিহায়ো যঁতৰৰ উন্নতি কেনেকৈ কৰিব পাৰি, সেই সম্পৰ্কে গৱেষণা কৰাত লাগিল আৰু ১৯৩৪ চনত মহাত্মা গান্ধী শিৱসাগৰলৈ যোৱাত চলিহাই যঁতৰৰ উন্নতি কৰিবলৈ যি চেষ্টা কৰিছিল তাকে দেখুৱাইছিল। চকৰীৰ গতিবেগৰ সমন্বয় আনিবলৈ যত্ন কৰি উৎপাদন বঢ়োৱা দেখা পাই মহাত্মা গান্ধীয়ে সন্তোষ প্ৰকাশ কৰিছিল। এইদৰে তেওঁ কংগ্ৰেছৰ গঠনমূলক কামত লাগি খাদী উৎপাদনৰ কৰ্মক্ষেত্ৰত সোমাল।

ইয়াৰ পিচত ১৯৩৯ চনত কংগ্ৰেছ যুক্ত মন্ত্ৰীসভাৰ নিৰ্দেশত যেতিয়া শিৱসাগৰ আৰু ডিব্ৰুগড় মহকুমাত কানি প্ৰচলন বন্ধ হ'ল তেতিয়া এই ক্ষেত্ৰতো বকতা অঞ্চলত কানিৰ বিৰুদ্ধে অভিযান চলোৱাৰ দায়িত্ব লৈ কাম কৰিলে। সেই সময়ৰপৰা তেওঁক ঘনিষ্ঠভাৱে জনাৰ সুবিধা হ'ল। আৰু ১৯৪০ চনত ৺ভুবনচন্দ্ৰ গগৈৰ মৃত্যুত খালী হোৱা পূব সমষ্টিৰ নিৰ্বাচনত তেওঁৰ কৰ্মদক্ষতা, একাগ্ৰতা লক্ষ্য কৰিবলৈ সুবিধা হ'ল। তেওঁৰ চাৰিত্ৰিক গঠনৰ মূল উপাদান আছিল ৰচনাত্মক দৃষ্টি, কৰ্তব্যত একনিষ্ঠা। প্ৰতিপক্ষৰ মতামত উপেক্ষা নকৰি শ্ৰদ্ধাৰে সৈতে বিচাৰ কৰাৰ ভাব। প্ৰতিপক্ষৰ হৃদয়ৰ পৰিবৰ্তন আনিবলৈ চেষ্টা, কোনো এটা বিষয় যিমানেই সামান্য নহওক, পুংখানুপুংখৰূপে বুজিবলৈ যত্ন কৰা। এনেবিলাক গুণৰ অধিকাৰী দেখা পাই ৺লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়াই ১৯৪৬ চনত অসম এছেম্বলীলৈ নিৰ্বাচিত হোৱাৰ পিচত তেওঁক নিজৰ পাৰ্লামেণ্টেৰী চেক্ৰেটৰী পদত নিযুক্ত কৰিলে। আৰু তেওঁৰ ওপৰত সমবায় বিভাগৰ কাম চাবলৈ দায়িত্ব দিলে। এই ক্ষেত্ৰত চলিহাই সমবায় বিভাগত এটা নতুন ভাব আনিবলৈ যত্ন কৰিলে। আৰু এই ক্ষেত্ৰত কাম কৰিবলৈ সমবায় অনুষ্ঠানবিলাকৰ সুবিধাৰ বাবে কো-অপাৰেটিভ এপেক্স বেংক প্ৰতিষ্ঠা কৰিলে।

১৯৫২ চনত নতুন সংবিধান মতে সাধাৰণ নিৰ্বাচনৰ সময়ত তেওঁ প্ৰদেশ কংগ্ৰেছৰ সভাপতি হিচাপে দায়িত্ব লৈ ১৯৫৩ চনত কেন্দ্ৰীয় গৱৰ্ণমেণ্টত ডেপুটী মিনিষ্টাৰৰ দায়িত্বত থকা ৺সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইৰ মৃত্যুত চলিহা লোকসভালৈ নিৰ্বাচিত হ'ল। লোকসভাত সদস্য হৈ থকা কালতো সকলো সমস্যা বুজিবলৈ তেওঁ যি একাগ্ৰতা দেখুৱাব ধৰিলে, সেইটো প্ৰধানমন্ত্ৰী নেহৰুৰ চকুত নপৰাকৈ নাথাকিল।

১৯৫৮ চনত শ্ৰীযুত বিষ্ণুৰাম মেধি যেতিয়া মাদ্ৰাজৰ গৱৰ্ণৰ পদত

নিযুক্ত হ'ল, তেতিয়া চলিহাৰ ওপৰত মুখ্যমন্ত্ৰীৰ দায়িত্ব পৰিল। দায়িত্ব লোৱাৰ পিচত একালে নগা সমস্যাই জটিল ৰূপ ল'লে, আনফালে ভাষা-আন্দোলনেও গুৰুতৰ পৰিস্থিতিৰ সৃষ্টি নকৰা নহয়। এইবিলাক সমস্যাৰ সন্মুখীন হওঁতে অসীম ধৈৰ্য আৰু সহনশীলতাৰ আদৰ্শ তেওঁ দেখুৱালে। জীৱনৰ কৰ্মক্ষেত্ৰত সোমাওঁতে যি নীতিক পথৰ সন্ধান দিবলৈ দিক্‌নিৰ্ণয় যন্ত্ৰৰ দৰে তেওঁ লৈছিল, তাৰ সহায়েৰে তেওঁ পথ বাছি ল'লে। তেওঁ ৰাজনীতিজ্ঞ পুৰুষ হ'লেও আচলতে তেওঁ মানৱত্ববাদী আছিল আৰু এইবাবে তেওঁ ৰাজনীতিৰ লগত আধ্যাত্মিকতাৰ সমন্বয় আনিবলৈ যত্ন কৰিছিল। ভৌগোলিক অসম বুলি সকলোৱে জনাজাত অসমত বিভিন্ন গোষ্ঠীৰ, বিভিন্ন ভাষা-ভাষী লোকৰ বাসভূমি। এই সকলোৰে মাজত কেনেকৈ সমন্বয় আনিব পাৰি, অসমখনক কেনেকৈ ধুনীয়া এখন ফুলনিত পৰিণত কৰিব পাৰি, এয়ে তেওঁৰ জীৱনৰ সপোন আছিল।

# চলিহাৰ মহত্ত্ব

## নবেশচন্দ্ৰ বাজখোৱা

বিমলাপ্ৰসাদ চলিহা মুখ্যমন্ত্ৰী হোৱাৰ কিছুদিন পিচত এবাৰ আমাৰ শিৱসাগৰৰ ঘৰলৈ গৈছিলোঁ। এদিন গধূলি দেউতাই (স্বৰ্গীয় হৰেশচন্দ্ৰ বাজখোৱা) কথাৰ মাজতে ক'লে, "পৃথিৱীত এতিয়াও ধৰ্ম আৰু সজলোকৰ কিছু স্থান আছে।" কথাটো ভালকৈ বুজিব নোৱাৰা যেন দেখি দেউতাই পুনৰ ক'লে, "বিমলা চলিহা যে মুখ্যমন্ত্ৰী হৈছে, সিয়েই প্ৰমাণ কৰে যে ধৰ্ম আৰু সজলোকৰ স্থান এতিয়াও আছে।" ঘৰৰপৰা আহোঁতে দেউতাই এখন চিঠি আৰু তাৰ মাজত শিৱদ'লৰ নিৰ্মালি দি পঠিয়াইছিল চলিহাক দিবৰ কাৰণে। দেউতা ধাৰ্মিক মানুহ আছিল আৰু পৰাপক্ষত ৰাজনৈতিক নেতাসকলৰ লগত বৰ হলিগলি নকৰিছিল। আগতে এজন মুখ্যমন্ত্ৰীক কিবা ৰাজহুৱা কামত লগ ধৰিবলৈ যাওঁতে প্ৰাপ্য সন্মান নেদেখুওৱাৰ কাৰণে দেউতা বৰ ক্ষুণ্ণ হৈছিল।

বিমলা চলিহাক শিৱসাগৰত বয়সীয়া সকলোৱে 'বিমলি' বুলি মাতিছিল। শিৱসাগৰত পৰম্পৰাগতভাৱে এটা কথা চলি আহিছে; সি হৈছে—সকৰে ডাঙৰক 'ককাইদেউ' বুলি সম্বোধন কৰা। বিমলা চলিহাক আমি সেইদেখি 'বিমলি ককাইদেউ' বুলি সম্বোধন কৰিছিলোঁহক। তেখেত যেতিয়া ছিলঙলৈ আহিল, মই এই পুৰণা সম্বোধন আৰু সম্পৰ্কটোৰ পুৰামাত্ৰাই সুযোগ লৈছিলোঁ। সাংবাদিকসকলৰ ভিতৰত বোধকৰোঁ অকল ময়েই তেখেতৰ শোৱনি কোঠালৈ গৈ ঘণ্টা হিচাপে মেল মাৰি থাকিব পৰা সুবিধাৰ অধিকাৰী আছিলোঁ। কিন্তু তেনে কৰোঁতেও মই ভালেখিনি নিলগত আছিলোঁ। তেখেতেও এই সম্বন্ধৰ যাতে ব্যক্তিগত সুবিধা ল'ব নোৱাৰোঁ, তালৈ যথেষ্ট চকু দিছিল।

চলিহাই সাংবাদিকসকলক বৰ শ্ৰদ্ধা কৰিছিল। সেই কথা তেখেতে মোক বহুবাৰ কৈছিল। তেখেতৰ প্ৰতি বিৰুদ্ধাচৰণ কৰা সাংবাদিকসকলকো তেখেতে কেতিয়াও হিংসাৰ চকুৰে নাচাইছিল। ৰাজনৈতিক নেতাসকলৰ অতি কমসংখ্যকৰ গাতহে এই গুণটো দেখিবলৈ পোৱা যায়। অলপ-সমালোচনা কৰিলেই সাধাৰণতে এই নেতাসকলৰ হিতাহিত জ্ঞান নাইকিয়া

হৈ যায় আৰু এটা আক্ৰোশমূলক মনোভাব গঢ়ি উঠে। কিন্তু চলিহাই কেতিয়াও তেনে মনোভাব নলৈছিল। আনকি, যেতিয়া চলিহা মুখ্যমন্ত্ৰী হ'ল, আমাৰ বহুত টিলিকা সাংবাদিকে দেখ্‌দেখকৈ অপকাৰ কৰাত লাগি গ'ল। কাৰণটো হৈছে, তেওঁলোকে সদায় লেজুত লাগি থকা সুবিধা আদায় কৰিব পৰা নেতাসকলক সেই স্থানলৈ উন্নীত কৰিব নোৱাৰে। তেওঁলোকে যিমানেই পাৰে সিমানেই চলিহাক ৰাইজৰ চকুৰ আগত হেয় কৰিবলৈ লাগি গ'ল। যিমান পাৰে সিমান হোৱাই-নোহোৱাই আৰু অনেক সময়ত ভ্ৰান্তিমূলক সমালোচনা কৰিবলৈ আৰম্ভ কৰি দিলে। অন্য এজন নেতা হোৱা হ'লে তেওঁৰ মুখ্যমন্ত্ৰিত্বৰ সুবিধা লৈ তেনে সমালোচক-সাংবাদিকৰ সাংবাদিকতা চমু চপাই দিলেহেঁতেন। কিন্তু চলিহাই নীৰৱে সহ্য কৰি গ'ল। শেহত অৱশেষে দেখা গ'ল যে এই টিলিকা সাংবাদিকসকলে মোট সলালে।

এবাৰ তেখেত আৰু অন্য এজন নেতাৰ ৰাজনৈতিক বিবাদৰ এটা থুলমূল প্ৰবন্ধ কলিকতাৰ 'ষ্টেট্‌চমেন' কাকতত লিখিছিলোঁ। সেই প্ৰবন্ধটো লিখাৰ পিচত ভালেদিনলৈকে মই তেখেতৰ ঘৰলৈ যোৱা নাছিলোঁ। আচলতে ভয়ত। প্ৰায় ছমাহমানৰ পিচত এদিন যেতিয়া গ'লোঁ, এটা খোলা হাঁহি মাৰি চলিহাই নিমন্ত্ৰণ কৰিলে, "আহা, আহা। আজি দেখোন বহুত দিন তোমাক দেখাই নাই!" মোৰ বুকু চিৰিং কৰি গ'ল। কোনোৰকমে হাত সাৰিবলৈ ক'লোঁ, "সময়কে পোৱা নাই।" ভণ্টিক চাহ দিবলৈ কৈ অনেক ধৰণৰ কথা পাতিবলৈ আৰম্ভ কৰিলে। তাৰ পিচত দেখোন সেই প্ৰবন্ধটোৰ কথা উলিয়ালে আৰু সুধিলে, "সেইটো লিখি বাৰু কিমান পইচা পালা?" মই ক'লোঁ, "হিচাপ কৰা নাই, তথাপি ত্ৰিশ টকামান হ'ব।" "বৰ ভাল কাম দেই। ত্ৰিশটা টকাও পালা, ভাবতৰ ইমূৰৰপৰা সিমূৰলৈ মানুহে আমাৰ খবিয়ালৰ কথাও গম পালে আৰু কোনোবাই প্ৰশ্ন কৰিলে হয়তো বুলিব নোৱাৰোঁ, নহয়তো বুলিব নোৱাৰোঁ।"

আমিনো খবৰবোৰ কেনেকৈ গোটাওঁ আৰু ভিতৰুৱা খবৰবোৰ কেনেকৈ পাওঁ, এই কথাটো জানিবলৈ চলিহাৰ বৰ আগ্ৰহ আছিল আৰু মোক প্ৰায়েই এই কথা সুধিছিল। মই গা এৰাই ফুৰিছিলোঁ। শেহত এদিন ক'লোঁ, "চৰকাৰৰ দৰে আমাৰো এটা চতুৰ সংগঠন (ইন্টেলিজেন্ট অৰ্গেনিজেশ্যন) আছে। চৰকাৰৰ সংগঠনটোতকৈ আমাৰটো অধিক দক্ষতাসম্পন্ন। তাতোকৈ সুবিধা, আমাৰ সংগঠনটো বেছি অৱস্থাপন্ন। এটা খবৰ উলিয়াবৰ কাৰণে

আমি যথেষ্ট খৰচ কৰিব পাৰোঁ আৰু দায়িত্বও ল'ব পাৰোঁ। চৰকাৰী অনুষ্ঠানে তেনে কৰিব নোৱাৰে।" তেখেতে বহুত দিন ইয়াৰ পম খেদিছিল, কিন্তু বিশেষ যে কিবা সূত্ৰ উলিয়াব পাৰিলে, মনে নধৰে।

চলিহাৰ আগত বৰ চতুৰ হৈ দেখুওৱাৰ প্ৰয়োজন নাই। মুখ দেখিলেই তেখেতে বহুত কথাৰ গম পাই যায়। আমি সাংবাদিকবোৰে কথাবোৰ অলপ পাক লগাই প্ৰকাৰান্তৰে কওঁ। চলিহাই কেতিয়াবা হাঁহে। এদিন এনেকৈ পাক লগাই সোধা কথা এটাৰ উত্তৰত সুধিলে, "তোমাৰ কাগজ-পেঞ্চিল আছেনে?" মই ক'লোঁ, "আছে।" তেন্তে লিখা। তেওঁ এফালৰপৰা কৈ গ'ল, মই লিখি গ'লোঁ। শেষ হ'লত সুধিলে, "এতিয়া হৈছেনে?" মই হাঁহি, বহীটো জপাই গুচি আহিলোঁ। কেতিয়াবা কিছুমান প্ৰশ্নৰ উত্তৰ নিদিয়ে আৰু কিছুমানৰ উত্তৰ দি কয়, "এইবোৰ কাগজত প্ৰকাশ নকৰিলেই ভাল নেকি! কোনেবা তাৰ কি অৰ্থ উলিয়ায় একো ঠিক নাই।"

চলিহাই মুখ্যমন্ত্ৰী হোৱাৰ পিচতে এখন সাংবাদিক-মেল আমন্ত্ৰণ কৰিলে। তাত তেখেতৰ চৰকাৰৰ নীতি সম্বন্ধে এটা আভাস দিলে। সেই প্ৰেছ-মেলতে চলিহাক কোৱা হ'ল যে, মাহেকে একোখন প্ৰেছমেল হ'ব লাগে। মই কিন্তু কথাটো সম্পূৰ্ণ সমৰ্থন নকৰিলোঁ। মোৰ মত হৈছিল যে, আৱশ্যক হ'লে মাহেকত এখনতকৈও বেছি প্ৰেছমেল হ'ব পাৰে আৰু আৱশ্যক নহ'লে ছমাহতো নহ'ব পাৰে। ইয়াৰ পিচত সংবাদপত্ৰ আৰু সংবাদদাতাই চলিহাক বিৰুদ্ধাচৰণ কৰিবলৈ লোৱাত চলিহাই কোনো প্ৰেছ-মেল বা সাংবাদিকক লগ পোৱাৰ আগ্ৰহ নেদেখুৱালে। এনেকৈ কিমান দিন গ'ল ঠিক ক'ব নোৱাৰোঁ। কিন্তু ভালেদিনৰ পিচত এবাৰ চলিহাই সাংবাদিকসকলক লগ পাবলৈ বিচাৰিলে। আমাৰ ভিতৰৰে বয়োবৃদ্ধ এজনে তেখেতে সাংবাদিকসকলক লগ নধৰাৰ কথা উলিয়ালে। চলিহাই খোলাখুলি-ভাৱে ক'লে, "আপোনালোকৰ লগততো ইমান দিন মোৰ ভালেই নাছিল। সেই কাৰণেই লগ ধৰা নাছিলোঁ। আপোনালোকৰ স্বাধীনতাত মই হস্ত-ক্ষেপ নকৰোঁ; কিন্তু বাহিৰৰপৰা কথাবোৰ যিমান উজু যেন দেখি ভিতৰত সিমান উজু নহয়। তাক কাম কৰোঁতাসকলেহে বুজে।"

এবাৰ চলিহাৰ লগত কিবা কথা এটা লৈ মোৰ লগত অলপ মত মিলা নাই। চলিহাই তাৰ মাজতে ক'লে, "তোমালোকে কেৱল সমালোচনাহে

কৰিব জানা।" মই অলপ ভয় খাই গ'লোঁ, কিন্তু বিচলিত নহৈ উত্তৰ দিলোঁ, "তাৰ কাৰণেইহে দৰ্মহা পাওঁ।" চলিহাই হাঁহি ক'লে, "কথাটো সঁচা।"

আন এদিনৰ কথা। তেখেতে প্ৰাইভেট চেক্ৰেটৰীক কৈ থ'লে যে, সেইদিনা গধূলি তেওঁ কাকো দেখা নকৰে। মই ওলালোঁগৈ। প্ৰাইভেট চেক্ৰেটৰীয়ে মোক জনালে যে চলিহাই কাকো দেখা নকৰে। অসুখ নহয়। তেখেতে কিছু বিশ্ৰাম লৈছে। মই সুধিলোঁ, "মোক দেখা নকৰোঁ বুলি বিশেষভাৱে কৈছে নেকি?" প্ৰাইভেট চেক্ৰেটৰীয়ে ক'লে, "কাৰো কথা বিশেষভাৱে কোৱা নাই। এই হুকুমটো সকলোৰে কাৰণে সমানে প্ৰযোজ্য।" মই পাক্ মাৰি ভিতৰফালেদি গৈ শোৱনি কোঠাত ওলালোঁগৈ। চলিহাই দেখি হাঁহিলে। মই ক'লোঁ, "মোক আহিবলৈ নিদিছিলে।" চলিহাই ক'লে, "এৰা, তুমি আকৌ নাহিলে তোমাৰ কাম নহ'ব নহয়।" বুজিলোঁ, খং কৰা নাই। বহুত কথা পাতিলোঁ। ৰাতি প্ৰায় ১১ বজাত টেলিফোনটো বাজি উঠিল। চলিহাই সুধিলে, আমাৰ কথোপকথনৰ কিবা সংবাদ পঠালোঁ নেকি? মই ক'লোঁ, পঠালোঁ। চলিহাই কি পঠালোঁ জানিবলৈ বিচাৰিলে। পঢ়ি শুনালোঁ। দুটা নে এটা শব্দ বদলি কৰি দিবলৈ ক'লে।

চলিহাক কৰা কোনো প্ৰশ্নৰ উত্তৰ দিব নুখুজিলে বা ভাল নাপালে আন এফালে মুখ ঘূৰাই মেজৰ ওপৰত অলপ তবলা বজায়। অচিন মানুহে তেনে প্ৰশ্ন কৰিলে মাজতে "চাহ খাবা নেকি" বুলি সোধে। এবাৰ আমি তিনিজন সাংবাদিকে তেওঁক লগ ধৰিবলৈ গ'লোঁ। তেতিয়া বিধানসভা চলি আছিল। সদন শেষ হোৱাৰ পিচত তেওঁক অকলশৰে অফিচৰ কোঠাত দেখি আমি সোমাই গ'লোঁ। কথাৰ মাজতে এজনে সুধিলে, "আপুনি বোলে ছিলং জেলত বন্দী কৰি থোৱা তিনিজন নগাৰ মুক্তি ইয়াত দিবলৈ মানা কৰিছে?" "হয়", চলিহাই উত্তৰ দিলে। সাংবাদিকজনে পুনৰ প্ৰশ্ন কৰিলে, "কিয়?" চলিহাই উত্তৰ নিদি ক'লে, "চাহ খাবা নেকি?" মই খাম বুলি কোৱাত চাহ আনিবলৈ ক'লে। মই বুজিলোঁ, প্ৰশ্নটো চলিহাই ভাল পোৱা নাই। পুনৰাবৃত্তি কৰিলে বিপদ আছে। কিন্তু বন্ধুকিজনক আকৌ প্ৰশ্ন নকৰিবলৈ ঠাৰে-চিঞাৰে বুজাব নোৱাৰিলোঁ। চাহ খোৱাৰ পিচত এজনে সেই প্ৰশ্নটো আকৌ কৰিলে। চলিহাই হঠাৎ কৈ উঠিল, "তাৰো উত্তৰ দিব লাগিবনে? উত্তৰটো দেখোন জল্জল্ পট্পট্ হৈয়ে আছে।" চাহ খাই বিদায় লৈ যেতিয়া বাহিৰলৈ ওলাই আহিলোঁ, বন্ধুকিজনে ইজনে সিজনৰ

মুখলৈ চালে আৰু মোক সুধিলে, "তই কিবা বুজিব পাৰিলিনে?" মই ক'লোঁ, "পাৰিলোঁ। এই নগা বিদ্রোহীকিটাক ইয়াত এৰি দিলে আকৌ আত্মঘাতীৰ কাম কৰিব পাৰে। সেই কাৰণেই ইয়াত এৰি দিব নোখোজে।" "আমাক দেখোন সেই কথাটো কোৱা হ'লেই হ'লহেঁতেন। ভেকাহিটো মাৰিলে কেলৈ?" "তইঁতি বৰ বুধিয়ক মানুহ বুলি মনে মনে থাক কাৰণে" —মই ক'লো।

দিল্লীৰপৰা এজন চিভিলিয়ান সচিব আহি অসমৰ কেবাখনো ঠাই ফুৰি চলিহাক লগ পাবলৈ ছিলঙলৈ আহিল। বৰ বিজ্ঞভাবাপন্ন এই সচিবজনে অসমত সেই সময়ত হৈ থকা ৰাজনৈতিক দলাদলি আৰু প্ৰত্যেকেই পৃথক পৃথক ৰাজ্য বিচৰাৰ কথাৰ বিষয়ে আলোচনা আৰম্ভ কৰিলে। চলিহাই তেওঁকে সকলো ক'বলৈ দিলে। তেওঁ চলিহাক বহু কথা কোৱাৰ পিচত ক'লে যে, এইবোৰ ৰাজনৈতিক নেতাসকলেহে সমাধান কৰিব লাগে। কিন্তু ই দেশৰ কাৰণে বৰ অমঙ্গল সূচায়। চলিহাই মাজতে চাহ আনিবলৈ দিলে। তেওঁ যে কথাবোৰ শুনি একেবাৰে ভাল পোৱা নাই, ভাব-ভঙ্গীতে ধৰিব পৰা হৈছিল। যেতিয়া সচিবজনে শেষ কৰিলে, চলিহাই লাহেকৈ ক'লে, "এইখিনি উপদেশ মোক দিবৰ কাৰণেই তুমি দিল্লীৰপৰা ইয়ালৈ আহিলা নেকি? উপদেশকিটাৰ কাৰণে তোমাক বহুত ধন্যবাদ। কিন্তু তোমাতকৈও অধিক গুৰুত্বপূৰ্ণ কামৰ বাবে কিছুমান ঠাইৰ মানুহে মোক লগ পাবৰ কাৰণে বাহিৰত ৰৈ আছে। বিদায়।" বিজ্ঞ সচিবক যিমানৰ মানুহ সিমানলৈ নমাই দিলে। এইটো অকল চলিহাইহে কৰিব পাৰিছিল।

চলিহাই কাৰো বদ্‌নাম কেতিয়াও নকৈছিল আৰু আনেও পৰনিন্দা বা পৰচৰ্চা কৰা কথাটো বৰ বেয়া পাইছিল। এদিন তেওঁৰ এজন সম্বন্ধীয় মানুহে মন্ত্ৰীসভাৰ সতীৰ্থ এজনৰ বিৰুদ্ধে কওঁতে চলিহাৰ ইমান খং উঠিছিল যে, তেওঁ প্ৰায় একো নাই হৈ মেজত ইমান জোৰেৰে এটা ঢকা মাৰিলে যে, মেজৰ ওপৰত থকা আইনাখন টুকুৰা-টুকুৰ হৈ ভাগি গ'ল আৰু তেওঁৰ হাত কাটি তেজ ওলাবলৈ ধৰিলে। মানুহজন কোঠাৰপৰা ওলাই ঢাপলি মেলিলে।

চলিহাই সৌৰৱণী আৰু হাত চুয়োবিধকে কিছু চাবলৈ জানিছিল। এদিন তেখেতৰ শোৱনী কোঠাত বহি লাগ্-বান্ধ নোহোৱা কিছুমান কথা পাতি থকাৰ মাজতে মই ক'লো যে, মই এইবোৰ কথাত যব বিশ্বাস নকৰোঁ। চলিহাই ক'লে, "চাওঁ বাৰু, তোমাৰ হাতখন দেখুওৱাচোন।" মই

দেখুৱালোঁ। বৰ খোলা হাঁহি এটা মাৰি ক'লে, "তোমাৰ কিন্তু চাকৰিটো ভাল হৈছে। চৰকাৰী চাকৰিত সোমোৱা হ'লে ইমানদিন নাথাকা। কেতিয়াবাই খেদা খালাহেঁতেন।" মই সুধিলোঁ, "কিয়?" চলিহাই ক'লে, "দেখা নাইনে? কাৰো ওচৰত সেও নামানা। কিন্তু এটা যেনিবা ভাল কথা আছে; কোনো লুক্-ঢাক নাই। পেটত কোনো কথা নাথাকে। মাজে সময়ে কিন্তু বিপদত পৰিবা।" কথাটো সম্পূৰ্ণ সঁচা। চলিহাই কিন্তু এই বিষয়ে কাৰোবাক এবাৰ কোৱা বুলি প্ৰকাশ যে, হাত চোৱাটো বৰ ভাল কথা নহয়, কাৰণ, তাৰ দ্বাৰা মানুহৰ ওপৰত এটা মত ধাৰণা কৰা হয়। সি উপকাৰতকৈ অপকাৰহে বেছি কৰে।

চলিহাৰ মানৱীয় দিশটো অতি ওপৰ শ্ৰেণীৰ আছিল। কত যে দুখীয়া মানুহক সহায় কৰিছিল তাৰ কোনো সংখ্যা দিব নোৱাৰি। তেখেতৰ এই বদান্যতাৰ সা-সুবিধা কিমানে ল'লে তাৰো ঠিক্ নাই। বহুতো দুখীয়া ব্ৰাহ্মণ মানুহৰ ল'ৰাৰ লগুণদিয়নী পাতি দিয়াৰ কথা মই জানো। অৱশ্যে তাত এটা ধৰ্মীয় দিশো আছিল। দুখীয়া-ব্ৰাহ্মণৰ ল'ৰাৰ লগুণদিয়নী পাতি দিলে মহৎ পুণ্য হয় বুলি আমাৰ এটা ধাৰণা আছে। ব্ৰাহ্মণ-সজ্জন তেখেতৰ ঘৰলৈ গ'লে যিভাৱে ভক্তি পায় তাক নেদেখাসকলে বুজিব নোৱাৰে। আমাৰ খুৰাদেউৰ এজন ল'ৰাই ঘৰৰপৰা ব্ৰহ্মচাৰী হৈ ওলাই গ'ল। তেওঁৰ নাম নিত্যানন্দ ব্ৰহ্মচাৰী। ক'ত থাকে আমি বিশেষ নাজানো। কিন্তু চলিহাই তেওঁৰ খবৰ ৰাখিছিল। আনকি, আমি নজনাকৈয়ে তেওঁৰ বেমাৰৰ সময়ত ব্ৰহ্মচাৰীয়ে খবৰ ল'বলৈকো আহিছিল। এদিন তেওঁ মোক কৈছিল, "ঘৰৰপৰা এজন ল'ৰা সন্ন্যাসী হৈ ওলাই যোৱাটো যে কিমান পুণ্যৰ ফল তাক বোধকৰোঁ তোমালোকে নাজানা। এনে এজন সন্ন্যাসীয়ে ওপৰৰ সাত পুৰুষ আৰু তলৰ সাত পুৰুষ উদ্ধাৰ কৰি যায়। তোমালোকৰ উপৰিপুৰুষসকলৰ বহুত পুণ্যৰ ফলতহে ভায়েৰা সন্ন্যাসী হৈ ঘৰৰপৰা ওলাই গৈছে।"

চলিহাই বেমাৰ পৰি থকা কালছোৱাত যদিও সততে খবৰ ল'বলৈ গৈছিলোঁ, সদায় তেখেতক আমনি কৰাৰ ভয়ত লগ নধৰিছিলোঁ। পুতলী বাইদেউ (ডাঃ নিৰ্মলা চলিহা) আৰু নবৌয়ে দেখা কৰিবলৈ গৈ আমনি কৰাটো ভাল নাপাইছিল। এদিন বৰকৈ চাবৰ মন যোৱাত পুতলী বাইদেউক ক'লোঁ। তেওঁ মোক বাহিৰতে ৰ'বলৈ কৈ চলিহাক কথাটো সুধিবলৈ গ'ল। ময়ো তেওঁৰ পাচে পাচে মনে মনে গৈ দুৱাৰ খোলোঁতেই সোমাই দিলোঁ

আৰু মেলেক্ ,কৰে হাঁহি এটা মাৰি ক'লোঁ, "ময়ো পিচে আহিলোঁ।" পুতলী বাইদেউৰ খং উঠিছিল, কিন্তু চলিহাই "আহা, আহা" বুলি হাঁহি মাৰি সম্বোধন কৰিলত একো নক'লে। কন্তেক থাকি গুচি আহিলোঁ। মৃত্যুৰ কিছুদিনৰ আগতে এবাৰ আকৌ দেখা কৰিবলৈ গৈ বিচনাৰ ওচৰ পালোঁগৈ। সুধিলোঁ, "কেনে আছে।" বৰ দুখ লগা সুৰত উত্তৰ দিলে, "কেনে থাকিম আৰু। ক'ত ভাল হ'ম!" বৰ বেজাৰ লাগিল। পেটে পেটে ভাবিলোঁ, কথাটো নোসোধাই ভাল আছিল।

সেই কালপুৰাটোৰ কথা মনত পৰে। পুৰা ৫-১০ মিনিট বাজিছে। হঠাৎ টেলিফোনটো বাজি উঠিল। মাজনিশা বা পুৱতি নিশাৰ টেলিফোনে মোক আজিলৈকে কোনো ভাল বতৰা দিয়া নাই। বন্ধু শ্ৰীহীৰেন দত্তই ক'লে, "বাজখোৱা, সকলো শেষ।" মই লৰালৰিকৈ সংবাদদাতা বন্ধু কেজনমানক খবৰ দি চলিহাৰ ঘৰলৈ গ'লোঁ। তেতিয়াও মানুহে খবৰ পোৱা নাই। মই নিতান্তই পিতৃহাৰা যেন অনুভৱ কৰিলোঁ।

জীৱনত বহুত মানুহৰ সান্নিধ্যলৈ অহাৰ সুবিধা পাইছোঁ, বিশেষকৈ সংবাদদাতা হোৱাৰ কাৰণে। কিন্তু চলিহাতকৈ কোনো মহৎ লোকৰ ওচৰলৈ যোৱা মনত নপৰে। চলিহাৰ সান্নিধ্যই মানুহৰ অন্তৰাত্মা শুদ্ধি কৰে, আধ্যাত্মিক উন্নতি সাধন কৰে। তেওঁৰ আত্মাই শান্তি লাভ কৰক আৰু আমাৰো পথ প্ৰদৰ্শক হওক।

# সুপুৰুষ চলিহাৰ স্মৃতিত

বীৰেন তালুকদাৰ

অসম প্ৰদেশ কংগ্ৰেছৰ দুমহলীয়া ঘৰটো আৰু তাৰ কাষৰ মুকলি সেউজীয়া পথাৰখন দেখিলে কোনো এক চাহ বাগিছাৰ মেনেজাৰৰ বঙলাৰ কথা মনত পৰে। অৱশ্যে কংগ্ৰেছ ভৱনৰ চৌপাশে কোনো চাহগছ নাই, আছে সৰু সৰু নানা অপৰিচ্ছন্ন ঘৰ। এদিন জাৰকালি সন্ধিয়া কংগ্ৰেছ ভৱনৰ কাঠৰ খট্‌খটিয়েদি ওপৰ মহলাটোলৈ উঠি গৈছিলোঁ, প্ৰদেশ কংগ্ৰেছৰ সভাপতি বিমলাপ্ৰসাদ চলিহাক সাক্ষাৎ কৰিবৰ বাবে। গুৱাহাটীত থকা কংগ্ৰেছ ভৱনৰ কাঠৰ খট্‌খটিটো ঠেক আৰু পোন। মনতে ভাবিছিলোঁ, কি বিপজ্জনক এই খট্‌খটিটো! বগাবলৈ যথেষ্ট সতৰ্কতা আৰু সজাগ দৃষ্টিৰ আৱশ্যক।

তেতিয়া ১৯৫৭ চন। নৱেম্বৰ মাহ। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ গুৱাহাটী অধিবেশনলৈ আৰু প্ৰায় দুমাহ বাকী। ১৯৫৮ চনৰ ১৫ জানুৱাৰীত গুৱাহাটীত কংগ্ৰেছ অধিবেশন বহিব। সৰ্বভাৰতীয় এই অধিবেশনৰ প্ৰস্তুতিৰ বাবে তেতিয়া কংগ্ৰেছ ভৱনটো বিভিন্ন আলাপ-আলোচনাৰ কেন্দ্ৰ হৈ পৰিছে। পিচে সেইদিনা সন্ধিয়া তাত মানুহৰ বিশেষ সমাগম নাছিল। শ্ৰদ্ধেয় সাংবাদিক শ্ৰীসতীশচন্দ্ৰ কাকতীক তাত প্ৰথমে লগ পাইছিলোঁ। সৰু খট্‌খটিয়েদি তেওঁৰ লগতে উঠি গৈছিলোঁ কাঠৰ চাং-বঙলাৰ ওপৰ মহলাটোলৈ। দীঘল মেল-চ'ৰাটো পাৰ হৈ ওচৰতে এটা সৰু বহা কোঠা পায়। কাকতীৰ লৈতে সোমাই গলোঁ। শ্ৰীচলিহা অকলে বহি আছিল। কাকতীৰ ওপৰত কংগ্ৰেছ অধিবেশনৰ অভ্যাৰ্থনা সমিতিৰ প্ৰচাৰ বিভাগৰ দায়িত্ব অৰ্পিত হৈছিল। চলিহাৰে সৈতে আগন্তুক অধিবেশনৰ প্ৰস্তুতিৰ কথা পাতিলোঁ। প্ৰদেশ কংগ্ৰেছৰ সভাপতি আৰু অভ্যাৰ্থনা সমিতিৰো তেওঁ সভাপতি। চলিহাৰ লগত সেইটোৱেই আছিল আমাৰ প্ৰথম সাক্ষাৎ-প্ৰসঙ্গ। ইয়াৰ আগতে তেওঁক দেখিছিলোঁ যদিও দূৰৈৰপৰাহে।

চলিহাৰ চেহেৰাত বিশেষ কোনো আকৰ্ষণীয় দৈহিক সৌন্দৰ্য নাছিল। নাছিল চকুৰে-মুখে ফাটি পৰা প্ৰখৰ কোনো বুদ্ধিৰ ছাপ। তজ্‌বজীয়াতো

নহয়েই। পিচে, তেওঁৰ গহীন অবয়ব, ধীৰ আৰু শান্ত চকুযুৰি, নির্বিকাৰ বহল মুখখন আৰু লাহে-ধীৰে কোৱা কথা, সকলোৱে মিলি তেওঁৰ চাৰিও-পিনে এটি গহীন-গম্ভীৰ পৰিবেশ গঢ়ি তোলে। মনতে অনুভৱ কৰিছিলোঁ, ই এটি গাম্ভীৰ্যৰ প্ৰতিমূৰ্তি; চাৰিওকাষে গাম্ভীৰ্য বিকিৰণ কৰি আছে। নানা কথাৰ মাজতে সুধিলোঁ, "অধিবেশনৰ প্ৰস্তুতি কিমানদূৰ আগবাঢ়িছে?" চলিহাই উত্তৰত কৈছিল, "বহু কাম হৈছে, পিচে আৰু বহু বাকী আছে।" হোৱা কামবোৰৰ আৰু বাকী থকাবোৰৰো এটা বিৱৰণ তেওঁ দিছিল। চলিহা মানুহজন আছিল স্বল্পভাষী। প্ৰত্যেকটো বিষয়ৰে ছুয়োটা দিশ অতি কম কথাৰ মাজেৰে প্ৰকাশ কৰা তেওঁৰ এটা চাৰিত্ৰিক বৈশিষ্ট্য। পিচত নানা সমস্যাৰ আলোচনাৰ বিষয়তো চলিহাই সমস্যাটোৰ ছুয়োটা দিশলৈ তেনেদৰেই লোকৰ দৃষ্টি আকৰ্ষণ কৰা দেখিছিলোঁ।

ইয়াৰ পিচত তেওঁ আৰু বেছিদিন কংগ্ৰেছৰ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি হৈ নাথাকিল। কংগ্ৰেছৰ খটখটি বগাই তেওঁ আৰু এঢাপ উঠিল। ১৯৫৭ চনৰেই ২৮ ডিচেম্বৰত তেওঁ অসমৰ মুখ্যমন্ত্ৰী পদত অধিষ্ঠিত হ'ল। কংগ্ৰেছ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতিৰ পদ চলিহাৰপৰা ল'লে শ্ৰীমহেন্দ্ৰ-মোহন চৌধুৰীয়ে। শ্ৰীবিষ্ণুৰাম মেধিৰ হাতৰপৰা শ্ৰীচলিহাই মুখ্যমন্ত্ৰীৰ ভাৰ গ্ৰহণ কৰিলে। মেধি মাদ্ৰাজৰ ৰাজ্যপাল নিযুক্ত হ'ল। অসমৰ ৰাজনীতি আৰু অসম কংগ্ৰেছৰ নীতিৰ ক্ষেত্ৰত পৰিবৰ্তনৰ আগন্তুকে দেখা দিলে। অসম প্ৰশাসনত আৰম্ভ হ'ল মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাৰ আমোল।

সচিবালয়ৰ মুখ্যমন্ত্ৰীৰ কোঠাত সোঁমাৰ টাব্‌টোৰ দৰে মেজখনৰ সোঁমাজত বহিছে মুখ্যমন্ত্ৰী চলিহা। গাত ক'লা ৰঙৰ পুৰণি অসমীয়া ধৰণৰ গলাবন্ধ কোট এটা আৰু খদ্দৰৰ সেই মোটা ধুতি। মূৰত গান্ধীটুপী নাই। চলিহাক গান্ধীটুপী পিন্ধা কেতিয়াও দেখা নাছিলোঁ। সম্ভৱতঃ গান্ধীৰ আদৰ্শকহে তেওঁ শিৰত তুলি লৈছিল, গান্ধীটুপীটো নহয়। চলিহাৰ ছুয়োকাষে মন্ত্ৰীসভাৰ সদস্যসকল বহিছে; শ্ৰীকামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, শ্ৰীমইনুল হক চৌধুৰী, শ্ৰীদেবেশ্বৰ শৰ্মা প্ৰমুখ্যে মন্ত্ৰীসকল। শ্ৰীফখৰুদ্দিন আলি আহমেদ আৰু শ্ৰীদেৱকান্ত বৰুৱা চলিহাৰ এই প্ৰথম মন্ত্ৰীসভাত তেতিয়া নাছিল। আমি সাংবাদিকৰ দলটো বহিছিলোঁ মেজখনৰ বাহিৰৰ পিনে মন্ত্ৰীসভাৰ চৌদিশে। চলিহাই তেওঁৰ মন্ত্ৰীসভাৰ প্ৰথম নীতি ঘোষণা কৰি এটা বিবৃতি দিলে। পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি, সুস্থ আৰু পৰিচ্ছন্ন প্ৰশাসন, উদ্যোগীকৰণ, আৰ্থিক

উন্নয়ন, প্ৰশাসনীয় মিতব্যয়িতা, নানা বিষয় তেওঁ উত্থাপন কৰিছিল। আমাৰ ৰাজধানীখন খিলঙৰপৰা গুৱাহাটীলৈ স্থানান্তৰ কৰাত তেওঁৰ মতামত কি বুলি সুধিলত চলিহাই পোনপটীয়াকৈ একো নক'লে। মাত্ৰ কৈছিল, খিলং আৰু গুৱাহাটী, দুয়োখন নগৰকেই মনোৰম কৰিবলৈ ব্যৱস্থা লোৱা হ'ব। ৰাজধানী স্থানান্তৰৰ ক্ষেত্ৰত চলিহাই তেওঁৰ এই সিদ্ধান্ত তেওঁৰ আমোলৰ ১৩ বছৰত আৰু সলনি নকৰিলে। পিচে, খিলং আৰু গুৱাহাটীকো একোখন মনোৰম নগৰত তেওঁ পৰিণত কৰিব নোৱাৰিলে। বৰং খিলং আৰু অধিক লেতেৰা হ'ল। গুৱাহাটীও ভাৰতৰ অন্যতম লেতেৰা নগৰ বুলিহে অভিহিত হ'ল। চলিহাৰ আঁচনি বা কল্পনাই বাস্তৱ ৰূপ নাপালে।

চলিহাই মুখ্যমন্ত্ৰীৰ ভাৰ লোৱা সময়ত পৰ্বত-ভৈয়ামৰ সম্পৰ্কৰ কথাটো এক জলন্ত সমস্যা হৈ উঠিছিল। গতিকে মুখ্যমন্ত্ৰীৰ প্ৰথম সাংবাদিক-মেলত এই কথাতেই তেওঁ এক বিশেষ গুৰুত্ব দিছিল। এই প্ৰসঙ্গত তেওঁৰ নিজৰ অভিমত ব্যক্ত কৰি কৈছিল, "আজি পৰ্বত-ভৈয়ামৰ লোক-সমষ্টিৰ মাজত দৰা-চলতে এক সঙ্কটৰ সৃষ্টি হৈছে। সেই সঙ্কট হৈছে আস্থা আৰু পাৰস্পৰিক বিশ্বাসৰ সঙ্কট। আমি সেইটো দূৰ কৰিব পাৰিলে ভালেখিনি কাম হ'ব আৰু সৰ্বাঙ্গীন কুশল হ'ব।" প্ৰকৃততে চলিহাই প্ৰশাসক হিচাপে অসমৰ মুখ্যমন্ত্ৰী হ'বলৈ অহা নাছিল। তেওঁ আহিছিল অসমৰ বিবিধ জাতি-উপজাতি আৰু ভাষা-ভাষীসকলৰ মাজত এক সদ্ভাব, আস্থা আৰু মৈত্ৰীৰ ভাব সুদৃঢ় কৰি শক্তিশালী অসম গঠন কৰিবলৈ, এজন সদ্ইচ্ছাৰ বাৰ্তাবাহক স্বৰূপে। এই-ক্ষেত্ৰত চলিহাই সৰ্বতোপ্ৰকাৰে যে চেষ্টা কৰিছিল তাৰ উদাহৰণ অলেখ আছে। পিচে, তেওঁৰ চেষ্টা ফলৱতী নহ'ল। কিন্তু উদ্দেশ্য যে মহৎ আছিল, সেই বিষয়ে সন্দেহ নাই। চলিহাৰ এই ব্যৰ্থতাক বহুতে তেওঁৰ সামগ্ৰিক ব্যৰ্থতা বুলিও ভাবে। পিচে, এই ব্যৰ্থতাত চলিহাৰ চৰিত্ৰৰ উজ্জ্বল দিশটো ম্লান পৰিছে বুলি ক'ব নোৱাৰি। গান্ধীজীয়েও ভাৰতত সাম্প্ৰদায়িক প্ৰীতি আৰু ঐক্য গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল; কিন্তু তেওঁৰ সেই চেষ্টাও ব্যৰ্থ হৈছিল। ৰবীন্দ্ৰনাথে এই প্ৰসঙ্গতে গান্ধীজীৰ বিষয়ে লিখিছিল, "সম্ভৱতঃ তেওঁ কৃতকাৰ্য নহ'ব। সম্ভৱ তেওঁ ব্যৰ্থ হ'ব। যীশু আৰু বুদ্ধদেৱে মানুহক অন্যায়-অধৰ্মৰপৰা আঁতৰাবলৈ যত্ন কৰি ব্যৰ্থ হৈছিল। পিচে, তেওঁক সকলোৱে স্মৰণ কৰিব; কাৰণ, তেওঁৰ জীৱনটোকেই সৰ্বতিকালৰ বাবে তেওঁ এটি আদৰ্শ পাঠ কৰি থৈ গৈছে।" চলিহাৰ প্ৰচেষ্টা ব্যৰ্থ হ'লেও এই প্ৰচেষ্টা আছিল সজ আৰু মঙ্গলকামী।

১৯৬০ চনত অসম জুৰি ভাষা-আন্দোলনে দেখা দিলে। অসমৰ বিভিন্ন ভাষা-ভাষী লোকৰ মাজত ঐক্য, সম্প্ৰীতি, আস্থা আৰু বিশ্বাসৰ ভাব স্থাপন কৰা চলিহাৰ দৰ্শন এই সমস্যাৰ লগত মুখামুখি হৈ পৰিল। চলিহা মন্ত্ৰীসভাৰ-পৰা কেপ্তেইন উইলিয়ামছন চাংমাই পদত্যাগ কৰিলে। কেপ্তেইন চাংমা আছিল পৃথক পাৰ্বত্য-ৰাজ্য স্থাপন আন্দোলনৰ প্ৰধান নেতা। পিচে, চলিহা মন্ত্ৰীসভাত তেওঁ যোগদান কৰিছিল আৰু সাময়িকভাৱে পাৰ্বত্য-ৰাজ্য আন্দোলনো তল পৰি গৈছিল। ভাষা-আন্দোলনৰ পিচত সি আকৌ উক দিলে। ভৈয়ামৰ জিলাকেইখনতো আন্দোলনে ভয়াবহ আকাৰ ধাৰণ কৰিলে। ৰক্তপাত হ'ল। অসম বিধান সভাত ৰাজ্যভাষাৰ দাবীৰ বিতৰ্কত মুখ্যমন্ত্ৰী চলিহাই সমিধান দি ক'লে যে, "অসমত যে অসমীয়াই ৰাজ্যভাষা হ'ব লাগিব সেইটো ধ্ৰুৱপ। পিচে, সেই দাবী অসমৰ সংখ্যালঘুসকলৰপৰা আহিলেহে ভাল।" চলিহাৰ সেই উক্তিত ৰাজ্যজুৰি আন্দোলনৰ গতি তীব্ৰতৰ হৈ উঠিল। বাতৰি-কাকতবোৰতো সংখ্যালঘুৰ দাবীৰ কথাকহে চলিহাই প্ৰাধান্য দিয়া বুলি তীব্ৰ সমালোচনা কৰা হ'ল। অসমত অসমীয়াহে ৰাজ্যভাষা হ'ব লাগিব বুলি তেওঁ কোৱা প্ৰথম শাৰী কথা তল পৰি গ'ল। কুৰুক্ষেত্ৰ ৰণত যুধিষ্ঠিৰে কোৱা "অশ্বত্থামা হতঃ কিন্তু ইতি গজঃ"ৰ দৰে অশ্বত্থামা হতহে শুনা গ'ল। কিন্তু ইতি গজ ঢাক-ঢোলৰ কোবত শুনা নগ'ল।

চলিহাই এই কথাত বৰ আঘাত পাইছিল। পিচত এদিন দুখ কৰি অকলশৰে আমাক কৈছিল, "বাতৰি-কাকতে আমাৰ কথাখিনি প্ৰকৃত ৰূপত প্ৰকাশ কৰা হ'লে বোধহয় অসমত এনে এটা দুৰ্যোগৰ সৃষ্টি নহ'লহেঁতেন। মোৰ প্ৰতি এইটো অন্যায় কৰা হোৱা নাই বুলি আপুনি ভাবেনে ?"—তেওঁ সুধিছিল। চলিহাই এইটো তেওঁৰ বিৰুদ্ধে অন্যায় বুলিয়েই ভাবি লৈছিল। এই আন্দোলনত এটা ডাঙৰ মানসিক আঘাতো তেওঁ পাইছিল। এই মানসিক আঘাতৰ পৰিণতি ক্ৰমে তেওঁৰ শৰীৰত প্ৰকাশ পাবলৈ ধৰিলে। তেওঁ ৰুগীয়া হৈ পৰিল। সঘনে অসুস্থ হ'বলৈ ধৰিলে। পিচৰ দহ বছৰ কাল ৰুগীয়া গাৰেই তেওঁ মুখ্যমন্ত্ৰীৰ ভাৰ বহন কৰিছিল। পৰ্বত-ভৈয়ামৰ বিভিন্ন জাতি আৰু ভাষা-ভাষী লোকৰ মাজত আস্থা আৰু বিশ্বাসৰ ভাব স্থাপন কৰাৰ যি আশা লৈ তেওঁ মুখ্যমন্ত্ৰীৰ ভাৰ লৈছিল, সেই আশা তেওঁৰ মাৰ গ'ল। তেওঁৰ দৰ্শনেই লুটি খাই গ'ল। তেওঁৰ ৰাজনৈতিক জীৱনত সম্ভৱতঃ এইটোৱেই সৰ্বাতোকৈ ডাঙৰ ব্যৰ্থতা। পিচত ভাষা-আইন গৃহীত হ'ল। অসমীয়াই

ৰাজ্যভাবাৰূপে স্বীকৃতি পালে। কিন্তু খাচীয়া-জয়ন্তীয়া, গাৰোপাহাৰ আৰু মিজো জিলাত পৃথক পাৰ্বত্য-ৰাজ্যৰ আন্দোলনে আৰু তীব্ৰ গতিত গা কৰি উঠিল। সেই গতিক আৰু ৰোধ কৰিব পৰা নগ'ল।

পৰ্বতীয়া লোকসকলৰ প্ৰতি চলিহাৰ বিশেষ মৰমৰ ভাব আছিল। বহু সময়ত সেই মৰমে ৰাজনীতিৰ কঠোৰ অনুশাসনকো চেৰাই গৈছিল আৰু তাৰ-বাবে তেওঁ একাধিকবাৰ নিজে বিপন্নও হ'বলগীয়া হৈছিল। এদিন চলিহাৰ ঘৰলৈ গৈ দেখিলোঁ, এটা নগা ডেকা ল'ৰা বহি আছে। চলিহাই সুধিলে, "এওঁ কোন চিনি পাইছেনে? আমাৰ ফিজোৰ ল'ৰা। চকুৰ অসুখ, চিকিৎসাৰ বাবে আহিছে।" পলাতক বিদ্ৰোহী নগা নেতা ফিজো তেতিয়াও লণ্ডনত। যাক জাতীয় অপৰাধী বুলি চৰকাৰে ঘোষণা কৰিছে, সেইজন অপৰাধীৰেই ল'ৰাজনক চলিহাই আপোনজনৰদৰে আদৰ-অভ্যৰ্থনা কৰিছে। লগতে আৰু জানিলোঁ যে ফিজোৰ পৰিয়ালো তেতিয়া শ্বিলঙত আৰু তেওঁলোকে চলিহাকেই স্থানীয় অভিভাৱক হিচাপে লৈছে। তেৰোঁ যি পাৰে সহায় কৰিছে। গদা-পাণিক নাপাই ল'ৰাবজাই জয়মতীকেই জেৰেঙা পথাৰত গৰম পানী ঢালি চমতাৰে কোবাই কোবাই মাৰিছিল। তিনিশ বছৰৰ পিচত অসমৰ ৰাজ-নীতিত চলিহাই এক নতুন পৰীক্ষাৰ সূচনা কৰিলে। শত্ৰুক হিংসাৰে নহয়, প্ৰেমেৰেহে জয় কৰিব লাগিব। চলিহাই সম্ভৱতঃ ৰাজনীতিতো এইটো মানি চলিবলৈ যত্ন কৰিছিল। ল'ৰাবজাৰ দিনৰপৰা চলিহালৈ ভাৰতৰ লগতে অসমেও বহুদূৰ বাট অতিক্ৰম কৰিলে। সেই বাটৰ দূৰত্ব অপৰিমেয়। নগালেণ্ড, নেফা, মিজো, গাৰো, খাচী অঞ্চলৰ সৰু-বৰ সকলোৰে সততে চলিহাৰ ওচৰলৈ অহা দেখিছিলোঁ। তেওঁলোক যে অকল ৰাজনৈতিক ব্যক্তিয়েই আছিল তেনে নহয়, নানা থাপৰ নানা লোক। তেৰোঁ তেওঁলোকক যিমান পাৰে সহায় কৰিছিল। পিচত সাধাৰণ খাচীয়াসকলে তেওঁক 'বাভা চলিহা' বুলিহে আখ্যা দিয়া শুনিছিলোঁ। খাচী ভাষাত বাভা মানে উত্তম। অৰ্থাৎ, সুপুৰুষ চলিহা। ব্যক্তিগতভাৱে চলিহাৰ সেইটোৱেই উজ্জ্বল দিশ আছিল। তেওঁ সকলো ফৈদৰ মানুহৰ মাজত আস্থা আৰু বিশ্বাসৰ ভাব স্থাপন কৰিব পাৰিছিল।

অসমৰ আৰ্থিক উন্নয়ন বা সুস্থ প্ৰশাসন স্থাপন কৰাত চলিহাই কৃতকাৰ্যতা লাভ কৰিব পৰা নাছিল। অসমৰ আৰ্থিক অৱস্থা আৰু প্ৰশাসনৰ বৰ্তমান ছবিখনেই সেই কথা দেখুৱায়। এদিন তেওঁক সুধিছিলোঁ, "অসমৰ আৰ্থিক উন্নয়নত আপোনাৰ মন্ত্ৰীসভাই কি কৰিব পাৰিলে?" তেওঁ উত্তৰ

দিছিল, "বহুখিনি কৰিছে, কিন্তু আৰু বহু কৰিবলগীয়া আছে। মানুহৰ মনত প্ৰগতিৰ আশা আজি ইমান দ্ৰুতগতিত আগবাঢ়িছে যে আমাৰ প্ৰশাসনে সমানে অগ্ৰসৰ হ'ব পৰা নাই।" চলিহাই বৰং ওলোটাকৈহে সুধিছিল, "আপুনি ভাবেনে, অসমৰ উন্নতিৰ ক্ষেত্ৰত চৰকাৰে একোৱেই কৰা নাই আৰু অসমত কোনো উন্নয়নেই হোৱা নাই?" তৰ্কবিতাত চলিহাৰ কিছু চাতুৰ্য আছিল। সেই কংগ্ৰেছ অধিবেশনৰ প্ৰস্তুতিৰ সময়ত চলিহাই কোৱা কথাষাৰৰেই যেন প্ৰতিধ্বনি শুনিছিলোঁ, "বহু কাম হৈছে আৰু বহু বাকী আছে।" চলিহাই এটি সৰু উদ্দেশ্য আৰু সহজ মন লৈ অসমৰ শাসনভাৰ গ্ৰহণ কৰিবলৈ আহিছিল। পিচে, পদে পদে তেওঁ উজুটি খাইছিল। বহু সময়ত জিকিছিল, বহু সময়ত শোচনীয়ভাৱে ব্যৰ্থ হৈছিল।

নগা পাহাৰৰ অশান্তি বোধ কৰাটোতো তেওঁৰ বৰঙণি কম নহয়। এইটোৱেই তেওঁক সৰ্বভাৰতীয় নেতাৰ শাৰীলৈও তুলি দিছিল। এদিন চলিহাৰ বাসভৱনত নগা শান্তি মিছনৰ সদস্যসকলক লগ পাবলৈ গৈছিলোঁ। বেভাৰেণ্ড মাইকেল স্কট্, জয়প্ৰকাশ নাৰায়ণ আৰু চলিহা—তিনিওজন সদস্যই বহি আছিল। নগা পাহাৰ ভ্ৰমণ কৰি তেওঁলোক উভতি আহিছে। চলিহাক সুধিলোঁ, "নগা পাহাৰৰ পৰিস্থিতি এতিয়া কেনে?" মাইকেল স্কট্‌লৈ আঙুলিয়াই দি চলিহাই ক'লে, "চাহাবক নোসোধে কিয়?" স্কটক ক'লে, "বাতৰি-কাকতৰ বাবে কিবা ক'ব নেকি, সুধিছে।" চলিহাই পিচত কৈছিল, "এই চাহাবজন বৰ আচৰিত। এটা কথা আৰু তেওঁক বুজাব নোৱাৰিলোঁ। তেওঁ ভাবে, আফ্ৰিকাৰ চাহাবসকলে ক'লা চামৰাৰ লোকসকলৰ প্ৰতি যেনে আচৰণ কৰে, ভাৰত চৰকাৰেও নগাসকলৰ প্ৰতি তেনে কৰিছে। এতিয়া নগা পাহাৰ ভ্ৰমণৰ পিচত তেওঁৰ সেই বিশ্বাস লৰিছেনে সোধকচোন।" স্কট্ চাহাবে কৈছিল যে, সম্প্ৰতি নগা পাহাৰত এটা আস্থা আৰু পাৰস্পৰিক বিশ্বাসৰ অভাৱ হৈছে। সেইটো দূৰ কৰিবলৈ চেষ্টা কৰিছোঁ। আমাৰ সেই চেষ্টা সফল হ'ব বুলিও আমি আশা কৰিছোঁ। স্কটৰ এই কথাত চলিহাৰ ধাৰণাৰেই এটি প্ৰতিধ্বনি শুনা যেন লাগিল। অসমৰ ৰাজনীতিত পৰ্বত-ভৈয়ামৰ মাজত যি আস্থা আৰু বিশ্বাসৰ সঙ্কটৰ কথা চলিহাই অনুভৱ কৰিছিল, মাইকেল স্কট্ চাহাবেও নগা পাহাৰত চলিহাৰ লগত শান্তি মিছনৰ কাম কৰি সেই উপলব্ধিকেই শেষ পৰ্যন্ত কৰিবলৈ বাধ্য হৈছিল। নগা জনসাধাৰণৰ মাজত চলিহাৰ প্ৰতি অসীম শ্ৰদ্ধা আৰু বিশ্বাস আছিল। শান্তি মিছনৰ অন্ত

সমৰণ চুক্তিয়ে দীঘলীয়া ম্যাদ পোৱাৰ সিও এটা কাৰণ। এদিন চলিহাই নগা সমস্যা সম্পৰ্কে কৈছিল, “সমস্যা এটা সমাধানৰ বাবে বন্দুকৰ গুলীতকৈ আলাপ-আলোচনা বেছি কাৰ্যকৰী বুলি নাভাবেনে ?”

সাংবাদিক, লেখক আৰু শিল্পীসকলৰ প্ৰতি চলিহাৰ অন্তৰত এডুখৰি কোমল ঠাই আছিল। লেখকসকলৰ বাবে প্ৰকাশন পৰিষদে আৰু শিল্পী-সকলৰ বাবে ফিল্ম ষ্টুডিঅ'ই ভালেখিনি সহায় কৰিব পাৰিব বুলি তেওঁ আশা কৰিছিল। সাংবাদিকসকলে পিচে তেওঁৰপৰা বাতৰি আদায় কৰা এটা দুৰূহ ব্যাপাৰ আছিল। এদিন চলিহাই সুধিছিল, “আপোনালোকৰ দিন-ৰাতি নাইনে ; এনেকৈয়ে বাতৰি বিচাৰি ফুৰে ? আমনি নালাগে জানো ?” উত্তৰলৈ বাট নাচাই তেৱেঁই ক'বলৈ ধৰিলে, “মই এই প্ৰশ্নটো আপোনালোকৰ সাংবাদিক ভি, এক্, কাৰাকাক এদিন সুধিছিলোঁ, তেতিয়া তেওঁ কি কৈছিল জানেনে ?” —হাঁহি সুধিছিল চলিহাই। তেওঁ কৈছিল, “চলিহা চাহাব, আপুনি মন্ত্ৰী। সাংবাদিকৰ বেদনা আপুনি কি বুজিব ! আপোনাৰ এষাৰ কথাৰ বাবে ৰ'দ-বৰষুণ, দিন-ৰাতিকো নগণি তেওঁলোকে আপোনাৰ দুৱাৰত বৈ থাকে। পিচত যেতিয়া আপুনি একো নাই বুলি কৈ পঠিয়াই দিব, ভাবি চাবচোন, তেওঁ-লোকৰ অৱস্থাটো কেনে হ'ব পাৰে ?” কাৰাকাৰ এই কথাই হেনো চলিহাৰ অন্তৰ স্পৰ্শ কৰিছিল। তাৰ পিচতো চলিহা সম্পূৰ্ণ দ্বিধামুক্ত হ'ব পাৰিছিল বুলি ক'ব নোৱাৰি। এদিনাখন মাঘবিহুৰ ৰাতিপুৱাৰ কথা। চলিহাই নতুন দিল্লীত পৰ্বতীয়া ৰাজ্যৰ দাবী সম্পৰ্কত গৃহমন্ত্ৰী চৱনৰ সৈতে আলোচনা কৰি শ্বিলং আহি পোৱাৰ কথা। আমি দুজন সাংবাদিকে তেওঁৰ বাসভৱনত পুৱাৰেপৰা বোন্দাপৰ দি বৈ আছোঁ—চলিহাই ফেডাৰেল প্লেনত সম্মতি দিলে নে নাই তেওঁৰ মুখৰপৰাই ল'ব লাগিব, এনে ভাবি। এঘাৰমান বজাত চলিহা আহি পালে। গাড়ীৰপৰা নামিয়েই আমাক দেখি অলপ হাঁহিলে। লগতে ক'লে, “ভিতৰলৈ ব'লক।” একেলগে খোৱা কোঠালৈ লৈ গ'ল। তেওঁ বহিল, আমাকো বহুৱালে। লগে লগে ল'ৰাজনক মাতি ক'লে, “বিহুৰ বাবে কি কৰিছা, লৈ আহাঁ।” বহুত খোৱা হ'ল। তেওঁ বিহুৰ কথা আৰম্ভ কৰিলে। সৰুতে কেনেকৈ বিহু পাতিছিল। খোৱা বস্তু কেনে উভৈনদী আছিল। লগতে ক'লে, “শ্ৰীমতী চলিহাৰ অসুখ। শিৱসাগৰত আছে। গতিকে আপোনালোকক ভালকৈ বিহুসাজ খুৱাব নোৱাৰিলোঁ।” ফেডাৰেল প্লেনৰ পৰিবৰ্তে বিহুৰহে বক্তৃতা শুনিলোঁ ! ফেডাৰেল প্লেনৰ কথা সুেগ চাই সুধিলোঁ

এবাৰ। তেওঁ ক'লে, "সিদ্ধান্ত একো হোৱা নাই। পাৰ্বত্য নেতাসকলে তেওঁলোকৰ কথা কৈছে, আমি আমাৰ কথা কেন্দ্ৰীয় চৰকাৰক জনাইছোঁ। বিষয়টো এতিয়াও বিবেচনাধীন।" চলিহাই এবাৰ নকওঁ বুলি ভাবিলে হেজাৰ চেষ্টা কৰিও কথা উলিওৱা আৰু সম্ভৱ নহয়। বৃথা চেষ্টা।

চলিহাৰ ৰাজনীতিত গোপনীয়তা আছিল এপাট ভাঙৰ অস্ত্ৰ। গোপন কথা তেওঁ কাকো খুলি নকৈছিল। সতীৰ্থসকলেও পিচত ইয়াৰ বাবে তেওঁৰ অলক্ষিতে অসন্তোষ প্ৰকাশ কৰা শুনিছিলোঁ। ১৯৬৯-৭০ চনত চলিহাৰ শৰীৰ ক্ৰমে ভাঙি আহিবলৈ ধৰে। ৰাজকাৰ্যত তেওঁ আৰু বিশেষ মন দিব নোৱাৰা হৈ পৰিল। এই লৈ কংগ্ৰেছ দলৰ ভিতৰতো অসন্তোষৰ ভাব বাঢ়িবলৈ ধৰিলে। এই সময়তেই বিধান সভাৰ কংগ্ৰেছ দলৰ এচাম সদস্যই চলিহা মন্ত্ৰীসভা পুনৰ্গঠনৰ বাবেও দাবী তুলিছিল। চলিহাই দলৰ সংসদী সদস্য-সকলৰ এখন সভাত সেই সম্পৰ্কে আলোচনা কৰাৰ পিচত আৰু মন্ত্ৰীসভাখন কিছু সালসলনি কৰা হ'ব বুলি আশ্বাস দিয়াত, দলৰ মাজত পুনৰ বুজা-পৰাৰ সৃষ্টি হৈছিল। চলিহাই পিচে তেওঁৰ মন্ত্ৰীসভা পুনৰ্গঠনৰ সময় নাপালে। তেওঁৰ স্বাস্থ্য আৰু বেয়াৰ ফালে ঢাল ল'লে। শেহত তেওঁ পদত্যাগ কৰিবলৈ উৰ্ধতন কংগ্ৰেছ কৰ্তৃপক্ষৰ অনুমতি বিচাৰিছিল যদিও প্ৰদেশ কংগ্ৰেছৰ দলীয় ঐক্যৰ খাতিৰত তেওঁকেই ৰুগীয়া শৰীৰেৰে মুখ্যমন্ত্ৰীৰ ভাৰ লৈ থাকিবলৈ অনুৰোধ জনোৱা হ'ল। শেহলৈ চলিহা অসম কংগ্ৰেছৰ ঐক্যৰ বাবে অপৰিহাৰ্য হৈ উঠিছিল। কিন্তু শৰীৰে আৰু নটনাত আৰু দলটো বিভাজনৰ ভয় আঁতৰি যোৱাত ১৯৭০ চনৰ ৬ নৱেম্বৰত চলিহাই পদত্যাগ কৰে। শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে তেওঁৰ দায়িত্বভাৰ বহন কৰিবলৈ আগবাঢ়ি আহিল। তেৰ বছৰ আগতে যিজন মানুহে কংগ্ৰেছ অধিৱেশনৰ বহু বাকী থকা কাম হাতৰপৰা আনি নিজে লৈছিল, আজি তেৰ বছৰ পিচত সেই একেজন মানুহেই সেই চলিহাৰ বহু বাকী থকা কামকেই সম্পন্ন কৰিবলৈ আগবাঢ়ি আহিছিল।

এদিন ৰুগীয়া অৱস্থাত চলিহাক চাবলৈ গৈছিলোঁ। তেতিয়া তেওঁ বৰ দুৰ্বল। তেৰ বছৰ আগতে যি সুঠাম শৰীৰ লৈ তেওঁ মুখ্যমন্ত্ৰীৰ পদ গ্ৰহণ কৰিছিল, আজি তেৰ বছৰ পিচত তাৰ ভগ্নাৱশেষহে আছেগৈ। দুৰ্বল শৰীৰেৰেই চলিহা বহা কোঠাটোলৈ ওলাই আহিছিল। গাত এখন এড়ী চাদৰ। নাৰ্চজনীও লগে লগে আহিল। চলিহাই দীঘল চোফাখনত নবহি শুই পৰিল। ক'লে, "শুই-শুইয়ে কথা পতা যাওক। বহি থাকিলে ভাগৰ লাগে।"

নাৰ্চজনীৰ প্ৰতি দেখুৱাই ক'লে, "এওঁলোকে ওলাবও নিদিয়ে, কথা ক'বও নিদিয়ে।" অভিযোগৰ সুৰত তেওঁ কৈছিল। নানা ব্যক্তিগত আৰু পাৰিবাৰিক কথা সুধিলে। তাৰ পিচত বিষাদৰ সুৰত ক'লে, "আৰু বোধহয় কাম কৰিব নোৱাৰিম। শৰীৰৰপৰা বেমাৰ মুগুচাই হ'ল দেখোন।" তেওঁৰ মৰমৰ সৰু ছোৱালীজনীয়ে চাহ-তামোল আনি দিলে। ছোৱালীজনীক ওচৰলৈ মাতি নি ক'লে, "মোক তামোল নিদিলি?" বটাখন আগবঢ়াই দিয়াত ক'লে, "হাতেৰে খুৱাই দেচোন!" তামোলখন তৃপ্তিৰে খাই মৰমৰ ছোৱালীজনীৰ গাত হাত বুলাই দিছিল। চলিহাৰ সেই মৰম আৰু দৃষ্টিত পিতৃ-হৃদয়ৰ সকলো কৰুণা চকুৰে-মুখে সেইদিনা বিৰিঙি উঠা দেখিছিলোঁ। তেওঁ আছিল এজন মৰমিয়াল পিতৃ। সেইদিনা জনা নাছিলোঁ যে চলিহাৰ সৈতে সেয়ে আছিল আমাৰ শেষ সাক্ষাৎ। বিদায় লৈ অহাৰ সময়ত কৈ আহিছিলোঁ, "আপুনি সোনকালেই ভাল হৈ উঠক, তাৰ পিচত দীঘলীয়াকৈ কথা পাতিম।" তেওঁ মাত্ৰ কৈছিল, "জানো!"

১৯৭১ চনৰ ২৫ ফেব্ৰুৱাৰীৰ ৰাতিপুৱা খিলঙলৈ এক বিষাদৰ গভীৰ ছাঁ নামি আহিল। চলিহা আৰু নাই। সেইদিনাই ৰাতিপুৱা আমি ডিব্ৰুগড়ৰপৰা গুৱাহাটীলৈ আহিছিলোঁ। সমগ্ৰ ৰাজ্যখনেই যেন এক বিষণ্ণ নিস্তব্ধতাৰ মাজত জীণ গৈছে। বাটে-পথে, নগৰে-গাৱেঁ, স্কুল-কলেজ, দোকান-পোহাৰ আপোনা-আপুনি বন্ধ হৈ গৈছে। দীঘলীয়া কৰ্মব্যস্ত ৰাষ্ট্ৰীয় পথটোও সিদিনা সুদা হৈ পৰিছিল। ৰাজ্যখনেই সুদা সুদা যেন লাগিছিল!

# চলিহাৰ অসম

## সতীশচন্দ্ৰ কাকতী

উনৈছশ একসত্তৰ চনৰ স্বাধীনতা দিৱস উপলক্ষে সৰ্বভাৰতীয় বাতৰি-কাকত এখনৰ ক্ৰোড়পত্ৰত এটা তথ্যপূৰ্ণ প্ৰবন্ধ প্ৰকাশ কৰা হৈছিল। লেখকে প্ৰবন্ধটোৰ শিতান 'Mrs. Gandhi's Year' (শ্ৰীমতী গান্ধীৰ বছৰ) বুলি দিছিল। সন্দেহ নাই, শিতানটো ইংগিতপূৰ্ণ। ১৯৬৯ চনৰ নৱেম্বৰ মাহত কংগ্ৰেছ বিভাজনৰ পিচত হোৱা ঘটনাৱলীৰ পৰিপ্ৰেক্ষিতত, বিশেষকৈ ১৯৭০ চনৰ মাজভাগৰপৰা তথা স্বাধীনতা দিৱসৰ সময়ৰপৰা পৰৱৰ্তী বছৰৰ স্বাধীনতা দিৱসৰ সময়ছোৱাক প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ বছৰ বুলি কোৱাত, উক্ত প্ৰবন্ধ লেখকে যে কোনো কথা অতিৰঞ্জিত কৰা নাছিল, সেইটো যিকোনো সাময়িকী পৰ্যবেক্ষকে স্বীকাৰ কৰিব। এইখিনিতে উল্লেখ কৰা প্ৰয়োজন যে, 'নতুন' তথা 'শাসক' কংগ্ৰেছৰ আনুষ্ঠানিক আৰু প্ৰশাসনীয় ক্ষেত্ৰত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে এটা অদ্বিতীয় আৰু অপ্ৰতিদ্বন্দ্বী স্থান লাভ কৰিছে। শাসক কংগ্ৰেছ অনুষ্ঠানত সভাপতি আছে, কংগ্ৰেছ হাইকমাণ্ড্ বুলি প্ৰখ্যাত গোষ্ঠীত সভাপতিৰ উপৰিও আন আন কৰ্মকৰ্তাসকল আছে, কংগ্ৰেছ শাসিত ৰাজ্যবোৰত মুখ্যমন্ত্ৰী-সকলো আছে। কিন্তু এইসকল যে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে বিনা প্ৰতিদ্বন্দ্বিতাই পৰিচালনা কৰি আছে, তাক যিকোনো লোকে স্বীকাৰ কৰিব; বিশেষকৈ ১৯৭০ চনৰ মাৰ্চ মাহৰ মধ্যকালীন লোকসভাৰ নিৰ্বাচনত শাসক কংগ্ৰেছৰ অভূতপূৰ্ব সাফল্যই ভাৰতীয় ৰাজনীতিৰ ক্ষেত্ৰত অবিসম্বাদী নেতা হিচাপে শ্ৰীমতী ইন্দিৰা গান্ধীক প্ৰতিষ্ঠা কৰিছে। বহুত সমালোচকৰ মতে ইন্দিৰা গান্ধীৰ পিতৃ জৱাহৰলাল নেহৰু, যাক ভাৰতীয় ৰাজনীতিত বটবৃক্ষ (banyan tree) বুলি আখ্যা দিয়া হৈছিল, যাৰ প্ৰতিদ্বন্দ্বী আন কোনো নেতা নাছিল বা তেনে নেতা হিচাপে গঢ়ি উঠিবলৈ কোনেও সুবিধা পোৱা নাছিল বুলি কোৱা হৈছিল, তেৰোঁ, অৰ্থাৎ পণ্ডিত জৱাহৰলাল নেহৰুৱেও তেওঁৰ ছুহিত্ৰী ইন্দিৰা গান্ধীৰ দৰে কংগ্ৰেছ অনুষ্ঠান আৰু প্ৰশাসনত অপ্ৰতিদ্বন্দ্বী আসন লাভ কৰিব পৰা নাছিল। সেয়েহে ১৯৭০ চনৰ আগষ্টৰপৰা ১৯৭১

চনৰ ১৫ আগষ্টলৈ—এই সময়ছোৱাৰ সম্পৰ্কত সন্নিলিত প্ৰবন্ধত ওপৰোক্ত লেখকে দিয়া 'Mrs. Gandhi's year' নামৰ শিতানটো অৰ্থপূৰ্ণ আৰু সমীচীন হৈছিল বুলি একে আষাৰেই ক'ব পাৰি। তাৰ পিচৰপৰা শ্ৰীমতী ইন্দিৰা গান্ধীৰ শক্তি আৰু প্ৰভাৱ বাঢ়িছে, বাঢ়িয়েই আছে।

আমাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী স্বৰ্গীয় বিমলাপ্ৰসাদ চলিহাৰ বিষয়ে লিখা এই প্ৰবন্ধৰ পাতনি স্বৰূপে 'Mrs. Gandhi's year' নামৰ শিতানৰ ব্যাখ্যা কৰাত পাঠকবিশেষে কিছু আশ্চৰ্য প্ৰকাশ কৰাৰ অৱকাশ আছে। কিন্তু থোৰতে কৈ থোৱা আৱশ্যক যে উল্লিখিত বাতৰি-কাকতৰ প্ৰবন্ধ-লেখকে 'স্বাধীনতা দিৱস'ৰ চতুৰ্থবিংশতিতমৰ সন্দৰ্ভত লিখা প্ৰবন্ধটোৰ শিতান 'Mrs. Gandhi's year' বুলি দিয়াত যি যুক্তি আছে, সেই যুক্তিৰেই কব্ পাৰি যে ১৯৫৭ চনৰ ২৭ ডিচেম্বৰ, অৰ্থাৎ চলিহাই মুখ্যমন্ত্ৰিত্বৰ পদ পোনপ্ৰথমে গ্ৰহণ কৰা দিনৰপৰা ১৯৭১ চনৰ ২৫ ফেব্ৰুৱাৰী তথা তেওঁৰ মৃত্যুৰ দিনলৈ, এই সুদীৰ্ঘ তেৰ বছৰ এমাহ কাল অসমবাসীৰ জাতীয় জীৱনক 'চলিহাৰ অসম' ( Chaliha's Assam ) বুলি ক'লে কোনো অত্যুক্তি কৰা নহয় যেন লাগে। এই সুদীৰ্ঘ সময়ছোৱাত বিমলাপ্ৰসাদ চলিহাই অসমৰ নেতৃত্ব এনেভাৱে বহন কৰিছিল যে তেওঁৰ সেই নেতৃত্বক আন কোনো অসমৰ নেতাই প্ৰত্যাহ্বান জনাব নোৱাৰিছিল ; যিসকলে চলিহাৰ নেতৃত্বক প্ৰত্যাহ্বান জনাবলৈ প্ৰয়াস কৰিছিল তেওঁলোকৰ সেই প্ৰয়াস বিফল হোৱাৰ নজিৰহে আছে। চলিহাই অসমৰ মুখ্যমন্ত্ৰীৰ পদত অপ্ৰতিদ্বন্দ্বিতাৰে একেৰাহে তেৰ বছৰ থাকি ভাৰতৰ আন আন ৰাজ্যৰ সকলো মুখ্যমন্ত্ৰীৰ ভিতৰত প্ৰথম হোৱাৰ ৰেকৰ্ড কৰি থৈ গৈছে। ৰাজস্থানৰ প্ৰাক্তন মুখ্যমন্ত্ৰী সুখাডিয়াই ১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনৰ পিচত কেইদিনমান মুখ্যমন্ত্ৰী পদৰপৰা আঁতৰি থাকিব লগা হৈছিল। সেই হিচাপত ভাৰতৰ মুখ্যমন্ত্ৰীসকলৰ ভিতৰত চলিহাই দীৰ্ঘতম কাল একেৰাহে সেই দায়িত্বত আছিল।

১৯৫৭ চনৰ ২৭ ডিচেম্বৰৰ দিনা চলিহাই পূৰ্ব মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিৰ ঠাইত অসমৰ কৰ্ণধাৰ হিচাপে দায়িত্ব গ্ৰহণ কৰি তেৰ বছৰৰ অধিক কাল মুখ্যমন্ত্ৰী হৈ থকা কালত শিল্প, শিক্ষা আৰু আন বিভিন্ন বিষয়ত অসম আগবাঢ়িল নে আগবাঢ়িব নোৱাৰিলে, সেই বিষয়ে বিতৰ্কৰ অৱকাশ আছে আৰু তাৰ ওপৰত সমালোচনামূলক বিশ্লেষণ হোৱাৰ থলো নোহোৱা নহয়। .কিন্তু একে উশাহে এটা কথা স্বীকাৰ কৰিব লাগিব যে চলিহাই মুখ্যমন্ত্ৰীৰ দায়িত্ব লৈ নিজৰ বিচাৰ-বুদ্ধিমতে যি নীতি বা কৰ্মপদ্ধতি শুদ্ধ বুলি বিবেচনা

কৰিছিল সেই নীতি নিৰ্ভয়ে কাৰ্যত পৰিণত কৰাত তেওঁ অলপো দ্বিধাবোধ নকৰিছিল। এই বিষয়ত তেওঁৰ দলীয় সতীৰ্থ বা অনুষ্ঠানৰ কৰ্মকৰ্তাসকলৰ কোনো পৰামৰ্শও তেওঁ নলৈছিল। চলিহাৰ এনে কাৰ্য বা নীতিত যে অনুষ্ঠানৰ কোনো কোনো কৰ্মকৰ্তা অসন্তুষ্ট নহৈছিল, এনে নহয়; কিন্তু চলিহাই এনে অসন্তুষ্টি আৰু মতানৈক্যৰ প্ৰতি ভ্ৰূক্ষেপ কৰা বিধৰ লোক নাছিল।

চলিহাই ১৯৫৭ চনৰ শেহত পোন প্ৰথমবাৰৰ কাৰণে মুখ্যমন্ত্ৰীৰ পদ লৈ যি মন্ত্ৰীসভা গঠন কৰিছিল তাত স্বকীয়া পাৰ্বত্য ৰাজ্যৰ দাবীৰ নেতা কেপ্টেইন উইলিয়ামচন্ চাংমাক অন্তৰ্ভুক্ত কৰি 'ট্ৰাইবেল এফেয়াৰ্চ' বিষয়ৰ দায়িত্ব দিছিল। কোৱা বাহুল্য যে, সেই সময়ত অসম বিধান সভাত কংগ্ৰেছী দল বলিষ্ঠ আৰু সংখ্যাগৰিষ্ঠ আছিল, মন্ত্ৰীসভাত অনা-কংগ্ৰেছী সদস্য লোৱাৰ তেতিয়া কোনো আৱশ্যকেই নাছিল। কেপ্টেইন উইলিয়ামচন্ চাংমা কেৱল যে অনা-কংগ্ৰেছী সদস্যই আছিল, তেনে নহয়; তেওঁ পৃথক পাৰ্বত্য ৰাজ্যৰ গুৰি ধৰোঁতাও আছিল। তেওঁৰ নেতৃত্ব আৰু প্ৰচেষ্টাত শেহান্তৰত চলিহাৰ আমোলতেই 'মেঘালয়' স্বকীয়া পাৰ্বত্য ৰাজ্যৰ জন্ম হ'ল। কেপ্টেইন চাংমাক মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰাৰ ফলত চলিহাৰ প্ৰথম মন্ত্ৰীসভাখনে কাৰ্যত কোৱালিচন মন্ত্ৰীসভাৰ ৰূপ ললে; ৰূপ ললে যদিও কোনেও তাত হা-না নকৰিলে। অসম প্ৰদেশ কংগ্ৰেছৰ ডিব্ৰুগড়ত বহা অধিবেশনত (জানুৱাৰী, ১৯৫৯) সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে তেওঁৰ ভাষণত চলিহাই চাংমাক মন্ত্ৰীসভাত স্থান দিয়া কাৰ্যৰ চোকা সমালোচনা কৰিলে। কাৰ্যনিৰ্বাহক সভাতো এই বিষয়টোৰ সন্দৰ্ভত চলিহা-চৌধুৰীৰ মতানৈক্য হ'ল। কিন্তু চলিহাই 'অসমৰ বৃহত্তৰ স্বাৰ্থৰ বিবেচনাত' কেপ্টেইন চাংমাক মন্ত্ৰিত্ব দিয়াৰ সপক্ষে যুক্তি দি সেই বিষয়টোৰ ওপৰত কোনো আলোচনা হবই নিদিলে। অসম প্ৰদেশ কংগ্ৰেছৰ বেছিভাগ সদস্যই চলিহাৰ কাৰ্যক সমৰ্থন কৰিলে। বাকীচাম নিস্তব্ধ হ'ল আৰু চলিহা নিজৰ নীতিত অপৰিৱৰ্তিত হৈ থাকিল যদিও, চলিহাই প্ৰায় আঢ়ৈ বছৰৰ পিচত অনুভৱ কৰিলে যে কেপ্টেইন চাংমাক যি ৰাজনৈতিক উদ্দেশ্যে আৰু পৰম বিশ্বাসত মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰি লোৱা হৈছিল, সেই উদ্দেশ্য কিঞ্চিৎমানো সফল নহ'ল।

১৯৬০ চনৰ ভাষা-আন্দোলনে চলিহা-চাংমাৰ মাজত কি বিৰাট বিচ্ছেদ ঘটালে, সেইটো বৰ বেছি দিনৰ ঘটনা নহয়। তাৰ পিচত কেপ্টেইন চাংমা চলিহা-নেতৃত্বৰ ঘোৰ সমালোচক হব ধৰিলে আৰু পৃথক পাৰ্বত্য ৰাজ্যৰ

দাবী পূৰ্ণ উত্তমত হাতত ল'লে। চলিহাই কেপ্তেইন চাংমাক মন্ত্ৰিত্ব পদ দি আশা ৰাখিছিল যে পৃথক পাৰ্বত্য ৰাজ্যৰ দাবী শাম কাটিব। ১৯৬০ চনৰ মাজভাগৰপৰা ১৯৬৯ চনৰ শেহলৈ চলিহা-চাংমাৰ মতান্তৰ ইমান তীব্ৰ হ'ল যে ইজনে সিজনক কটু সমালোচনা কৰিবলৈ ইতস্ততঃ কৰা নাছিল। শেহান্তৰত চলিহাৰ সপোন, অৰ্থাৎ পাৰ্বত্য ৰাজ্যৰ দাবী নোহোৱা হব—সেইটো নফলিল। মেঘালয় ৰাজ্য গঠন হ'ল। তাৰ বহল ব্যাখ্যা এই প্ৰবন্ধত সন্নিবিষ্ট কৰাৰ প্ৰয়োজন নাই। কিন্তু এটা কথা কোৱা প্ৰয়োজন যে চলিহাই যাক পৰম বিশ্বাস কৰিছিল, যিজনক মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰাৰ সন্দৰ্ভত চলিহাৰ কাৰ্যৰ জ্ঞাত আৰু অজ্ঞাতভাৱে সমালোচনা হৈছিল, সেইজন পাৰ্বত্য নেতাই চলিহাৰ বিৰক্তভাজন হৈ উঠিছিল।

পৃথক পাৰ্বত্য ৰাজ্য স্থাপন প্ৰসঙ্গত চলিহাই যিভাৱে তেওঁৰ বিশ্বাস-ভাজন পাৰ্বত্য-নেতৃত্বৰ দ্বাৰা প্ৰতাৰিত হৈছিল, ঠিক সেইভাৱে নগা-সমস্যাৰ ক্ষেত্ৰতো চলিহা এটা অমঙ্গলীয়া পৰিস্থিতিৰ সন্মুখীন হৈছিল। এইখিনিতে উল্লেখ কৰা প্ৰয়োজন যে ১৯৪৮-৪৯ চনৰপৰা নগা-নেতা ফিজোৰ নেতৃত্বত নগা পাহাৰত 'সাৰ্বভৌম নগাৰাজ্য' দাবী গা কৰি উঠিছিল। প্ৰকৃতপক্ষে মেধি-মন্ত্ৰীসভাৰ আমোলত এই দাবী প্ৰখৰ হৈছিল। ১৯৫৩ চনৰ অক্টোবৰৰ ১৩ আৰু ১৪ তাৰিখে অসম প্ৰদেশ কংগ্ৰেছৰ কাৰ্যনিৰ্বাহক সমিতিৰ সভাত নগা পাহাৰত দ্ৰুত গতিত হিংসাত্মক কাৰ্যৰ প্ৰৰিপ্ৰেক্ষিতত এটা প্ৰস্তাৱ যোগে গভীৰ উদ্বেগ প্ৰকাশ কৰা হয়। সেই কালত চলিহা আছিল প্ৰদেশ কংগ্ৰেছৰ সভাপতি। তেওঁৰ স্বভাৱসুলভ সহানুভূতিৰে নগা নেচনেল কাউন্সিলৰ নেতৃবৃন্দলৈ এখন চিঠি লিখিছিল। চিঠিৰ সাৰাংশ তলত উদ্ধৃত কৰা হ'ল :

"Since the Constitution of India is changeable any defect on it could be removed. Whatever defects may be in details the fundamentals of the Constitution of India are sound and provide full scope for fulfilment of the aspirations of all people. India, with her Independence in a state of infancy, cannot consider the secession of any territory—more particularly those holding strategic positions. Such action will not only zeopardise the security of particular territory but India as a whole. If the resolution is unacceptable, you will certainly

reject it. But since it has come from your neighbours it will indeed be very good if the NNC gives its reaction to it so that I may place it again before the Committee for such decisions as it may deem it. I take the advantage of our friendship to say that I sincerely and honestly desire to do all that is possible for it. I have no other motive. When you do dot consider me to be trustworthy, please tell me frankly."

চলিহাৰ এই আহ্বানৰ শুভ প্ৰাথমিক প্ৰতিক্ৰিয়া স্বৰূপে নগা নেচনেল কাউন্সিলৰ উদ্যোগত সেই বছৰৰ নবেম্বৰৰ ৩০ তাৰিখৰপৰা ডিচেম্বৰৰ ১৫ তাৰিখলৈ এটা শুভেচ্ছা দল আহি অসমৰ বিভিন্ন মতাৱলম্বী লোক আৰু অনুষ্ঠানৰ প্ৰতিনিধিবৰ্গৰ লগত আলাপ-আলোচনাও কৰিছিল; কিন্তু তাৰ দ্বাৰা নগা সমস্যাটো সমাধানৰ ক্ষেত্ৰত বৰ আগবঢ়া নহ'ল। নগা বিদ্ৰোহী নেতৃত্বই তেওঁলোকৰ দাবী আৰু হিংসাত্মক কাৰ্যক্ৰম প্ৰায় চাৰি বছৰ কাল বিশেষ শক্তিশালী কৰি তুলিবলৈহে উদ্যত হ'ল। মেধিৰ পৰিবৰ্তে চলিহাই মুখ্যমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিলে। কোৱা বাহুল্য যে নগা সমস্যাটো অমীমাংসিত হৈ থকাত নগা পাহাৰ আৰু অসমৰ বাকী অংশৰ মাজত এটা অশুভ পৰিস্থিতিৰ উদ্ভৱ হোৱাত চলিহাই বৰ অস্বস্তিবোধ কৰিছিল। মেধিৰ নেতৃত্বৰ দিনত অসমৰ নগা পাহাৰ আৰু আন আন পাৰ্বত্য জিলাত অসমৰ বিৰুদ্ধে হোৱা মনোভাৱৰ কাৰণে মেধি মন্ত্ৰীসভা অগৰীয়া বুলি কৰলৈ চলিহাই প্ৰয়াস কৰিছিল। শেহত, ৰেভাৰেণ্ড মাইকেল স্কট্ আৰু জয়প্ৰকাশ নাৰায়ণৰ লগত একযোগ হৈ নগা সমস্যাটোৰ সমাধান-সূত্ৰ বিচাৰি উলিয়াবলৈ 'নগা শান্তি মিছন'ৰ চলিহা সদস্য হ'ল। চলিহা নগা শান্তি মিছনৰ সদস্যভুক্ত হোৱা বিষয়টো তেওঁ অন্য কোনো লোক বা তেওঁৰ দলীয় সতীৰ্থসকলৰ লগত আলোচনা কৰা নাছিল; কাৰণ, তেওঁৰ নেতৃত্ব অসমৰ কংগ্ৰেছ সংসদী দল আৰু অসম প্ৰদেশ কংগ্ৰেছত সুদৃঢ় বুলি তেওঁ ধৰি লৈছিল আৰু বিশ্বাস কৰিছিল যে তেওঁৰ যিকোনো কাৰ্যত আন লোকে বাধা নিদিয়ে।

নগা শান্তি মিছনৰ কাম-কাজত, বিশেষকৈ ৰেভাৰেণ্ড মাইকেল স্কটৰ কেন্দ্ৰবোৰ কাৰ্যত, ইতিমধ্যে ভাৰতৰ বিভিন্ন ঠাইত চোকা সমালোচনা হ'ল। লগতে চলিহাই মিছনৰ লগত জড়িত হৈ থকা কাৰ্যবো কটু সমালোচনা হবলৈ

ধৰিলে। সমালোচনা হ'ল যদিও তেওঁ মিছনৰ সদস্যপদৰপৰা আঁতৰি আহিবলৈ আগ্ৰহ প্ৰকাশ কৰা নাছিল; বৰঞ্চ তেওঁ সেই সমালোচনাক (ব্যক্তি আৰু বাতৰি-কাকতৰ) উপেক্ষা কৰি তেনে সমালোচকৰ ওপৰত ভেৰেঁই চোকা বাক্য-বাণ প্ৰহাৰ কৰিছিল। চলিহাই নগা শান্তি মিছনৰ লগত গভীৰভাৱে জড়িত হৈ থকাটো অবাঞ্ছিত বুলি তেওঁ নিজে স্বীকাৰ কৰাই নাছিল। ইপিনে শান্তি মিছনৰ কাম চলি থকা কালত অসমত নগাৰ হিংসাত্মক কাৰ্য বৃদ্ধি পাইছিল। চলিহা নিজে মুখ্যমন্ত্ৰী হৈ থাকি তেওঁ নগা বিদ্ৰোহীৰ এনে কাৰ্যৰ সমালোচনা কৰিছিল যদিও শান্তি মিছনৰ সদস্যপদ তেওঁ ইস্তফা দিয়া নাছিল। কিন্তু ৰেভাৰেণ্ড মাইকেল স্কট্ চাহাবৰ কাণ্ড সম্পৰ্কে, ভাৰতীয় পাৰ্লিয়ামেণ্টত যেতিয়া হুলস্থূলভাৱে তৰ্ক-বিতৰ্ক হ'ল, তেতিয়াহে বাধ্য হৈ ৰেভাৰেণ্ড স্কট্ চাহাবক অসম তথা ভাৰতৰপৰা বহিস্কাৰ কৰাৰ আদেশ দিব লগা হ'ল। তাৰ পিচত চলিহাই নিজেও মিছনটোৰপৰা আঁতৰিল আৰু সিমানতেই শান্তি মিছনো ভাঙিল।

উক্ত প্ৰসঙ্গটো ইয়াত দীঘলীয়াভাৱে আলোচনা কৰা হ'ল এই কাৰণেই যে চলিহাই নগা শান্তি মিছনত যি সৎ উদ্দেশ্যে নিজক সংযোগ কৰিছিল আৰু যিজন বিদেশী সদস্য ৰেভাৰেণ্ড মাইকেল স্কট্ৰ লগত একেলগে কাম কৰিছিল সেই ৰেভাৰেণ্ডজনেই চলিহাৰ অজ্ঞাতেই নগা বিদ্ৰোহী নেতৃবৃন্দক ভাৰত চৰকাৰৰ বিৰুদ্ধে শান্তি মিছনটোক আঁৰকাপোৰ হিচাপে ব্যৱহাৰ কৰি সংগঠন কাৰ্যত লিপ্ত আছিল। ৰেভাৰেণ্ড স্কট্ৰ এই কাৰ্য চলিহাৰ বাবে অপ্ৰত্যাশিত আৰু বিশ্বাসঘাতকতাৰ দৰে আছিল। সেই কাৰণেই তেওঁ স্কট্ চাহাবৰ কাণ্ডত অতিষ্ঠ হব লগা হৈছিল।

নগা সমস্যাটোৰ দৰে মিজো সমস্যাটোও চলিহাৰ ৰাজনৈতিক জীৱনৰ অন্যতম উল্লেখযোগ্য ঘটনা; ঘটনা নুবুলি সাঁথৰ বুলিও কব পাৰি। ১৯৬৬ চনৰ ২৮ ফেব্ৰুৱাৰীৰ মাজ-নিশা আকস্মিকভাৱে ঘটা মিজো বিদ্ৰোহ চলিহাৰ ৰাজনৈতিক জীৱনত লেখত লবলগীয়া ঘটনা। মিজোসকলক চলিহাই বৰ বিশ্বাস কৰিছিল, যিদৰে তেওঁ বিশ্বাস কৰিছিল আন আন পাৰ্বত্য গোষ্ঠীৰ সকলো লোকক। মিজোসকলক, বিশেষকৈ তেওঁলোকৰ নেতাসকলক চলিহাই ব্যক্তিগত বন্ধু বুলি আদৰণি জনাইছিল। তেওঁ কেতিয়াও কল্পনা কৰিব পৰা নাছিল যে বিদ্ৰোহী মিজো নেতা লালডাঙা প্ৰভৃতিয়ে চলিহাৰ প্ৰতি এদিন চৰম বিশ্বাসঘাতকতা প্ৰদৰ্শন কৰিব। ১৯৬৬ চনৰ মিজো বিদ্ৰোহে চলিহাৰ

মানসিক আৰু শাৰীৰিক অৱস্থাত উৎকট প্ৰতিক্ৰিয়া কৰিছিল বুলি ক'লেও অত্যুক্তি কৰা নহয়। মিজো বিদ্ৰোহৰ তিনিদিন পিচত অসম বিধান সভাত হোৱা বিতৰ্কৰ উত্তৰ কালত চলিহাই যি ভাষণ দিছিল, সেই ভাষণত তেওঁৰ মানসিক অৱস্থাৰ আভাস কিছু পৰিমাণে পৰিস্ফুট হৈ উঠিছিল।

কোৱা বাহুল্য, অসম বিধান সভাত মিজো বিদ্ৰোহ সম্পৰ্কে একাধিক সদস্যই গভীৰ উদ্বেগ প্ৰকাশ কৰি চলিহাৰ নীতিৰ তীব্ৰ সমালোচনা কৰে। সমালোচনা নকৰিব কিয়? লালডাঙা প্ৰমুখ্যে মিজো বিদ্ৰোহী নেতাচামে চলিহাৰ সৰলতা, উদাৰতা আৰু বন্ধুত্ব এনেভাৱে ব্যৱহাৰ কৰিছিল যে এইচাম মিজো নেতাই বিশ্বাসঘাতকতা কৰিব বুলি চলিহাই অলপো সন্দেহ কৰা নাছিল। বিধান সভাৰ এজন সদস্যই তেওঁৰ বক্তৃতাত কৈছিল: "The Honourable Chief Minister is a good man and he has a good heart and we have told him that his goodness will be exploited by these elements. But the Chief Minister did not listen to us." ( Assam Assembly Proceedings, March 5, 1966 )।

প্ৰসঙ্গক্ৰমে জানি থোৱা উচিত হ'ব যে লালডাঙাই মিজো-বিদ্ৰোহ ঘোষণা কৰাৰ মাত্ৰ এপষকাল আগতে মুখ্যমন্ত্ৰী চলিহালৈ এখন দীঘলীয়া চিঠি ( ১৪ ফেব্ৰুৱাৰী, ১৯৬৬ ) লিখি ভাৰতৰ প্ৰতি অকৃত্ৰিম আৰু সম্পূৰ্ণ আনুগত্য স্বীকাৰ কৰিছিল। 'আনুগত্য'ৰ প্ৰতিশ্ৰুতি দি লালডাঙাই যে বিদ্ৰোহৰ ষড়যন্ত্ৰ কৰিছিল, অসম চৰকাৰে তাৰ কিঞ্চিতো আভাস পোৱা নাছিল। মিজো নেতৃবৃন্দৰ এই বিশ্বাসঘাতকতামূলক কাৰ্যত চলিহা মৰ্মাহত হৈছিল। বিধান সভাত দিয়া সুদীৰ্ঘ বিবৃতিত চলিহাই নগা শান্তি-মিছন আৰু মিজো-বিদ্ৰোহৰ পৰিস্থিতি ব্যাখ্যা কৰি কৈছিল: "If I have joined the Nagaland Peace Mission it is not for any other purpose but as a duty to the Nagaland people.

"......Let the Mizo people, the people of India and the people of the world know that the Mizo National Front leaders are betrayers ......"

মিজো-বিদ্ৰোহৰ পটভূমিত চলিহাৰ নিজৰ মন্ত্ৰীসভাৰ এজন বিশ্বস্ত সহকৰ্মীয়ে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীলৈ এখন গোপন চিঠি লিখিছিল। চিঠিখনত সহকৰ্মীজনে প্ৰধানমন্ত্ৰীক জনাইছিল যে পাৰ্বত্য লোকৰ প্ৰতি থকা

চলিহাৰ অহৈতুকী তোষণ-নীতিৰ ফলত অসম ৰাজ্যৰ পৰিস্থিতি অস্থিৰ অৱস্থা পাইছিল। স্বীকাৰ কৰিব লাগিব, চলিহাই পাৰ্বত্য লোকসকলৰ প্ৰতি যিভাৱে উদাৰ নীতি লৈছিল, তাৰ বিনিময়ত পাৰ্বত্য লোকসকলে, অন্ততঃ তেওঁলোকৰ নেতাসকলে চলিহাৰ নীতিৰ প্ৰতি অকৃত্ৰিম সহযোগ আগবঢ়োৱা নাছিল, যাৰ ফলত চলিহা এই ক্ষেত্ৰত নগা নেচনেল কাউন্সিলৰ নেতাৰ হাতত, মিজো নেচনেল ফ্ৰণ্টৰ নেতাৰ হাতত, অল্ পাৰ্টিজ হিল লীডাৰ কনফাৰেন্সৰ নেতাৰ হাতত পদে পদে প্ৰতাৰিত হৈছিল। সন্দেহ নাই, চলিহাৰ ৰাজনৈতিক জীৱনৰ পক্ষে সেয়া হৈ উঠিছিল চৰম ব্যৰ্থতা।

চলিহাৰ মুখ্যমন্ত্ৰিত্বৰ কালছোৱা (১৯৫৭ চনৰ ডিচেম্বৰৰপৰা তেওঁৰ মৃত্যুলৈ, ২৫ ফেব্ৰুৱাৰী, ১৯৭১) অসমৰ জাতীয় জীৱনৰ এটা দুৰ্যোগপূৰ্ণ সময় আছিল। তেওঁ মুখ্যমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰাৰ তিনিবছৰ নৌহওঁতেই চীনা আক্ৰমণৰ অভাৱনীয় পৰিস্থিতিত ৰাজ্যখনৰ অনিশ্চয়তা ঘনীভূত হৈ উঠিছিল, যিটো প্ৰধানমন্ত্ৰী নেহ্ৰুৰ সেই বছৰৰ ২০ নৱেম্বৰৰ অনাতাঁৰ বক্তৃতাত প্ৰতিধ্বনিত হৈছিল। তাৰ দুবছৰমান পিচত ভাষা-আন্দোলনৰ তীব্ৰতাই ৰাজ্যখনত নানা সমস্যাৰ সৃষ্টি কৰি চলিহাৰ নেতৃত্বক যে এটা অগ্নিপৰীক্ষাৰ সন্মুখীন কৰিছিল সেইয়াও সত্য কথা। চীনা আক্ৰমণ আৰু ভাষা-আন্দোলন, সমস্যাবহুল অসমৰ কাৰণে যেন যথেষ্ট হৈ উঠা নাছিল! ১৯৬৫ চনৰ পাকিস্তানৰ আক্ৰমণৰ প্ৰতিক্ৰিয়াই চলিহাৰ নেতৃত্বক পুনৰ নতুন আৰু জটিল পৰিস্থিতি এটাৰ লগত জড়িত কৰিলে। এনেদৰে, নানা সমস্যাৰ হেঁচাত, ১৯৬৭ চনত চলিহাৰ মন আৰু শৰীৰ ভাঙি পৰিল—যি ভাঙি পৰিল সি পুনৰ লাভ নহ'ল আৰু প্ৰায় এবছৰমান কাল তেওঁ নৰিয়া-পাটীৰপৰাই দায়িত্ব পালন কৰিব লগা হ'ল।

কোনো কোনোৱে কৰলৈ প্ৰয়াস কৰে যে চলিহাৰ আমোলত অসমৰ উন্নয়নৰ গতি শিথিল হোৱাৰ ফলত ৰাজ্যখনৰ নিবনুৱা সমস্যা বাঢ়িল; চলিহাই নগা, মিজো, খাচী, গাৰো পাৰ্বত্যজিলাৰ সমস্যাবোৰত নিজক দকৈ জড়িত কৰা হেতুকে ভৈয়ামৰ সমস্যাবোৰ সমস্যা হৈয়ে থাকিল, ভাওনমুখী গোষ্ঠীবিশেষে মূৰ দাঙি উঠিল, অসমৰ অঙ্গচ্ছেদ পৰ্ব আৰম্ভ হ'ল ইত্যাদি। চকুৰ পচাৰতে এই অভিযোগবোৰ ভিত্তিহীন নহয়। কিন্তু চলিহাৰ এটা নিজস্ব ৰাজনৈতিক দৰ্শন আছিল আৰু সেই দৰ্শনত গভীৰ আস্থা ৰাখি তাৰপৰা কেতিয়াও তেওঁ আঁতৰি নগৈছিল। এই লেখকক চলিহাই নগা শান্তি-মিছনৰ সম্পৰ্কত কৈছিল যে সদস্য হিচাপে পোনপ্ৰথমে তেওঁ নগা বিদ্ৰোহীৰ শিবিৰত যেতিয়া সোমাইছিল

তেতিয়া তেওঁক নগা বিদ্রোহীয়ে একপ্রকাৰে হত্যা কৰাৰ ভাবুকি দিছিল আৰু তেওঁ কিছু আতঙ্কিতও হৈছিল ; কিন্তু যিহেতু তেওঁ শিবিৰত বন্ধু হিচাপে গৈছিল, সেইহেতুকে নগা বিদ্রোহীয়ে চলিহাক কোনো বেয়া ব্যৱহাৰ কৰা নাছিল। নগা মিছনৰ অভিজ্ঞতা বৰ্ণনা কৰি চলিহাই এখন গ্রন্থ লিখিবলৈ আশা পোষণ কৰিছিল ; কিন্তু ভগ্ন স্বাস্থ্যৰ বাবে, যাৰ ফলত তেওঁৰ অকাল বিয়োগ ঘটিল, চলিহাৰ সেই মূল্যবান গ্রন্থ ৰাইজৰ আগত প্রকাশ নহ'ল।

তেৰ বছৰ চলিহা মুখ্যমন্ত্রী তথা অসমৰ ৰাজনৈতিক ক্ষেত্রত অবিসম্বাদী নেতা হৈ আছিল যদিও, তেওঁ সেই দায়িত্বৰপৰা যে অব্যাহতি লবলৈ ইচ্ছুক নাছিল, এনে নহয়। ১৯৬০ চনৰ ভাষা-আন্দোলনৰ সময়ত তেওঁ মুখ্যমন্ত্রীৰ পদ এৰি দিব বুলি স্থিৰ কৰিছিল ; কিন্তু অসম প্রদেশ কংগ্রেছৰ সভাপতি প্রমুখ্যে নেতাসকলে সেই দুৰ্যোগৰ সময়ত নেতৃত্বৰপৰা চলিহাক অব্যাহতি নিদিলে। ১৯৭০ চনৰ জানুৱাৰী মাহত শাৰীৰিক অসুস্থতাৰ কাৰণে কংগ্রেছ উৰ্ধতন মহলৰ হাতত চলিহাই চূড়ান্তভাৱে পদত্যাগ-পত্র দাখিল কৰিছিল ; কিন্তু তেওঁৰ ঠাইত এজন পৰৱৰ্তী নেতা বাছনি সম্পৰ্কত অসম নেতৃবৃন্দৰ মাজত মতানৈক্য ঘটাত চলিহাই কংগ্রেছ হাইকমাণ্ডৰ নিৰ্দেশক্রমে পদত্যাগ-পত্র উঠাই ল'ব লগা হৈছিল আৰু এবছৰ কাল শ্বিলঙৰ তেওঁৰ চৰকাৰী বাসভৱন ৰ'কচাইডৰ নৰিয়া-পাটীৰপৰা মুখ্যমন্ত্রীৰ দায়িত্ব পালন কৰিছিল। তেওঁৰ ভগ্ন স্বাস্থ্যৰ আৰু উন্নতি নহ'ল। ১৯৭১ চনৰ ২৫ ফেব্রুৱাৰীত তেওঁ স্বৰ্গগামী হ'ল।

এইখিনিতে উল্লেখ নকৰি নোৱাৰি যে তেৰ বছৰীয়া মুখ্যমন্ত্রিত্বৰ পদত নানা জটিল সমস্যাৰ লগত জড়িত হোৱাত আৰু সেই সমস্যাবোৰ তেওঁৰ ৰাজনৈতিক দৰ্শনমতে নিষ্পত্তি নোহোৱাত চলিহাৰ শাৰীৰিক অৱস্থা ভাঙি পৰিছিল; যিদৰে ভাঙি পৰিছিল প্রধানমন্ত্রী নেহৰুৰ, বিশেষকৈ চীনে বিশ্বাস-ঘাতকতা কৰি ১৯৬২ চনত আকস্মিকভাৱে ভাৰত আক্রমণ কৰাৰ পিচৰপৰা। প্রকৃততে, চলিহাই অসমৰ এটা অভূতপূৰ্ব, দুৰ্যোগপূৰ্ণ সময়ত মুখ্যমন্ত্রীৰ দায়িত্ব বহন কৰি যি সেৱা কৰিছিল, সি অসমীয়া ৰাইজৰ মনৰপৰা কদাপিও মাৰ যাব নোৱাৰে।

# মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱ

**লক্ষ্মীধৰ বৰা**

অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা আজি আমাৰ মাজত নাই। চলিহাদেৱ অসুস্থ হৈ পৰি থকা অৱস্থাৰ শেষৰপিনে দেশবাসীয়ে অতি উৎকণ্ঠিত হৈ আছিল তেখেতৰ স্বাস্থ্য সম্বন্ধে। ইতিপূৰ্বেও কেবাবাৰো তেখেত অসুস্থ হৈ জীৱন-মৰণৰ মাজত দোদুল্যমান অৱস্থাত থাকি অসমবাসীক উৎকণ্ঠিত কৰি তুলিলেও অৱশেষত প্ৰত্যেকবাৰেই জীৱন-যুদ্ধত তেখেত জয়ী হৈছিল। এইবাৰো সকলোৱে ভাবিছিল, দীঘলীয়া বিশ্ৰাম ল'লে কিজানি তেখেতে পুনৰ স্বাস্থ্য ঘূৰাই পায়েই। বোধকৰোঁ তেখেতৰ কৰ্তব্যৰ সমাপন হোৱাত চিৰকাললৈ তেখেতে বিদায় ললে। ২৫ ফেব্ৰুৱাৰী তাৰিখে তেখেত পৰলোকপ্ৰাপ্ত হ'ল। বিজুলী-বেগেৰে খবৰ আহিল, তেখেত আৰু নাই। মহান মহীৰুহৰ দৰে কত ৰাজনৈতিক ধুমুহা, ঘাত-প্ৰতিঘাত প্ৰতিহত কৰি সৌম্য মূৰ্তিৰে থকা চলিহা আৰু নাই। প্ৰবল চিন্তাৰ সোঁতে তেখেতৰ অন্তৰ বিহ্বল কৰিলেও সেয়া সততে প্ৰকাশ নাপাইছিল আৰু তেখেত সহজে ধৈৰ্যচ্যুত নহৈছিল। গোটেই ভাৰতবৰ্ষৰ মুখ্যমন্ত্ৰীসকলৰ ভিতৰতে অন্যতম গাম্ভীৰ্যপূৰ্ণ, মিতভাষী, অতলস্পৰ্শী চলিহা আৰু নাই!

প্ৰথম চলিহাৰ লগত মোৰ সাক্ষাৎ হয় ১৯৩৩-৩৪ চনৰ ভিতৰত ডাঃ হৰিকৃষ্ণ দাস ডাঙৰীয়াৰ ঘৰত। তেতিয়া চলিহাদেৱ নিখিল ভাৰতীয় শিপিনী সঙ্ঘৰ অসম শাখাৰ সম্পাদক আছিল। ডাঃ দাস ডাঙৰীয়াৰ গঠনমূলক কামৰ প্ৰতি বিশেষ ৰাপ থকা কাৰণে উভয়েই গঠনমূলক কাম সম্বন্ধে কথা-বতৰা হয়। সেই সময়ত গঠনমূলক কামৰ ভিতৰত সূতাকটা কামটোৱেই কংগ্ৰেছী কৰ্মীসকলৰ কাৰণে প্ৰধান আছিল। চলিহাই নিজে অভয়াশ্ৰমত প্ৰশিক্ষণ লোৱা কাৰণে এই বিষয়ত বিশেষ ৰাপ থকা হেতুকে ডাঃ দাসৰ ওচৰ-চুবুৰীয়া নিধিৰাম দাসৰ 'সুদৰ্শন যঁতৰ'ৰ প্ৰতি তেখেত আকৃষ্ট হৈছিল আৰু নিজে গৈ চাই-চিতি সেই যঁতৰৰ উন্নতি সাধনৰ পৰামৰ্শও আগবঢ়াইছিল।

কিন্তু তেখেতৰ লগত ঘনিষ্ঠ সান্নিধ্যলৈ আহো ১৯৪৬ চনৰপৰা।

ভেতিয়াৰেপৰা তেখেতৰ সম্বন্ধে অৱগত হোৱাৰ সুবিধা আৰু সুযোগ হয়। ১৯৪৬ চনত তেখেত শিৱসাগৰ পশ্চিম সমষ্টিৰপৰা অসম বিধানসভালৈ নিৰ্বাচিত হয় আৰু গোপীনাথ বৰদলৈৰ মন্ত্ৰী-সভাত তেখেত সংসদী মন্ত্ৰী নিয়োজিত হয়। ১৯৫০ চনত বৰদলৈদেৱৰ পৰামৰ্শক্ৰমে সিদ্ধিনাথ শৰ্মাই প্ৰদেশ কংগ্ৰেছৰ সভাপতি পদৰ কাৰণে প্ৰতিদ্বন্দ্বিতা কৰি সভাপতি নিৰ্বাচিত হোৱাত বৰদলৈদেৱৰ পৰামৰ্শমতেই চলিহাদেৱে সংসদী মন্ত্ৰীপদ ত্যাগ কৰি প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদকৰ পদ গ্ৰহণ কৰে। মন্ত্ৰিত্ব পদৰপৰা অব্যাহতি লৈ অনুষ্ঠানৰ কামত আত্মনিয়োগ কৰা ব্যৱস্থা পণ্ডিত জৱাহৰলাল নেহৰুৱে 'কামৰাজ আঁচনি'কে প্ৰণয়ন কৰাৰ বহু আগতেই লোকপ্ৰিয় বৰদলৈদেৱৰ নেতৃত্বত চলিহাদেৱে এই ক্ষেত্ৰত বাট দেখুৱাইছিল।

চলিহাদেৱ আছিল এজন বহল হৃদয়ৰ আৰু উদাৰ মনৰ উচ্চ-স্তৰৰ নেতা। বহুতো সময়ত দেখা গৈছিল যে তেওঁৰ দ্বাৰা উপকৃত হোৱা লোকে তেওঁৰ বিৰোধিতা কৰিলে তেওঁ অন্তৰত আঘাত পালেও প্ৰতিপক্ষৰ বিপদৰ সময়ত সাধ্যানুসাৰে তেওঁ সহায় নকৰাকৈ থকা নাছিল। ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত পৰাজিত হোৱাৰ পিচত দুই-চাৰিটা তেনেকুৱা প্ৰত্যাঘাত নকৰাৰ কথা উল্লেখ কৰিছিল। ব্যক্তিগত জীৱনত প্ৰত্যাঘাত কৰাটো তেখেতৰ চিন্তাৰ বাহিৰত, তেখেতৰ প্ৰকৃতিৰ বাহিৰত। কিন্তু ৰাজনৈতিক ক্ষেত্ৰত তেখেতে কেতিয়াও আত্মসন্মানৰ আঘাত সহ্য নকৰি নিজৰ তথা অনুষ্ঠানৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ সদায় যত্নপৰ আছিল।

১৯৫৭ চনৰ ডিচেম্বৰত শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীয়া মাদ্ৰাজৰ ৰাজ্যপাল নিযুক্ত হোৱাত চলিহা কংগ্ৰেছ দলৰ নেতা নিৰ্বাচিত হয়। সেই সময়ত কৰ্মী আৰু ৰাইজ কম-বেছি পৰিমাণে বিভক্ত হোৱাৰ লক্ষণে দেখা দিছিল। কোনো কোনোজনে এই অৱস্থাৰ সুযোগ গ্ৰহণ কৰিবলৈও চেষ্টা কৰে। কিন্তু তেখেতৰ মহানুভৱতাৰ কাৰণে সকলো দলকে সামৰি ল'বলৈ সমৰ্থ হৈছিল আৰু যিসকলক এদিন চলিহা-বিৰোধী বুলি ভবা হৈছিল সেইসকলৰেই অকুণ্ঠ সমৰ্থন লাভ কৰিবলৈ তেখেত সক্ষম হৈছিল।

তেখেত মুখ্যমন্ত্ৰী হোৱাৰ পিচত বহুজনে ভাবিছিল যে খুব কম সময়ৰ ভিতৰতে তেখেতে এই গুৰু-দায়িত্বৰপৰা অব্যাহতি ল'বলৈ বাধ্য হ'ব। কিন্তু একেবাৰে সুদীৰ্ঘ তেৰ বছৰ কাল মুখ্যমন্ত্ৰীৰ দায়িত্বত থাকিব পৰাটোৱেই প্ৰমাণ কৰে তেখেতৰ জনপ্ৰিয়তা আৰু পৰিচয় দিয়ে তেখেতৰ প্ৰতি থকা

সকলোৰে আস্থা। নিৰ্বাচনত প্ৰতিবন্ধক জন্মাবলৈ অথবা দায়িত্বৰপৰা আঁতৰাবলৈ যত চেষ্টা চলিছিল সেই সকলোবোৰ ব্যৰ্থ হোৱাৰ গুৰিতে আছিল সকলো সম্প্ৰদায়ৰ ভাষা-ভাষীৰ মাজত তেখেতৰ জনপ্ৰিয়তা, তেখেতৰ প্ৰতি আস্থা আৰু তেখেতৰ উদাৰতা।

তেখেতৰ কাৰ্যকালৰ ভিতৰত এই সমস্যাবহুল সীমামূৰীয়া ৰাজ্যখনক উপৰ্যুপৰি সমস্যাই জৰ্জৰিত কৰিছিল। সুকীয়া নগাৰাজ্য স্থাপন, ১৯৬০ চনৰ ভাষা-আন্দোলন, ১৯৬২ চনৰ চীনা আক্ৰমণ, ১৯৬৫ চনৰ পাকিস্তানৰ আক্ৰমণ, ১৯৬৬ চনৰ মিজো বিদ্ৰোহ, খাদ্য আন্দোলন, ১৯৬৮ চনৰ গণৰাজ্য দিৱসত অশান্তিকৰ আৰু অপ্ৰীতিকৰ ঘটনাৰ সংঘটন, পাৰ্বত্যৰাজ্য ( মেঘালয় ) স্থাপনৰ পৰিকল্পনাৰ উপৰিও পাকিস্তানীৰ অনুপ্ৰবেশ, বানপানী আৰু গৰাখহনীয়া, প্ৰাকৃতিক দুৰ্যোগ, প্ৰতিদিনে বাঢ়ি অহা নিবনুৱা সমস্যা আৰু উদ্যোগীকৰণ প্ৰশ্ন আদি বহুল আৰু জটিল সমস্যাই এই ক্ষুদ্ৰ ৰাজ্যখনত দেখা দিয়াত বহুতো সময়ত নিৰাপত্তা আৰু শান্তি-শৃংখলা প্ৰশ্নৰ উদ্ভৱ হৈছিল। বিশেষকৈ ১৯৬০ চনৰ ভাষা-আন্দোলনৰ কালছোৱাত সৰ্বভাৰতীয় সেই সময়ৰ কোনো কোনো প্ৰভাৱশালী ব্যক্তিয়ে অসম ৰাজ্য ৰাষ্ট্ৰপতিৰ শাসনাধীন কৰিবলৈকো নানা জল্পনা-কল্পনা কৰিছিল আৰু অশেষ চেষ্টা চলাইছিল। কিন্তু সকলো ঘাত-প্ৰতিঘাত ধৈৰ্যৰে সহ্য কৰি সকলো বিপদ অতিক্ৰম কৰাৰ উদাহৰণ বিৰল। প্ৰত্যেকটো অশান্তি-ধুমুহাৰ সময়ত সকলোৰে মনত প্ৰশ্ন উঠিছিল— চলিহা মন্ত্ৰীসভাৰ পতন নোহোৱাকৈ থাকিবনে? কিন্তু প্ৰত্যেকটো ক্ষেত্ৰতেই নিৰ্ভীকভাৱে থিয় দি সকলো ধুমুহাৰ সন্মুখীন হৈ প্ৰতিহত কৰিব পৰাটোৱেই আছিল চলিহাৰ চৰিত্ৰৰ বিশেষত্ব আৰু মনোবলৰ প্ৰমাণ। ১৯৬০ চনৰ ভাষা-আন্দোলনৰ পিচত ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছে একক সংখ্যাগৰিষ্ঠতা লাভ কৰা আৰু দলৰ নেতা নিৰ্বাচিত হোৱাটোৱেই প্ৰমাণ কৰে তেখেতৰ সুস্থিৰ নেতৃত্ব আৰু তেখেতৰ প্ৰতি সাৰ্বজনীন আস্থা।

বিদ্ৰোহী নগাভূমিত শান্তি প্ৰৱৰ্তনৰ কাৰণে গঠিত শান্তি মিছনত চলিহাক স্থান দিয়াটোৱেই প্ৰমাণ কৰে নগাসকলৰ ওপৰত থকা চলিহাৰ প্ৰভাৱ। অৱশ্যে শিৱসাগৰ আৰু নগাভূমিৰ মাজত ঐতিহাসিক আৰু আবেগিক সম্বন্ধ থকা কাৰণেই বোধকৰোঁ নগাসকলে চলিহাক বুজিব পাৰিছিল আৰু চলিহাৰ ওপৰত আস্থা ৰাখিছিল।

তেখেত আছিল মিতভাষী। বিভিন্ন ভাষা-ভাষী, বিভিন্ন স্বাৰ্থজড়িত,

বিভিন্ন মতাবলম্বী, বিভিন্ন জাতি-উপজাতি আৰু সম্প্ৰদায়ৰ লোকৰ ব্যক্তিগত নাইবা সামূহিক, সামাজিক বা ৰাজনৈতিক বিষয় সম্বন্ধে ক'বলগীয়া সকলো কথা তেওঁ ধৈৰ্যেৰে শুনিছিল, বুজিবলৈ চেষ্টা কৰিছিল। কিন্তু যুক্তিযুক্ততা নেদেখিলে কোনোৰূপ আশা নিদিছিল। কোনো বিষয়ত কেতিয়াবা আশ্বাস দিলে সেই কথা স্মৰণ কৰাই নিদিলেও নিজেই সম্পাদন কৰিবলৈ যত্নপৰ থকা কথা কাৰো অবিদিত নহয়।

চলিহা প্ৰথম দৰ্শনত অতি গাম্ভীৰ্যপূৰ্ণ হ'লেও লগৰীয়াৰে সৈতে লঘুভাৱে কথা হওঁতে অতি খুহুটীয়া আছিল। আনহাতে গীত আদিও সুন্দৰভাৱেই গাব পাৰিছিল।

সকলো কথা চলিহাই গঠনমূলক দৃষ্টিৰেই চাইছিল আৰু প্ৰদেশ কংগ্ৰেছৰ সভাপতি থকা কালছোৱাত জিলা কংগ্ৰেছ কমিটিসমূহৰ মাজত গঠনমূলক কাম, আত্মসাহায্যমূলক কামৰ প্ৰতিযোগিতাৰ ব্যৱস্থা কৰিছিল।

এইজনেই আছিল অসমৰ মুখ্যমন্ত্ৰী চলিহা, বিৰাট ব্যক্তিত্বসম্পন্ন চলিহা, প্ৰশান্ত চলিহা। সেই কাৰণেই অসমৰ বাহিৰতো চলিহা আছিল শ্ৰদ্ধাভাজন।

এজন সহকৰ্মী হিচাপে শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিলোঁ।

# চলিহাক মই যিদৰে জানিছিলো

বি. এম. পিউ

বিমলাপ্ৰসাদ চলিহাৰ সৈতে মোৰ প্ৰথম পৰিচয় হয় ১৯৫২ চনত। চলিহা তেতিয়া অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি আছিল। সভাপতি হৈ থকা সময়ৰ ভিতৰতে এবাৰ তেওঁ এজন নগা ছাত্ৰক এবছৰৰ বাবে কলেজত পঢ়াৰ খৰচৰ বাবদ নিজে আহি টকা পাঁচশ দিয়া মই নিজে দেখিছিলো। চলিহাৰ সেই কাৰ্যই মোৰ মনত এক স্থায়ী দাগ কাটিছিল। ডেকা কালত চলিহা মহাত্মা গান্ধীৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহিছিল আৰু ইয়েই তেওঁৰ চৰিত্ৰত এক অনমনীয় দৃঢ়তা আঁনি দিছিল।

তীক্ষ্ণবুদ্ধি আৰু দূৰদৃষ্টিসম্পন্ন মেঘালয়ৰ মুখ্যমন্ত্ৰী কেপ্তেইন উইলিয়ামচন্ চাংমাই মোক তুৰাত বহা জনজাতীয় সন্মিলনত অসমৰ পাহাৰ অঞ্চলৰ কৃষি-উন্নয়ন সম্পৰ্কে ক'বলৈ আমন্ত্ৰণ জনোৱাৰ লগে লগে মই ৰাজনীতিৰ সৈতে জড়িত হৈ পৰিলো। তেতিয়াৰপৰা মই ৰাজনীতিৰ লগত আৰু অধিকতৰভাৱে জড়িত হৈ পৰিলো আৰু তাৰ তিনি বছৰৰ পিচত এড্‌ভোকেট এ. এছ. খংগীৰ ঘৰত হোৱা জনজাতীয় নেতাসকলৰ এখন আলোচনা সভাত চলিহাক মই পুনৰ লগ পালো। বিহাৰৰ বৰ্তমান ৰাজ্যপাল শ্ৰীদেৱকান্ত বৰুৱাৰ সৈতে চলিহা সেই আলোচনা সভালৈ আহিছিল। জনজাতীয় নেতাসকলে তাত আলোচনা চলাই থকা কথাটো তেওঁলোকে জানিছিল। কেনেকৈ অথবা কোনে তেওঁলোকক তালৈ আমন্ত্ৰণ কৰিছিল, সেই কথা অৱশ্যে মই আজিলৈকে নাজানো। তেওঁলোকৰ সৈতে হোৱা সেই আলোচনাত মোৰ ইমানেই মনত আছে যে শ্ৰীবৰুৱাই সকলোতকৈ সৰহ কথা কৈছিল আৰু আনহাতে চলিহা আছিল মৌন, ভাবুক। এই দুজন নেতাক জনা প্ৰত্যেক ব্যক্তিয়েই তেওঁ-লোকৰ মাজত থকা পাৰ্থক্য নিশ্চয় লক্ষ্য কৰিছে। এই দেশৰ সৰহসংখ্যক নেতাতকৈ মানুহ আৰু বস্তুৰ ওপৰত ব্যাপক জ্ঞান থকা হেতুকে শ্ৰীবৰুৱা এজন সৰস আলোচনাকাৰী; আৰু আনহাতে, শ্ৰীচলিহা আছিল এজন গভীৰ চিন্তাৰ কাৰ্যক্ষম ব্যক্তি।

১৯৫৭ চনত ইউনিয়ন খৃষ্টান কলেজ এৰাৰ পিচত মই ৰাজনীতিৰ সৈতে গভীৰভাৱে জড়িত হৈ পৰিলো আৰু তেতিয়াৰেপৰা মই পূৱ-ভাৰতৰ জনজাতীয় সন্থাৰ সভাপতি হৈ আছো। ১৯৫৭ চনৰ নিৰ্বাচনৰ ফলস্বৰূপে ইতিমধ্যে চলিহা অসমৰ মুখ্যমন্ত্ৰীৰূপে নিৰ্বাচিত হ'ল। মুখ্যমন্ত্ৰী হোৱাৰ পিচত চতুৰ ৰাজনীতিজ্ঞ চলিহাই মোৰ ঘৰলৈ আহি মোৰপৰা আশীৰ্বাদ বিচাৰিলে। তেতিয়াৰেপৰা চলিহাই নিজে উদ্ভাৱন কৰা খেলখন অতি কৌশলেৰে খেলি গ'ল। চলিহাক অসমলৈ পঠিয়াই জৱাহৰলাল নেহৰুৱেও তেওঁৰপৰা ইয়াকেই আশা কৰিছিল।

পূব-ভাৰতৰ জনজাতীয় সন্থাই অসমৰ আটাইকেইখন পাহাৰী জিলাৰপৰা বিধানসভাত যেতিয়া প্ৰায় আটাইকিখন আসন লাভ কৰিলে তেতিয়া চলিহাই তেওঁৰ চৰকাৰৰ সৈতে সহযোগ কৰিবলৈ জনজাতীয় সন্থাৰ লগত আলাপ-আলোচনা চলালে। অসমৰ বাবে সেয়া এক মহান পৰীক্ষা আছিল। ইয়াৰ আগতে বিধানসভাত নিৰঙ্কুশ সংখ্যাগৰিষ্ঠতা লাভ কৰি ক্ষমতাত অধিষ্ঠিত হোৱা কোনো দলে তেওঁলোকৰ চৰকাৰত অংশ গ্ৰহণ কৰিবৰ কাৰণে সংখ্যালঘিষ্ঠ দলক অনুৰোধ জনোৱা নাছিল। দীৰ্ঘদিন আলাপ-আলোচনা চলিল আৰু এই সময়হোৱাৰ ভিতৰতে চলিহাই তেওঁৰ কাম নিভুৰ্লভাৱে কৰি গ'ল। জনজাতীয় সন্থাৰ টিকট লৈ নিৰ্বাচিত নোহোৱা এজন জনজাতীয় লোকে জনজাতীয় সন্থাৰ লগত হোৱা আলাপ-আলোচনা ব্যৰ্থ হ'লে মন্ত্ৰীসভাত যোগদানৰ সুযোগৰ বাবে মুখ্যমন্ত্ৰীৰ বাসভৱনত উৎকণ্ঠাৰে অপেক্ষা কৰিছিল। জনজাতীয় সন্থালৈ কি এক ভদ্ৰোচিত ভীতি-প্ৰদৰ্শন! অৱশেষত চলিহাই তেওঁৰ মন্ত্ৰীসভাত জনজাতীয় সন্থাৰ নেতাসকলক যোগদান কৰোৱাত কৃতকাৰ্য হ'ল। তেতিয়াৰ কেন্দ্ৰীয় গৃহমন্ত্ৰী গোবিন্দবল্লভ পন্থে সেই সময়ত অন্যান্য ৰাজ্যসমূহত নথকা সংযুক্ত চৰকাৰৰপৰা ইয়াক পৃথককৈ দেখুৱাবৰ কাৰণে এই ব্যৱস্থাক 'মিশ্ৰিত চৰকাৰ' (Composite Government) আখ্যা দিছিল। পূব-ভাৰতৰ জনজাতীয় সন্থাৰ ইখনৰ পিচত সিখনকৈ হোৱা বাৰ্ষিক সভাত বিষয়টোৰ ওপৰত উত্তপ্ত বিতৰ্ক চলিল আৰু প্ৰতিবাৰেই ই অনুমোদন লাভ কৰিলে। এই কথাই মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ প্ৰতিভাৰ কথাকে সদৰি কৰে। যদি সেই ব্যৱস্থা চলি থাকিবলৈ দিয়া হ'লহেঁতেন, তেনেহলে অসমৰ ভৈয়ামৰ মানুহখিনিৰ লগত পাহাৰৰ মানুহখিনিও একেলগে ৰংমনে আগ বাঢ়িলেহেঁতেন আৰু চলিহাৰো অকাল মৃত্যু নহ'লহেঁতেন। কিন্তু সেয়া হৈ

ছুটিল। সি যি নহওক, মোৰ বাবে সেই সময়ৰ স্মৰণীয় কথা হৈছে মোৰ আৰু চলিহাৰ দলৰ মাজত অনুষ্ঠিত হোৱা এখন প্ৰীতি ফুটবল খেল। আমি দুয়ো আমাৰ নিজ নিজ দলৰ গ'লৰক্ষক আছিলোঁ। তেওঁৰ দলে জয়লাভ কৰা হ'লে চলিহা নিশ্চয় এজন ভাল খেলুৱৈ বুলি পৰিগণিত হ'ব পাৰিলেহেঁতেন। তেতিয়াৰ অসমৰ ৰাজ্যপাল চৈয়দ ফজল আলিকে ধৰি শ্বিলং চহৰৰ বহু দৰ্শকে এই খেলখন উপভোগ কৰিছিল।

তাৰ পৰৱৰ্তী বছৰবোৰত সমগ্ৰ ভাৰত জুৰি প্ৰতিখন ৰাজ্যত সংখ্যাগৰিষ্ঠৰ ব্যৱহৃত ভাষাক সেই সেই ৰাজ্যৰ ৰাজ্যিক-ভাষা হিচাপে স্বীকৃতি দিবলৈ দাবী জনাই কৰা আন্দোলনৰ এধাৰি সোঁত বৈ গ'ল। দেশব্যাপি হোৱা সেই আন্দোলনৰ পিচতেই, অসমৰ পাহাৰী জিলাকেইখনে বেলেগ বেলেগ ভাষা কোৱা সত্ত্বেও আৰু অসমৰ ভৈয়ামৰ জিলাকেইখনৰ সংখ্যাগৰিষ্ঠ লোকে কোৱা ভাষা অসমীয়াৰপৰা সি পৃথক হ'লেও অসমীয়াসকলে ৰাজ্যখনৰ চৰকাৰী ভাষা হিচাপে তৎকালে অসমীয়া ভাষা ব্যৱহাৰ কৰিবলৈ দাবী জনালে। দূৰদৃষ্টি-সম্পন্ন মুখ্যমন্ত্ৰী চলিহাই কিন্তু সেয়া বিচৰা নাছিল। অসমৰ দৰে বহু ভাষা-ভাষী ৰাজ্যত চলিহাই ঘোষণা কৰিলে যে অসমীয়া-ভাষী নোহোৱা দলসমূহে স্বতঃস্ফূৰ্তভাৱে যেতিয়ালৈ অসমীয়া ভাষাক ৰাজ্যভাষা কৰিবলৈ নকয় তেতিয়া-লৈকে অসমীয়া ভাষাক ৰাজ্যভাষা কৰিব পৰা নাযাব। কেৱল চলিহাৰ হাতত ন্যস্ত কৰা হ'লেও সেয়া হ'লহেঁতেন। মেঘালয় চৰকাৰৰ এজন মন্ত্ৰীয়ে এই আন্দোলনৰ সময়ত আমাৰ জনজাতীয়সকলৰ আগত কৈছিল যে তেওঁৰ ল'ৰা-ছোৱালীয়ে অসমীয়া শিকা আৰম্ভ কৰিছে। চলিহাই প্ৰথমে সংখ্যাগৰিষ্ঠৰ এই উৎকট দেশপ্ৰেমৰ দাবী মানি ল'বলৈ অস্বীকাৰ কৰিছিল; কিন্তু যেতিয়া প্ৰথমে বিৰোধী দলে আৰু তাৰ পিচত তেওঁৰ নিজৰ দলে তেওঁৰ ওপৰত অধিক হেঁচা দিলে, তেতিয়া তেওঁ অত্যন্ত অনিচ্ছা সত্ত্বেও তাক মানি ল'বলগীয়া হ'ল। আমাৰ মনত আছে, এটা সময়ত এই মহানুভৱ মানুহজনে গম্ভীৰ দুখেৰে কৈছিল, "ৰাজনীতিত কেতিয়াবা শুদ্ধ কথাটো জানিও তাক সদায় কৰিব পৰা নাযায়।" কথাখিনি কোৱাৰ লগে লগে তেওঁৰ হৃদয় আচ্ছন্ন কৰি ৰখা মনোকষ্টখিনি অনুভৱ কৰিব পৰা গৈছিল। অসমৰ ৰাজনৈতিক খেলত অনুপ্ৰৱেশ কৰা উৎকট দেশপ্ৰেম শাম কটোৱাৰ পিচত নগাৰাজ্য সৃষ্টি হোৱাৰ লগে লগে ৰাজ্যখনৰ খণ্ডিতকৰণো আৰম্ভ হ'ল আৰু ই উত্তৰ-পূৱ অঞ্চলৰ জনসাধাৰণক বান্ধি থোৱা লেহুকা সূতাগছি ছিন্ন কৰিবলৈ তাৰ



অসম ভ্ৰমণ কালত মহাত্মা গান্ধীযে চালিহাৰ ঘৰত চলিহাই নিৰ্মাণ কৰা যঁতৰটো চাইছে। কাষত মীৰা বেন



অসম ভ্ৰমণ কালত মহাত্মা গান্ধীয়ে চাঁলহাৰ ঘৰৰপৰা উপহাৰ দিয়া এযোৰ পাটৰ কাপোৰ চাইছে। সন্মুখত মীৰা বেন



শ্বিলঙৰ ৰাজভৱনত অসমৰ ৰাজ্যপাল শ্ৰীভগৱান সহায়ে
মুখ্যমন্ত্ৰী চলিহাক শপত গ্ৰহণ কৰাইছে



কেন্দ্ৰীয় বিত্তমন্ত্ৰী শ্ৰীমোৰাৰজী দেশাইৰ লগত চলিহাৰ পৰিয়াল



বিদায়-প্ৰাৰ্থী ৰাজ্যপাল শ্ৰীবিষ্ণু সহায় আৰু চলিহা। লগত শ্ৰীমতী সহায়

কুৰুক্ত মূলটো তুলি ভীতি প্ৰদৰ্শন কৰিলে। মেঘালয়, মণিপুৰ আৰু উত্তৰ-পূৰ্বাঞ্চলৰ অন্যান্য অংশই পূৰ্ণাঙ্গ ৰাজ্যৰ স্বীকৃতি পোৱাৰ পিচত ভৈয়ামৰ অসমীয়া জিলাকেইখনক এৰবীয়া কৰাটো সম্পূৰ্ণ হ'ব।

আমাৰ মনত আছে, অসমীয়া-ভাষী ভৈয়ামৰ জিলাকেইখনে অসমীয়া ভাষাক চৰকাৰী ভাষা হিচাপে ব্যৱহাৰ কৰিবলৈ দাবী জনোৱাৰ ঠিক পিচতে যেতিয়া আকৌ সুকীয়া পাহাৰী ৰাজ্যৰ আন্দোলন আৰম্ভ হ'ল, তেতিয়া অসম (কেৱল ভৈয়ামৰ জিলাকেইখন), পাহাৰী জিলাকেইখন (এতিয়া মেঘালয়), নেফা, সম্ভৱ মণিপুৰ, ত্ৰিপুৰা আৰু নগাৰাজ্য—বৃহত্তৰ অসমৰ আটাইবোৰ ফেডাৰেল গোটকে ধৰি ভাৰতৰ সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ কেবাখনো ৰাজ্য আৰু অঞ্চল থাকিব লাগে বুলি এটা পৰামৰ্শ আগবঢ়োৱা হৈছিল আৰু ই সম্ভৱ মুখ্যমন্ত্ৰী চলিহাৰো সমৰ্থন পাইছিল; কিন্তু ভৈয়ামৰ জিলাকেইখনৰপৰা পোৱা ক্ৰমবৰ্ধমান বিৰোধিতাৰ বাবে এই পৰিকল্পনা সম্পৰ্কে গভীৰ মনোযোগ দিয়াৰ আগতে তাক প্ৰত্যাহাৰ কৰিবলগীয়া হ'ল।

তেওঁ সম্পূৰ্ণ নিশ্চিত আছিল যে সৰু সৰু ৰাজ্যলৈ অসমৰ খণ্ডিতকৰণ হ'ব নালাগে আৰু সমগ্ৰ উত্তৰ-পশ্চিমাঞ্চলৰ জনসাধাৰণ শান্তি-সম্প্ৰীতিৰে বসবাস কৰিব লাগে। তেওঁ পাহাৰী লোকসকলক আৰু অন্যান্য সংখ্যালঘু দলক যিমানদূৰ পাৰি স্বায়ত্তশাসন দিবলৈ ইচ্ছা কৰি অসমৰ বাবে এখন ৰাজ্যৰ ভিতৰতে আন এখন স্বায়ত্তশাসিত ৰাজ্য থকাৰ চৰকাৰী ব্যৱস্থা উদ্ভাৱন কৰিলে। বিশাল ভাৰতবৰ্ষৰ ক'তো পাবলৈ নোহোৱা এই ব্যৱস্থা অসমৰ ক্ষেত্ৰত পুনৰ কেনে যে এক মহৎ পৰীক্ষা!

মোৰ নিজস্ব ধাৰণা এই যে তেওঁৰ মুখ্যমন্ত্ৰিত্বৰ শেষৰফালে যেতিয়াই তেওঁ কোনো এক সংকটৰ সন্মুখীন হৈছিল, তেতিয়াই তেওঁৰ মন আৰু শৰীৰত দেখা দিয়া অসুস্থতা আছিল তেওঁ শুদ্ধ বুলি ভাবি কৰা কাম আৰু ভবা কথাটোৰ বিৰুদ্ধে ৰাজনৈতিক কৌশলৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ পোৱা হেঁচাৰেই পৰিণতি।

চলিহা মানুহজনক মই যিদৰে জানিছিলো তালৈ চাই মই কওঁ যে তেওঁ এগৰাকী সাৰ্থক শাসক আছিল। তেওঁ যেতিয়া কোনো কাম কৰিবলৈ সিদ্ধান্ত লৈছিল, তেতিয়া তেওঁ তাক সংক্ষেপে সম্পন্ন কৰিছিল। মোৰ এটা ঘটনা মনত আছে, কোনো এজন বিভাগীয় মুৰব্বীয়ে এবাৰ কোনো এটা বিষয়ত পলম কৰাত মুখ্যমন্ত্ৰীয়ে তেওঁক ফোনযোগে মাতি আনি ইমান জোৰেৰে ধমক

দি উঠিছিল যে মই ভদ্ৰলোকজনৰ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ যুকাল বুলি ভয় খাই গৈছিলোঁ। চলিহা ইমান দৃঢ় আছিল যে তেওঁ প্ৰায় জেদীৰ পৰ্যায়ত পৰিছিল। মই এই কথা পাহৰিব নোৱাৰোঁ যে তেওঁৰ সচিবালয়ৰ কৰ্মচাৰীসকলে কৰা দাবী তেওঁ মানি লোৱা নাছিল, যদিও এই দেশৰ শাসনৰ বুৰঞ্জীত ই আছিল আটাইতকৈ দীৰ্ঘতম ধৰ্মঘট। তেওঁ অন্যায় কাৰ্য ভাল পোৱা নাছিল, বৰং কাৰোবাক অন্যায় কৰিলে অতি দৃঢ়পন্থা অৱলম্বন কৰিছিল। এইবোৰ আবেগিক আঘাতেই অৱশেষত তেওঁক উচ্চপদৰপৰা অব্যাহতি লোৱালে। তেওঁ যদি তাক আগতেই কৰিলেহেঁতেন, তেনেহলে তেওঁ এতিয়াও আমাৰ মাজতেই থাকিলহেঁতেন।

তেওঁৰ মৃত্যুৰ আগতে যেতিয়া মই তেওঁক শেষবাৰৰ বাবে দেখিছিলোঁ তেতিয়া দুৰ্বল দেহৰ বিমলাপ্ৰসাদ চলিহাই তেওঁৰ পত্নীৰ সৈতে এহাল অসমীয়া দম্পতীক সোধ-পোছ কৰি আছিল। এতিয়া, ক্ষমতাৰপৰা আঁতৰি অহাৰ পিচত দৰ্শনাৰ্থীসকলে তেওঁলোকৰ নিজ স্বাৰ্থ-পূৰণৰ হেতু তেওঁক আৰু আমনি কৰাহি নাছিল। তেওঁৰ বন্ধুবৰ্গৰ প্ৰতি অধিক মনোনিবেশ কৰিবলৈ তেওঁ যথেষ্ট সময় পাইছিল। চলিহা আছিল স্থায়ী আৰু অনুগত বন্ধু। মুখ্যমন্ত্ৰিত্বৰ গধুৰ কৰ্তব্যৰ মাজতো তেওঁ তেওঁৰ বন্ধুবৰ্গৰ প্ৰতি বদান্যতা দেখুৱাবলৈ সময় উলিয়াইছিল। চলিহাৰ মৃত্যু তেওঁৰ বন্ধুবৰ্গৰ প্ৰতি নিশ্চয় পীড়াদায়ক, কাৰণ, তেওঁলোকৰ বাবে তেওঁ আছিল সবল আৰু বিশ্বাসী।

# বিমলাপ্ৰসাদ চলিহা

**ৰমেশচন্দ্ৰ বৰুৱা**

বিমলাপ্ৰসাদ চলিহাদেৱক সকৰেপৰা জানিছিলো যদিও তেখেতৰ সান্নিধ্যলৈ আহিবৰ সুযোগ ঘটিছিল ১৯৪৬ চনত। ১৯৪৬ চনৰ নিৰ্বাচনৰ পিচত তেখেত সংসদী সচিব হিচাপে কংগ্ৰেছ মন্ত্ৰীসভাত যোগ দিয়ে। তেখেতক তেতিয়া দেখিছিলো ট্ৰেইলাৰ লগোৱা জীপ এখন নিজে চলাই গোটেই অসম ভ্ৰমণ কৰা অৱস্থাত। ইয়াৰ দুবছৰৰ পিচত তেখেতে সংসদী সচিব পদ ইস্তফা দি অসম প্ৰাদেশিক কংগ্ৰেছৰ সাধাৰণ সম্পাদক হয়। ৰাজনৈতিক ক্ষেত্ৰত মোৰ তেখেতক জনাৰ সুযোগ ঘটিছিল ১৯৫২ চনত, যেতিয়া তেখেত প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। ১৯৫৭ চনত তেখেতে অসমৰ মুখ্যমন্ত্ৰী হৈ সুদীৰ্ঘ বাৰ বছৰ কাল এই পদত থাকি ভাৰতৰ পূব-প্ৰান্তৰ এই সমস্যাবহুল প্ৰদেশখনৰ শাসনৰ গুৰিবঠা ধৰি আছিল।

তেখেতৰ মুখ্যমন্ত্ৰিত্বৰ কালছোৱা সমালোচনাৰ বহিৰ্ভূত নহয়। কিয়নো, দায়িত্ব থকা সকলো কামৰে সিদ্ধান্তৰ সমালোচনা থাকিবই। তেখেতৰ দিনতে অসম দেশৰ নানান সমস্যাৰ সিদ্ধান্ত হৈছিল। ভাষা-আইন প্ৰয়োগ, নগালেণ্ড চৰকাৰ গঠন, মিজোৰাম গঠন আৰু শেষত মেঘালয়েও তেখেতৰ দিনতে স্বীকৃতি পালে। অসমৰ বাইজে হয়তো এই সকলোবোৰ কথাৰ বাবে তেখেতৰ প্ৰতি কিছু পৰিমাণে হলেও বিৰূপ ভাব পোষণ কৰিব পাৰে। কিন্তু চলিহাদেৱৰ লগত সহকৰ্মী হিচাপে কাম কৰিবলৈ সুবিধা পাই এইখিনি বুজিব পাৰিছিলো যে, চলিহাদেৱ আছিল এজন আদৰ্শবাদী পুৰুষ। তেখেতৰ প্ৰতিটো সিদ্ধান্তৰ আঁৰত আছিল সুগভীৰ চিন্তা, আদৰ্শৰ প্ৰতি আস্থা আৰু মানৱতাৰ আদৰ্শত প্ৰগাঢ় নিষ্ঠা। সেয়েহে তেখেতে অসমৰ পৰ্বত-ভৈয়ামৰ সকলোৰেপৰা পাইছিল পূৰ্ণ সমৰ্থন। তেখেতৰ কামৰ বিচাৰ ভৱিষ্যতে কৰিব; কিন্তু ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত তেখেতে তেখেতৰ উদাৰ শান্তিকামী মনোভাৱৰ কাৰণে এখন নিজস্ব আসন অধিকাৰ কৰিব পাৰিছিল।

তেখেতৰ কথা, কাম আৰু ব্যৱহাৰত আভিজাত্যৰ ছাপ সদায় চকুত

পৰিছিল। তেখেতে কাৰো প্ৰতি কটু উক্তি নকৰিছিল। সংসদী জীৱনত নানান কটু সমালোচনাৰ সন্মুখীন হৈও চলিহাই তেখেতৰ স্বভাৱসুলভ গাম্ভীৰ্য সদায় বজাই ৰাখিব পাৰিছিল।

চলিহাৰ সংগীতানুৰাগী মনটোৰ কথা হয়তো বহুতেই নাজানে। চলিহাৰ সংগীতৰ প্ৰতি ধাপ আছিল অসীম। বিধান সভাৰ সামৰণিত হোৱা প্ৰীতি-মেলত চলিহাই নিজে যোগদান কৰি সকলোকে উৎসাহ দিছিল। তেখেতে ভাল পাইছিল সত্য আৰু সুন্দৰক। য'তেই সৃষ্টিৰ ছাঁ তেখেতে দেখিছিল তাতেই তেখেতৰ মনে সঁহাৰি দিছিল। তেখেত আছিল গান্ধীজীৰ প্ৰকৃত শিষ্য। মানৱীয় কলুষ-কপটতাৰপৰা তেখেত আছিল সদায় আঁতৰত।

# বিমলাপ্ৰসাদ চলিহাদেৱৰ সোঁৱৰণত

**শৰৎচন্দ্ৰ গোস্বামী**

মহাত্মা গান্ধীৰ আদৰ্শেৰে অনুপ্ৰাণিত এগৰাকী বিশিষ্ট গঠনমূলক কৰ্মী হিচাপে শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱৰ নাম শুনি আছিলো যদিও ১৯৫৭ চনত অসম বিধানসভাৰ সদস্য নিৰ্বাচন হোৱাৰ আগলৈকে এইগৰাকী মহান নেতাৰ লগত মোৰ বিশেষ পৰিচয় নাছিল। বিধানসভাৰ প্ৰাৰ্থী নিৰ্বাচন প্ৰসঙ্গত অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি হিচাপে চলিহাদেৱৰ সান্নিধ্যলৈ আহিছিলো আৰু আনুষ্ঠানিকভাৱে হোৱা সাক্ষাৎকাৰ আৰু আলোচনাৰ বাহিৰে তেখেতক ঘনিষ্ঠভাৱে জানিবৰ কোনো সুযোগ মোৰ হোৱা নাছিল। চলিহাদেৱৰ সোঁৱৰণীত শ্ৰদ্ধা নিবেদন কৰি লিখা এই প্ৰবন্ধটোত অসমৰ মুখ্যমন্ত্ৰী আৰু কংগ্ৰেছ বিধায়িনী দলৰ দলপতি হিচাপে তেখেতৰ সান্নিধ্যলৈ আহি যি জানিছিলো আৰু সেই সান্নিধ্যই মনত যি অভিজ্ঞতা আৰু ছাপ পেলাইছিল তাকেহে মাত্ৰ সুঁৱৰিছো। মোৰ আশঙ্কা হৈছে, চলিহাদেৱৰ কথা ক'বলৈ গৈ এই প্ৰবন্ধত যেন মোৰ নিজৰ কথাহে বেছি কোৱা হৈছে আৰু তাৰবাবে আগতীয়াকৈ পাঠকসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা জনাই থ'লো। চলিহাদেৱৰ সম্পৰ্কে বহুত কথাই শুনিছিলো আৰু মহাত্মা গান্ধী অসমলৈ আহোঁতে শিৱসাগৰত তেখেতৰ ঘৰত থকাৰপৰা মহাত্মাৰ নিৰ্দেশমতেই বিহাৰত গঠনমূলক কামত আত্মনিয়োগ কৰা আদি কথা জানিছিলো। কিন্তু সেইবোৰ এই প্ৰবন্ধত ঠাই দিয়া নাই।

চলিহাদেৱৰ ব্যক্তিত্ব আৰু জীৱনাদৰ্শই আমাৰ বহুতৰে মনত গভীৰ ৰেখাপাত কৰিছিল আৰু যিমানেই এই পুৰুষজনৰ সান্নিধ্যলৈ আহিছিলো সিমানেই তেখেতৰ ব্যক্তিত্বৰ বহুমুখিতা, ৰাজনৈতিক বিচক্ষণতা, চৰিত্ৰৰ উদাৰতা আৰু সংকল্পৰ দৃঢ়তাৰ পৰিচয় পাইছিলো। উদাহৰণ স্বৰূপে মোৰ অভিজ্ঞতাৰ-পৰা পোৱা দুই-এটা কথা উনুকিয়ালো।

ৰাজনৈতিক জীৱনত শ্ৰীচলিহাদেৱৰ লগত মোৰ প্ৰথম সম্বন্ধ বিৰোধিতাৰ ৰূপতেই আৰম্ভ হয়। ১৯৫৮ চনত তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম

যেথি ভাওৰীয়া মাদ্ৰাজৰ ৰাজ্যপাল নিযুক্ত হোৱাত অসম কংগ্ৰেছ বিধায়িনী দলৰ দলপতি আৰু মুখ্যমন্ত্ৰী এগৰাকী নিৰ্বাচন কৰিব লগাত পৰে। তেতিয়া অসম কংগ্ৰেছ বিধায়িনী দল বিধানসভাৰ সৰ্ববৃহৎ আৰু বিপুল সংখ্যাধিক্যৰ একক গৰিষ্ঠ দল। নিৰ্বাচিত প্ৰতিনিধিসকলৰ ভিতৰত কেইবাগৰাকীও প্ৰবীণ আৰু অভিজ্ঞ সদস্য থকাতো অনা-সদস্য, বাহিৰৰ লোক এগৰাকীক মাতি আনি দলপতি আৰু মুখ্যমন্ত্ৰী নিৰ্বাচন কৰা কথাটোত মোৰ নীতিগতভাৱে সমৰ্থন নাছিল। বহুদিন শিক্ষকতা কৰি আদৰ্শ আৰু নৈতিকতাত অধিকতৰ মূল্যাৰোপণ আৰু ৰাজনৈতিক চাতুৰী, তলসোঁত আদিৰ অনভিজ্ঞতাই বোধহয় এনে মত পোষণৰ উদগনি দিছিল আৰু বৃহৎ সংখ্যক সদস্যই চলিহাদেৱৰ প্ৰাৰ্থিত্বক সমৰ্থন আৰু সমাদৰ কৰা জানিও মই তেখেতৰ প্ৰাৰ্থিত্বৰ বিৰোধিতা কৰিছিলোঁ আৰু দলপতি নিৰ্বাচনৰ বাবে অনুষ্ঠিত মুকলি সভাত তেতিয়াৰ কংগ্ৰেছ বিধায়িনী দলৰ উপদলপতি শ্ৰীসিদ্ধিনাথ শৰ্মা ডাঙৰীয়াক দলপতি নিৰ্বাচনৰ বাবে প্ৰস্তাৱ কৰিছিলোঁ। মই প্ৰস্তাৱ উঠাই নোলোৱাত ভোট গ্ৰহণ কৰা হয় আৰু আগেয়ে জনামতে বিপুল সংখ্যাধিক্যত শ্ৰীচলিহাদেৱ দলপতি নিৰ্বাচিত হয়। মোৰ এই বিৰোধিতা ব্যক্তিসাপেক্ষ নাছিল, নীতিগতহে আছিল। চলিহাদেৱৰ অভিজ্ঞতা, ৰাজনৈতিক বিচক্ষণতা আৰু ব্যক্তিত্বৰ প্ৰতি মোৰ আস্থা আছিল। মোৰ এনে আঁকোৰ-গোজালি আচৰণৰ বাবে কোনোৱে গালি পাৰিলে, কোনোৱে প্ৰশংসা কৰিলে। মই হ'লে উচিত কামকে কৰা বুলি আত্মসন্তুষ্টি লাভ কৰিছিলো। চলিহাদেৱেও এই বিৰোধিতা সেইভাৱেই লোৱা বুলি জানিছিলো।

ইয়াৰ পিচতো কংগ্ৰেছ বিধায়িনী দলৰ সভাত চলিহাদেৱে মন্ত্ৰীসভা গঠন কৰি মুখ্যমন্ত্ৰী হিচাপে দিয়া নীতি-ব্যাখ্যানমূলক ভাষণৰ সমালোচনা কৰিছিলো আৰু বিশেষকৈ কংগ্ৰেছ দলক বিৰোধিতা কৰা সৰ্বদলীয় পাৰ্বত্য নেতা সন্মিলনৰ সদস্য কেইগৰাকীক মন্ত্ৰীসভাত অন্তৰ্ভুক্ত কৰি তোষণ-নীতি লোৱা বুলি আৰু মন্ত্ৰীসভাক সংযুক্ত মন্ত্ৰীসভাৰ ৰূপ দিয়া বুলি কৈছিলো। ইয়াতো মোৰ অপৈণত ৰাজনীতি-জ্ঞানেই বোধহয় প্ৰকট হৈছিল, কাৰণ, আন অভিজ্ঞ আৰু নবীন-প্ৰবীণ সদস্যসকল প্ৰায় নিমাত আছিল। সিদিনাও মোক মৰম কৰা প্ৰবীণ দুই-এগৰাকী সদস্যই মোক বাহিৰত আহি তিৰস্কাৰেই কৰিছিল। চলিহাদেৱে অৱশ্যে বিৰক্তি বোধ কৰা যেন অনুমান হৈছিল। কিন্তু মুখেৰে কোনো বিৰক্তিভাব ব্যক্ত কৰা নাছিল। পিচত অৱশ্যে বুজিছিলো

যে, অসমৰ সংহতি ৰক্ষাৰ বাবে পৰীক্ষামূলকভাৱে তেখেতে এই ব্যৱস্থা গ্ৰহণ কৰিছিল। এনে আচৰণত মোৰ যে কোনো ব্যক্তিগত আক্ৰোশ বা স্বাৰ্থ নাছিল আৰু নীতিগত কাৰণতহে এই বিৰোধিতা আছিল, তাক চলিহাদেৱে বুজিছিল আৰু পিচলৈ তেখেতে মোক যথেষ্ট মৰমো কৰিছিল।

কংগ্ৰেছ বিধায়িনী দলৰ সৰ্বসম্মতিক্ৰমে একেৰাহে মোক তিনিবাৰ সাধাৰণ সম্পাদক নিৰ্বাচন কৰিছিল আৰু এই সময়ছোৱাত দলপতি হিচাপে চলিহাদেৱৰ ঘনিষ্ঠ সম্বন্ধলৈ অহাৰ সুযোগ পাইছিলো। যেতিয়াই যিকোনো সমস্যালৈ চলিহাদেৱৰ পৰামৰ্শ বিচাৰিছিলো, তেখেতে সকলো বিষয়তে দেশৰ বৃহত্তৰ স্বাৰ্থ আগত ৰাখি সমস্যা সমাধানৰ বিষয়ে চিন্তা কৰিছিল আৰু সেইমতেই পৰামৰ্শ দিছিল।

চলিহাদেৱ আছিল এজন প্ৰকৃত গান্ধীবাদী সমাজকৰ্মী আৰু গান্ধীবাদ তেখেতৰ জীৱন-দৰ্শনৰো আদৰ্শ আছিল। ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আদি সকলো দিশতে গান্ধীবাদ দৰ্শনৰ তাৎপৰ্য তেখেতে গভীৰভাৱে আয়ত্ত কৰিছিল আৰু গান্ধীবাদী দৰ্শনৰ এজন বিশিষ্ট ব্যাখ্যাকাৰ আছিল। গান্ধীবাদৰ আধ্যাত্মিক আৰু তাত্ত্বিক আলোচনাত চলিহাদেৱৰ অসাধাৰণ ব্যুৎপত্তি আছিল আৰু তেখেতৰ এনে ব্যাখ্যামূলক ভাষণে লোকসকলৰ অন্তৰত গভীৰ ৰেখাপাত কৰিছিল। দৰ্শনৰ ছাত্ৰ হিচাপে মই চলিহাদেৱৰ গান্ধীবাদৰ তাত্ত্বিক আলোচনাত বিশেষভাৱে আকৃষ্ট হৈছিলো। চলিহাদেৱৰ নিজৰ ব্যক্তিগত জীৱনতো গান্ধী-বাদৰ প্ৰভাৱ যথেষ্ট পৰিছিল। বিধানসভাৰ মজিয়াত বিৰোধী-পক্ষৰ সদস্য-সকলে প্ৰশাসনৰ তীব্ৰ আৰু কঠোৰ সমালোচনা কৰা কালতো, আনকি ব্যক্তিগতভাৱে আক্ৰমণ কৰি উত্তেজনা সৃষ্টি কৰা সময়তো চলিহাদেৱ কেতিয়াও বিচলিত নহৈছিল আৰু বিতৰ্কৰ মোখনি মাৰোঁতে বিৰোধী-পক্ষৰ সদস্যসকলৰ উক্তি নিষ্প্ৰভ হৈ পৰিছিল। তেখেতে সদনত কেতিয়াও কোনো সদস্যৰ প্ৰতি বক্ৰোক্তি নকৰিছিল আৰু বিৰোধী-পক্ষৰ সদস্যসকলৰো পৰামৰ্শ আদিৰ প্ৰতি সমাদৰ জনাইছিল। বিধানসভাত ৰাজ্যৰ সমস্যাবিলাকৰ সমাধানত সকলো সদস্যৰ সমৰ্থন আৰু সমাদৰ তেখেতে পাইছিল আৰু সঁচাকৈয়ে তেখেত সদনৰ নেতা ( Leader of the House ) হিচাপে পৰিগণিত হৈছিল।

সচিবালয়ৰ কৰ্মীসকলে বেতন আৰু বানচ বৃদ্ধিৰ দাবীত ধৰ্মঘট চলাই থকা কালছোৱাৰ ভিতৰত এদিন এই কৰ্মীসকলৰ গৃহিণীসকলে বিধানসভাৰ চৌহদলৈ আহি মুখ্যমন্ত্ৰী চলিহাদেৱৰ বিধানসভাত থকা কক্ষৰ আগত চলিহাদেৱক

যেবি ধৰে, সচিবালয়ৰ কৰ্মীসকলে কৰি থকা ধৰ্মঘটৰ সমৰ্থন জনাই সেই দাবী পূৰণৰ বাবে অৱস্থান ধৰ্মঘট আৰম্ভ কৰে। চলিহাদেৱে এই মহিলাসকলৰ মাজত একেবাহে অলৰ-অচৰভাৱে প্ৰায় ছঘণ্টা কাল থিয় হৈ থাকে। তেখেতক বহিবলৈ অনুৰোধ কৰি চকী এখন দিবলৈ চেষ্টা কৰা হৈছিল, কিন্তু তেখেতে চকীখনো দিব নিদিলে আৰু মুখেৰে একো নামাতি কোনো বিৰক্তিকৰ ভাব মুখলৈ নানি নীৰৱ সত্যাগ্ৰহী হৈ থিয় হৈয়ে থাকিল। অলপ কেইদিনমানৰ আগতে ভোগা অসুখৰপৰা তেখেত ভালকৈ সুস্থ হোৱাই নাছিল আৰু এইদৰে ঘণ্টাৰ পিচত ঘণ্টা ধৰি অলৰ-অচৰভাৱে থিয় হৈ থকাত আমি সকলো বৰ উদ্বিগ্ন হৈ পৰিছিলো, যদিও নিঃসহায়ভাৱে থকাৰ বাহিৰে আমাৰ উপায় নাছিল। তেখেতে পুলিচৰ সহায় ল'বও নিদিয়ে, মহিলাসকলকো একো নকয়, নবহেও। মহিলাসকলেও এনে জটিল পৰিস্থিতিত পৰিব লাগিব বুলি ভবা নাছিল আৰু তেখেতসকলহে যেন অপৰাধী, এনে এটা পৰিৱেশ উদ্ভৱ হোৱাত এই বিপুলকায়ৰ বিৰাট সত্যাগ্ৰহীৰ ওচৰত হাৰ মানি আঁতৰি যাব লগাত পৰে।

আমি এটা কথা শুনি আহিছিলো যে, আমগুৰি সমষ্টিৰপৰা বিধান-সভালৈ প্ৰতিদ্বন্দ্বিতা কৰোঁতে তেখেতে হেনো তেখেতৰ প্ৰতিদ্বন্দ্বীজনক টকা-পইচাৰে সহায় কৰিছিল। সেই প্ৰতিদ্বন্দ্বিতাত তেখেত পৰাজয় হ'ব লগা হৈছিল। মই এদিন তেখেতৰ ঘৰত হাঁহি হাঁহি এই কথাটো সুধিছিলো। তেখেতেও হাঁহি হাঁহি কৈছিল যে সহায় কৰাটো সঁচা; কিন্তু টকা-পইচা তেনেকৈ দিয়া নাছিল। তেখেতৰ বাহৰবিলাকত সিপক্ষৰ স্বেচ্ছাসেৱকসকলকো মাজে-সময়ে খুৱাব লগাত পৰিছিল আৰু তেখেতৰ প্ৰতিদ্বন্দ্বীৰ অনুৰোধত মাজে-সময়ে গাড়ী, জীপ আদিবো ব্যৱহাৰ কৰিব দিছিল। শেষত তেখেতে কৈছিল, বৰবৰাৰ বহুত গুণ আছে আৰু তেখেতক ব্যক্তিগতভাৱে শ্ৰদ্ধা আৰু মৰম কৰিছিল। এই কথাখিনি শুনি চলিহাদেৱৰ ব্যক্তিত্ব আৰু উদাৰতাৰ বাবে মোৰ মূৰ দোঁ খাইছিল। প্ৰতিদ্বন্দ্বী শত্ৰুৰ প্ৰতি এনে মৰম আৰু উদাৰতাৰ দৃষ্টান্ত বিৰল। এই উদাৰতাৰ সুযোগ লৈয়েই তেখেতক প্ৰতিদ্বন্দ্বিতাত পৰাভূত কৰা বুলি আকৌ আনৰপৰা শুনিছিলো।

ভাষা-আইন গ্ৰহণ কৰা সময়ত, অসমৰপৰা অবৈধ প্ৰৱেশকাৰী পাকিস্তানী বহিষ্কাৰ আদি জটিল সমস্যাবোৰৰ সমাধানত চলিহাদেৱৰ ৰাজনৈতিক বিচক্ষণতা, যুক্তিৰ অকাট্যতা আৰু সংকল্পৰ দৃঢ়তা পৰিলক্ষিত হৈছিল আৰু সকলো বিষয়ত

তেখেতৰ লগত সাময়িকভাৱে একমত হ'ব নোৱাৰি অসন্তুষ্টি বোধ কৰিলেও সামগ্ৰিক দৃষ্টিৰপৰা পিচত বুজিছিলো, তেখেতৰ চিন্তাধাৰাই শুদ্ধ আৰু আমাৰ দৃষ্টি একপাক্ষিক আৰু আবেগজড়িত।

চলিহাদেৱৰ প্ৰতি মোৰ অসীম শ্ৰদ্ধা আছিল। মই কোনোদিনেই কোনো ব্যক্তিগত অনুৰোধ কৰা নাছিলো আৰু অনুন্নত সমষ্টি এটাৰ প্ৰতিনিধি হিচাপে সমষ্টিটোৰ উন্নয়নমূলক কামত তেখেতৰ সহায় আৰু সমৰ্থন পাইছিলো।

অসমৰ দুৰ্ভাগ্য যে এইজন বিশিষ্ট ৰাজনৈতিক নেতাৰ অকালতে স্বাস্থ্য ভাগি পৰে আৰু স্বাস্থ্যজনিত কাৰণতেই তেখেতে সক্ৰিয় ৰাজনীতিৰপৰা অৱসৰ ল'ব লগাত পৰে। অত্যধিক শাৰীৰিক আৰু মানসিক পৰিশ্ৰম আৰু সমস্যাৰ জটিলতাই অন্তৰ্মুখী এই মহান ব্যক্তিজনৰ স্বাস্থ্য ভাঙি পেলায় আৰু অকালতে আমাক বিষাদিত কৰি স্বৰ্গগামী হয়।

অসমবাসীয়ে এই মহান নেতাজনক বহুকাললৈ শ্ৰদ্ধাৰে সুঁৱৰিব।

# শ্ৰদ্ধেয় চলিহাদেৱৰ সোঁৱৰণিত

**বিপিনপাল দাস**

স্বৰ্গীয় চলিহাদেৱৰ বিষয়ে নিৰপেক্ষভাৱে লিখা মোৰ কাৰণে বৰ সহজ নহয়। কাৰণ, তেখেতৰ পৰিয়ালৰ লগত থকা সম্বন্ধৰ বাহিৰেও ব্যক্তিগতভাৱে তেখেতৰ লগত মোৰ যিটো আবেগিক সম্বন্ধ গঢ়ি উঠিছিল সেইটোৱে তেখেতৰ কৰ্মজীৱন সম্বন্ধে মোৰ মতামতৰ ওপৰত এটা পক্ষপাতিতামূলক প্ৰভাৱ পেলোৱাটো সম্পূৰ্ণ স্বাভাৱিক। গতিকে এই প্ৰবন্ধত মই তেখেতৰ কৰ্ম-জীৱনৰ এটা বিশ্লেষণ দাঙি ধৰিব খোজা নাই। কেৱল মই জনা কেইটামান ঘটনাৰ কথা উল্লেখ কৰি তাৰ মাজেৰে চলিহাদেৱৰ জীৱন-দৰ্শন আৰু চৰিত্ৰৰ ওপৰত দৃষ্টিপাত কৰিবলৈকে চেষ্টা কৰিম।

আগতে আমি দুয়ো দুয়োকো দূৰৈৰপৰা জানিছিলো যদিও ১৯৪৬ চনৰ জুন মাহতহে চলিহাদেৱৰ লগত মোৰ প্ৰথম ব্যক্তিগত পৰিচয় ঘটে। সেইবাৰ শিৱসাগৰ জিলা ছাত্ৰ কংগ্ৰেছৰ বছৰেকীয়া অধিবেশন বহিছিল কালীপ্ৰসাদ স্মৃতি-ভৱনত। তালৈ মই গৈছিলো মূল সভাৰ সভাপতি হিচাপে আৰু চলিহা ডাঙৰীয়া আছিল অভ্যৰ্থনা সমিতিৰ সভাপতি। তেখেত আছিল সম্পূৰ্ণ গান্ধীবাদী আৰু গান্ধীজীৰ গঠনমূলক কৰ্মপন্থাৰ বাস্তৱ অভিজ্ঞতাৰে অনুপ্ৰাণিত এজন গভীৰ আদৰ্শবাদী। মই আছিলো সেই সময়ত মাৰ্ক্সবাদৰ দ্বাৰা অনুপ্ৰাণিত এজন বিদ্ৰোহী সমাজবাদী। গান্ধীজীৰ গণ-আন্দোলনৰ পন্থা আৰু সত্যাগ্ৰহৰ নীতিয়ে আৰু বিশেষকৈ বিয়াল্লিশৰ বিপ্লৱত তেখেতে দিয়া নেতৃত্বই গান্ধীজীৰ প্ৰতি আমাৰ মন বৰকৈ আকৰ্ষণ কৰিছিল যদিও গান্ধীজীৰ মূল দাৰ্শনিক তত্ত্বই আৰু গঠনমূলক কৰ্মপন্থাই আমাৰ মনত সেই সময়ত কোনো বিশেষ প্ৰভাৱ পেলাব পৰা নাছিল। গতিকে চলিহাদেৱৰ দৃষ্টিভঙ্গীৰ লগত মোৰ বহুত পাৰ্থক্য আছিল। তথাপি, কিয় জানো, সেই সভাতে চলিহাদেৱে মোৰ মনত এটা ছাব বহুৱাইছিল আৰু তেখেতৰ প্ৰতি স্বাভাৱিক-ভাৱে মোৰ শ্ৰদ্ধা উপজিছিল।

১৯৫৩ চনৰ অক্টোবৰ মাহত পি-এছ-পিৰ প্ৰতিনিধি দল এটা নগাপাহাৰলৈ

গৈছিল বিদ্ৰোহী নগা নেচনেল কাউন্সিলৰ আমন্ত্ৰণক্ৰমে। অসম পাৰ্টিৰ সম্পাদক হিচাপে ময়ো সেই দলত যোগ দিছিলো। আমাৰ আগে আগে কংগ্ৰেছৰ তৰফৰপৰা সেই সময়ৰ প্ৰাদেশিক কংগ্ৰেছ সভাপতি চলিহা ডাঙৰীয়ায়ো নগা নেচনেল কাউন্সিলৰ আলহী হিচাপে দুসপ্তাহকাল নগাপাহাৰত ভ্ৰমণ কৰি আহিছিল। আমাৰ ১৫ দিন জোৰা ভ্ৰমণত য'লৈকে গৈছিলো প্ৰত্যেক ঠাইতে নগাসকলে খোলাভাৱে প্ৰধানমন্ত্ৰী নেহৰু আৰু মুখ্যমন্ত্ৰী মেধিক তীব্ৰভাৱে সমালোচনা কৰিছিল। কিন্তু লগতে আমাক এইটোও কৈছিল যে চলিহাৰ নিচিনা এজন নেতা যদি ভাৰতৰ প্ৰধানমন্ত্ৰী হ'লহেঁতেন তেনেহ'লে তেওঁবিলাকে ভাৰতীয় মানুহক বিশ্বাস কৰিব পাৰিলেহেঁতেন আৰু তেতিয়া হয়তো তেওঁবিলাকে স্বাধীনতাৰ দাবীও প্ৰত্যাহাৰ কৰিলেহেঁতেন। সেই উগ্ৰপন্থী বিদ্ৰোহী নগাসকলৰ মুখত তেনে কথা শুনি আমি আচৰিত নোহোৱাকৈ থকা নাছিলো। আমাৰ বুজিবলৈ বাকী নাথাকিল যে চলিহা ডাঙৰীয়াই ব্যক্তিগতভাৱে নগাসকলৰ অন্তৰ জয় কৰি গৈছে।

আমি ঘূৰি অহাৰ পিচত চলিহা ডাঙৰীয়াই মোক মাতি পঠালে আৰু নগাপাহাৰত কি দেখিলো সুধিলে। মই খুব চমুকৈ নগা-আন্দোলনৰ ৰাজনৈতিক চৰিত্ৰ সম্বন্ধে এটা বিশ্লেষণ তেখেতৰ আগত দাঙি ধৰিলো। তেখেতে তেতিয়া ক'লে, "মই তোমাৰ লগত একেবাৰে একমত। কিন্তু মেধি ডাঙৰীয়াই মোৰ মতামত মানি লোৱা নাই। তুমিও এবাৰ তেখেতক লগ ধৰি অলপ ক'বা।" মই খুব আচৰিত হ'লো। তাতোকৈ বেছি আচৰিত হ'লো যেতিয়া তেখেতে ক'লে যে বল প্ৰয়োগৰ দ্বাৰা এই সমস্যা সমাধান নহ'ব আৰু চৰকাৰে হিংসাত্মক নীতি প্ৰত্যাহাৰ কৰা উচিত। বিদ্ৰোহী নগাসকলৰ বিৰুদ্ধে কংগ্ৰেছৰ প্ৰায়বিলাক নেতাৰে আৰু অসমীয়া মধ্যবিত্ত শ্ৰেণীৰো এটা অংশৰ উগ্ৰ আৰু ঠেক জাতীয়তাবাদী মনোভাবৰ পৰিবৰ্তে চলিহাদেৱৰ এনে এটা সম্পূৰ্ণ গণতান্ত্ৰিক, মানৱীয় আৰু ইতিহাস-সম্মত মতামত শুনাৰ পিচত তেখেতলৈ মোৰ শ্ৰদ্ধা বহুত বাঢ়ি গৈছিল। মই এইটোও অনুভৱ কৰিছিলো যে বৈজ্ঞানিক সমাজবাদত দীক্ষিত বুলি গৰ্ব কৰা আমাৰ নিচিনা বহুতো সমাজবাদী বা সাম্যবাদীতকৈ জনতাৰ অন্তৰৰ অনুভূতি উপলব্ধি কৰি তাৰ লগত নিজকে মিলাই দি এটা বহল গণতান্ত্ৰিক দৃষ্টিভঙ্গীৰে জনসাধাৰণৰ বিভিন্ন সমস্যা পৰীক্ষা কৰি চাব পৰা সূক্ষ্ম-জ্ঞান চলিহা ডাঙৰীয়াৰ বহুত বেছি আছিল। পিচত তেখেতক নগা-শান্তি মিছনৰ সদস্যৰূপে বাছি লৈ নগাসকলে তেখেতৰ

ভাৰতত যি গভীৰ আস্থা প্ৰকাশ কৰিলে তেখেতেও অক্লান্ত পৰিশ্ৰম কৰি নগাৰাজ্যত শান্তি স্থাপনত সহায় কৰি তাৰ যথোপযুক্ত প্ৰতিদান দিলে।

সেই সময়ত এই শান্তি মিছনৰ বিৰুদ্ধে ভাৰতৰ ৰাজনৈতিক মহলত বহুতো সমালোচনা হৈছিল। চলিহাদেৱে সেইবোৰলৈ অকণো ভ্ৰূক্ষেপ নকৰিছিল। কাৰণ, এই উত্তৰ-পূৰ অঞ্চলটোত শান্তি স্থাপন কৰি গোটেইটো অঞ্চলৰ ভৱিষ্যত নিৰাপত্তা আৰু অৰ্থনৈতিক বিকাশৰ পথ সুগম কৰাটো দেশৰ প্ৰতি তেখেতৰ এটা মুখ্য দায়িত্ব বুলি বিবেচনা কৰিছিল। কংগ্ৰেছৰ ভিতৰতো তেখেত কটু সমালোচনাৰ সন্মুখীন হৈছিল। আনকি কংগ্ৰেছ ৱৰ্কিং কমিটিৰ এখন সভাত শ্ৰীকৃষ্ণমেননে নগা শান্তি মিছনক অতি চোকা ভাষাত আক্ৰমণ কৰিছিল। কিছু সময় সেইবোৰ শুনাৰ পিচত চলিহা ডাঙৰীয়াই কৃষ্ণমেননক এনেকুৱা ধমক দিলে আৰু মেননৰ ইউৰোপীয় পাণ্ডিত্য আৰু ভাৰতীয় পৰিস্থিতিৰ বিষয়ে, বিশেষকৈ নগা-সমস্যাৰ বিষয়ে জ্ঞানশূন্যতাক উপলুঙা কৰি এনেকুৱা প্ৰতি-আক্ৰমণ আৰম্ভ কৰিলে যে নেহৰুৱে হস্তক্ষেপ কৰিবলৈ বাধ্য হ'ল আৰু মেনন ডাঙৰীয়াই সভাস্থলী ত্যাগ কৰিলে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে অকল কৃষ্ণমেননেই চলিহাদেৱৰ ধমকি খোৱা নাই। আন এটা বিষয়ত এবাৰ মোৰাৰজী দেশাইয়ো অৱস্থা বৰ কাহিল হৈ পৰিছিল। মই জনাত সেই সময়ত নেহৰু, ৰাধাকৃষ্ণণ আৰু জাকিৰ হুছেইনৰ বাহিৰে আন কোনো কেন্দ্ৰীয় নেতাই চলিহাৰ ওচৰত ছল নাপাইছিল। বৰঞ্চ বেচ ভয় কৰি চলিছিল। সেই সময়ৰ অসমৰ ৰাজ্যপাল বিষ্ণু সহায়ে হেনো দিল্লীৰ কেইজনমান নেতাক কৈছিল যে চলিহা অসমৰ নগা আৰু সেইবাবে তেখেতৰ লগত যেন সাৱধানে কথা-বতৰা কয়।

বিৰোধী দলবোৰৰ প্ৰতি চলিহা ডাঙৰীয়াৰ মনোভাব আছিল সম্পূৰ্ণ গণতান্ত্ৰিক আৰু মৌলিক প্ৰশ্নবোৰ তেখেতে সদায় দলীয় দৃষ্টিকোণৰপৰা নাচাই ৰাষ্ট্ৰীয় দৃষ্টিকোণৰপৰাহে পৰীক্ষা কৰি চাইছিল। ১৯৫৫ চনৰ আগভাগত মই দিল্লীত আছিলো, সৰ্বভাৰতীয় পি-এছ-পিৰ যুটীয়া সম্পাদক হিচাপে। সেই সময়ত চলিহা ডাঙৰীয়া আৰু দেৱকান্ত বৰুৱা দুয়ো লোকসভাৰ সদস্য। এদিন বৰুৱা ডাঙৰীয়াই মোক দুপৰীয়া খাবলৈ মাতিলে। গৈ দেখো, তেখেতৰ ঘৰত চলিহা ডাঙৰীয়াও বহি আছে। অসমৰ কথা আলোচনা হ'ল। মেধি চৰকাৰৰ ওপৰত দুয়ো খুব অসন্তুষ্ট। বৰুৱাই প্ৰস্তাৱ কৰিলে যে মেধি চৰকাৰক আঁতৰাব লাগে আৰু অসমত চলিহাৰ নেতৃত্বত কংগ্ৰেছ আৰু

পি-এছ-পিৰ এটা সম্মিলিত চৰকাৰ গঠন কৰিব লাগে। মেথিক মুখ্যমন্ত্ৰী হিচাপে ৰাখে নে নাৰাখে সেইটো কংগ্ৰেছৰ কথা। কিন্তু সম্মিলিত চৰকাৰৰ প্ৰস্তাৱ মই কোনোমতেই মানি ল'ব নোৱাৰিলোঁ। তেতিয়া চলিহা ডাঙৰীয়াই মাত লগালে, "পিচে ৰকবা, পি-এছ-পিয়ে চৰকাৰত যোগ দিলে বিধানসভাত বিৰোধীদল দুৰ্বল হ'ব। গণতন্ত্ৰৰ ফালৰপৰা সেইটো বৰ desirable নহ'ব বোধকৰো।" ১৯৫৭ চনৰ নিৰ্বাচনত চলিহা ডাঙৰীয়া প্ৰাৰ্থী হৈছিল বিধান-সভাৰ কাৰণে। তেখেতৰ মুখ্য প্ৰতিদ্বন্দ্বী আছিল বিপ্লৱী কমিউনিষ্ট নেতা শ্ৰীখগেন বৰবৰুৱা। বৰবৰুৱাই চলিহাদেৱক ধেমালিতে কৈছিল যে ধন-পইচাৰ ফালৰপৰা এনে এখন অসমান যুঁজ প্ৰকৃততে গণতান্ত্ৰিক হ'ব নোৱাৰে। চলিহা ডাঙৰীয়াই ইয়াৰ কি প্ৰত্যুত্তৰ দিলে সেইটো বৰবৰুৱা ডাঙৰীয়াৰ মুখৰপৰাই শুনিলে বেছি ভাল হ'ব। মধ্যযুগীয় বীৰসকলৰ নিচিনাকৈ নিৰস্ত্ৰ শত্ৰুৰ হাতত অস্ত্ৰ প্ৰদান কৰিহে যুঁজ কৰাটো উচিত হ'ব বুলি চলিহা ডাঙৰীয়াই ভাবিলে। যুঁজত তেখেতৰ পৰাজয় হ'ল, কিন্তু তাৰবাবে কোনো অনুতাপ হোৱা নাছিল। ১৯৫৯ চনত মই যেতিয়া ৰাজনীতিৰপৰা আঁতৰি আহিবলৈ সিদ্ধান্ত ললো, চলিহাদেৱে মোক কৈছিল, "আকৌ এবাৰ ভালকৈ ভাবি চোৱা। পিচত অনুতাপ আহিব পাৰে। তদুপৰি অসমৰ ৰাজনৈতিক ক্ষেত্ৰত মানুহ বৰ কম। তুমি কোন পাৰ্টিত থাকা সেইটো তোমাৰ কথা। মই সেই বিষয়ে একো নকওঁ। কিন্তু তোমালোকৰ নিচিনা মানুহ ৰাজনীতিত থকাটো বাঞ্ছনীয়।" মই আচৰিত হৈছিলো। তেতিয়া তেখেত অসমৰ মুখ্য-মন্ত্ৰী। ডেৰ বছৰ আগতে তেখেতে নিজেই হাজো উপ-নিৰ্বাচনত মোৰ বিৰুদ্ধে আৰু কংগ্ৰেছ প্ৰাৰ্থী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ সপক্ষে তীব্ৰভাৱে নিৰ্বাচনী অভিযান চলাইছিল। নিজৰ পাৰ্টিৰ প্ৰতি তেখেতৰ আনুগত্য আছিল দৃঢ় আৰু গভীৰ। কিন্তু গণতন্ত্ৰত যে আন আন পাৰ্টিৰো এটা আৱশ্যকতা আছে সেইকথা তেখেতে খুব ভালকৈ উপলব্ধি কৰিছিল। তদুপৰি মৌলিক বিষয়ত তেখেতে বোধকৰো নিজৰ পাৰ্টিতকৈ অসমৰ সামূহিক স্বাৰ্থৰ কথাহে খুব বেছিকৈ চিন্তা কৰিছিল।

১৯৬০ চনত যেতিয়া ৰাজ্যভাষাৰ প্ৰশ্নটোৱে অসমত এটা গম্ভীৰ আৰু জটিল পৰিস্থিতিৰ সৃষ্টি কৰিছিল আৰু ৰাজ্যভাষাৰ আইনখন কেনেকৈ ৰচনা কৰা হ'ব সেই বিষয়ে শ্বিলঙত বিভিন্ন দলৰ প্ৰতিনিধিসকলৰ লগত চলিহা-দেৱে বহুদিন ধৰি লানি নিছিগা আলোচনা চলাইছিল, সেই সময়ত মই

তেখেতৰ ঘৰতে আলহী আছিলো। তেখেতে মোক আইনখন একেবাৰে বিধানসভাত গৃহীত নোহোৱালৈকে শ্বিলঙতে থাকিবলৈ ক'লে আৰু মই তাত থাকি এই গোটেই ঘটনাটো নিচেই ওচৰৰপৰা চাবলৈ আৰু পৰ্দাৰ আঁৰৰ-পৰা এই বিষয়ে সামান্য অংশ গ্ৰহণ কৰিবলৈ সুবিধা পাইছিলো। ৰাজ্য-ভাষাৰ প্ৰশ্নটো সমাধানৰ বিষয়ত চলিহা ডাঙৰীয়াৰ মৌলিক দৃষ্টিভঙ্গী কি আছিল সেইটো সকলোৱে জানে। কিন্তু কথা হ'ল, আইনখনত সেই দৃষ্টিভঙ্গীক কেনেকৈ বাস্তৱ ৰূপ দিয়া যায়! কেবাদিনো আলোচনা চলাৰ পিচত এদিন দুপৰীয়া ভাত খাবলৈ বহোঁতে এজন মুখিয়াল কংগ্ৰেছী নেতাই হঠাৎ প্ৰস্তাৱ কৰিলে যে হিন্দীকে অসমৰ ৰাজ্যভাষা ঘোষণা কৰিব লাগে। মই তাৰ ঘোৰ বিৰোধিতা কৰিলোঁ। তেতিয়া তেখেতে ক'লে যে হিন্দী আৰু অসমীয়া দুয়োটাকে যুটীয়া ৰাজ্যভাষা কৰিব লাগে। মই তাৰো বিৰোধিতা কৰিলো। চলিহা ডাঙৰীয়াই একো মতা নাই। মই তেতিয়া পৰামৰ্শ দিলো যে অসমীয়া ৰাজ্যভাষা হ'বই লাগিব আৰু কাছাৰ আৰু পাহাৰী অঞ্চলকেইটাৰ সন্তুষ্টিৰ কাৰণে ইংৰাজীক দ্বিতীয় ৰাজ্যভাষা হিচাপে স্বীকাৰ কৰিলে এটা সমাধানৰ পথ ওলাব পাৰে। চলিহা ডাঙৰীয়াই তেতিয়াও একো নামাতিলে। দুদিন পিচত নিশা মোক অকলে পাই ক'লে যে অসমত অসমীয়াই একমাত্ৰ ৰাজ্যভাষা হ'ব লাগিব আৰু ৰাজ্যিক স্তৰত আন কোনো ভাষাক অসমীয়াৰ লগত সমান আসন দিব নোৱাৰি। কিন্তু সেইবুলি কাছাৰ আৰু পাহাৰী জিলাকেইখনৰ ওপৰত তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে অসমীয়া ভাষা জাপি দিয়াটো ন্যায়-সঙ্গত কথা নহ'ব। শেষত গৈ প্ৰায় সেই ভিত্তিতে আইনখন ৰচনা কৰা হ'লগৈ।

প্ৰথম তেল শোধনাগাৰৰ দাবী সম্বন্ধে শেষ আলোচনা কৰিবলৈ নেহৰুৱে এখন উচ্চপৰ্যায়ৰ সভা আহ্বান কৰিছিল। বিভিন্ন সংশ্লিষ্ট মন্ত্ৰী আৰু মন্ত্ৰণালয়ৰ বিষয়াসকলৰ উপৰিও সেই সভাত উপস্থিত আছিল প্ৰতিৰক্ষা বিভাগৰ প্ৰতিনিধিসকল। মই এই কথাটো শুনিছিলো কেন্দ্ৰীয় চৰকাৰৰ এজন উচ্চপদস্থ বিষয়াৰপৰা। কেইবাঘণ্টাও ধৰি আলোচনা হ'ল। অসম চৰকাৰৰ প্ৰতিনিধিসকলে ভাৰত চৰকাৰৰ বিষয়া আৰু বিশেষজ্ঞসকলৰ লগত বহুতো তৰ্ক-বিতৰ্ক কৰিলে। কিন্তু মুখ্যমন্ত্ৰী চলিহাই একো মতা নাছিল, কেৱল শুনি গৈ আছিল। শেহত যেতিয়া এই অঞ্চলটোৰ নিৰাপত্তা সম্বন্ধে সন্দেহ প্ৰকাশ কৰি প্ৰতিৰক্ষা বিভাগে দাঙি ধৰা যুক্তিৰ ওপৰত ভিত্তি কৰিয়েই শোধনাগাৰৰ দাবীটো অগ্ৰাহ্য কৰিবলৈ কেন্দ্ৰীয় বিষয়াসকলে শেষ

চেষ্টা চলালে, তেতিয়া হেনো চলিহা ডাঙৰীয়াই এইবুলি মাত লগালে, "Mr. Prime Minister, are we to understand that your Govt. do not propose to defend Assam in case of any external aggression?" নেহৰু হেনো জাঁপ মাৰি উঠিল আৰু ক'লে, "Why not? We must and we will. The question of security is no argument against the establishment of the refinery in Assam." (উদ্ধৃত কৰা কথাখিনি আনৰপৰা শুনা। গতিকে আখৰে আখৰে শুদ্ধ নহ'বও পাৰে।) তাৰ পিচত আৰু তৰ্ক নহ'ল। শোধনাগাৰৰ প্ৰস্তাৱ গৃহীত হ'ল।

১৯৬২ চনৰ ২০ নৱেম্বৰ তাৰিখে চীনা সৈন্যবাহিনী আগবাঢ়ি অহা বাবে তেজপুৰত যি পৰিকল্পিত অপসাৰণৰ আঁচনি কাৰ্যকৰী কৰা হৈছিল সেই বিষয়ে এখন দীঘলীয়া নিৰ্দেশনামা কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰপৰা পোনে পোনে তেজপুৰ পাইছিলহি। সেই নিৰ্দেশাৱলীৰ বিষয়ে অসমৰ মুখ্যমন্ত্ৰীৰ লগত আলোচনা হোৱা দূৰৰ কথা, তেখেতক সেই বিষয়ে আগতীয়াকৈ গমেই দিয়া হোৱা নাছিল। তাতোকৈ আচৰিত যে কেন্দ্ৰীয় গৃহমন্ত্ৰী শাস্ত্ৰীজীয়ে হেনো নিজেও সেই বিষয়ে আগতে একো গম পোৱা নাছিল। যেই হওক, ২১ নৱেম্বৰৰ দিনা বাতিপুৱা তেজপুৰত হোৱা ঘটনাৱলী আৰু তেনে পৰিস্থিতিত চৰকাৰৰ নীতি কি হোৱা উচিত সেই বিষয়ে শাস্ত্ৰীজী আৰু বিষ্ণু সহায়ৰ লগত চলিহা ডাঙৰীয়াৰ এটা অতি উত্তপ্ত তৰ্ক-বিতৰ্ক হয়। চলিহা ডাঙৰীয়াই অপসাৰণ নীতিৰ তীব্ৰ সমালোচনা কৰে। শাস্ত্ৰীজীয়ে আৰু ৰাজ্যপালে যেতিয়া ক'লে যে অন্ততঃ চৰকাৰী কৰ্মচাৰীসকলক শত্ৰুৰ হাতত পৰিবলৈ এৰি দিব নোৱাৰি, তেতিয়া চলিহা হেনো খঙত অলি-পকি উঠিল। তেখেতৰ কথা আছিল যে এনে পৰিস্থিতিত সৰ্বসাধাৰণ ৰাইজ আৰু চৰকাৰী বিষয়াসকলৰ কোনো প্ৰভেদ থাকিব নোৱাৰে। সমূহ ৰাইজক অপসাৰণ কৰা কথাটো এটা বলিয়ালি মাত্ৰ। ই এটা তেনেই অবাস্তৱ আৰু অৰ্থহীন প্ৰস্তাৱ। নিজে নিজে কোনোৱা যাব খুজিলে তেওঁবিলাকক তাৰ বাবে সুবিধা কৰি দিয়াটো এটা বেলেগ কথা। কিন্তু চৰকাৰৰ তৰফৰপৰা তেনে নীতি কাৰ্যকৰী কৰাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। আৰু ৰাইজ যদি থাকি যায়, তেনেহলে চৰকাৰী বিষয়াসকলে নিজৰ নিজৰ দায়িত্বত থাকিব লাগিব। তেখেতৰ এই যুক্তি কেন্দ্ৰীয় চৰকাৰৰ তৰফৰপৰা আৰু বিশেষকৈ অসমৰ ৰাজ্যপালে মানি ল'ব নোখোজাত চলিহা ডাঙৰীয়াই হেনো খঙত এইবুলি কৈছিল, "যদি

আপোনালোক আপোনালোকৰ বিষয়াসকলৰ কাৰণে ইমানেই চিন্তিত হৈ পৰিছে তেনেহলে এই আই. এ. এছ. আৰু আই. পি. এছ. বিষয়াসকলক ইয়াৰপৰা লৈ যাওক। মই আমাৰ মানুহেৰে অসমৰ প্ৰশাসন চলাম।" তাৰ পিচত দিল্লীলৈ গৈ প্ৰধানমন্ত্ৰীৰ আগতো চলিহাই সেই একে যুক্তিকে দাঙি ধৰে আৰু এই বিষয়ত এটা স্পষ্ট নীতি কেন্দ্ৰীয় চৰকাৰে সোনকালে গ্ৰহণ কৰিব লাগে বুলি নেহৰুক টানি অনুৰোধ কৰে। এই গোটেইখিনি চলিহা ডাঙৰীয়াই মোক নিজে কোৱা কথা। কিছুদিন পিচত হেনো সিদ্ধান্ত গ্ৰহণ কৰা হ'ল যে তেনে এটা পৰিস্থিতিত কেন্দ্ৰীয় চৰকাৰে বেসামৰিক নাগৰিক আৰু চৰকাৰী কৰ্মচাৰীসকলৰ কাৰণে কি ব্যৱস্থা কৰিব সেইটো সংশ্লিষ্ট মুখ্যমন্ত্ৰীৰ লগত আলোচনা কৰি তেওঁৰ সন্মতি সাপেক্ষেহে স্থিৰ কৰা হ'ব। সেইবাৰেই মই প্ৰথম চলিহা ডাঙৰীয়াৰ মুখত শুনিছিলো নেহৰুৰ বিৰূপ সমালোচনা। তেখেতে আপত্তি জনোৱা সত্বেও নগা পাহাৰক অসমৰপৰা কাটি নিয়াৰ পিচত নেহৰুৰ ওপৰত চলিহাদেৱৰ আস্থা কিছু কমিছিল। চীনা আক্ৰমণৰ পিচত সেই আস্থা প্ৰায়েই হেৰাই গৈছিল।

প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ লগতো প্ৰথম দুবছৰমান চলিহাদেৱৰ সম্বন্ধ বৰ ভাল হৈ থকা নাছিল। আন আন দুই-এটা কথাৰ উপৰিও প্ৰধানতঃ পৃথক পাৰ্বত্য ৰাজ্যৰ প্ৰশ্নটোকে লৈ তেখেতসকলৰ মাজত কিছু মনোমালিন্য ঘটিছিল। পিচত অৱশ্যে এটা বুজাবুজিৰ মাজেৰেই এই সমস্যা সমাধান হোৱাত তেওঁলোকৰ মাজৰ সম্বন্ধটো ক্ৰমান্বয়ে ভাললৈ আহিল। এটা কথা স্বীকাৰ কৰিব লাগিব যে মৌলিক বিষয়ত চলিহা ডাঙৰীয়া যেনেকৈ সদায় অচল-অটল আছিল, ঠিক তেনেকৈ এটা সমাধানৰ কাৰণে যিমানখিনি এৰা-ধৰা কৰিব লাগে, সিমানখিনি কৰিবলৈকো তেখেত সদায় প্ৰস্তুত আছিল। ধৈৰ্য আৰু দৃঢ়তাই আছিল চলিহাদেৱৰ চৰিত্ৰৰ বৈশিষ্ট্য। তাৰ লগতে বিপক্ষৰ মতামতৰ প্ৰতি তেখেতে সদায় যি শ্ৰদ্ধা দেখুৱাই আহিছিল আৰু কাৰো প্ৰতি যাতে অন্যায় কৰা নহয় সেই বিষয়ে তেখেতে যিখিনি সতৰ্কতা অৱলম্বন কৰিছিল, তাৰ দ্বাৰাই মতৰ অমিল হ'লেও তেখেতে অতি সহজে আনৰ লগত মনৰ মিল গঢ়ি তুলিব পাৰিছিল। আনহাতে শ্ৰীমতী গান্ধীয়েও চলিহাদেৱৰ ব্যক্তিত্ব, সাধুতা, দেশপ্ৰেম, ৰাজনৈতিক দক্ষতা আৰু জীৱনৰ উচ্চ মানদণ্ডৰ প্ৰতি যথেষ্ট শ্ৰদ্ধা দেখুৱাইছিল। তাৰেই চিন স্বৰূপে যোৱা লোকতান্ত্ৰিক দিৱসত তেখেতক পদ্মবিভূষণ উপাধিৰে অলঙ্কৃত কৰিছিল।

যোৱা ৰাষ্ট্ৰপতি নিৰ্বাচনত যদিও দলীয় শৃংখলাৰ খাতিৰত চলিহা ডাঙৰীয়াই পিচত শ্ৰীৰেড্ডিৰ সপক্ষে ভোটদান কৰিছিল, প্ৰধানমন্ত্ৰীৰ লগত চিণ্ডিকেটৰ মতভেদ হোৱাৰ সময়ত তেখেতে এদিন মোক কৈছিল, "এওঁ-বিলাকেনো কিয় গিৰিক nomination নিদিলে মই একো বুজিব নোৱাৰিলো। মিছা-মিছিকৈ এখন গোলমালহে সৃষ্টি কৰিলে।" ১৯৬৯ চনৰ অক্টোবৰ মাহত যেতিয়া কংগ্ৰেছ ৱৰ্কিং কমিটি দুভাগ হৈ কংগ্ৰেছৰ মাজত বিভাজনৰ সূত্ৰপাত হয়, সেই সময়ত ঘটনাক্ৰমে ময়ো দিল্লীত উপস্থিত আছিলো। চলিহা ডাঙৰীয়াই দুই পক্ষৰ মাজত মকামিলা কৰিবলৈ যি চেষ্টা কৰিছিল তাক সকলোৱে জানে। সেই সময়তে এদিন তেখেতে দুপৰীয়া খাই-বৈ উঠি জিৰণি লৈ থকা অৱস্থাত মই তেখেতৰ অসম ভৱনৰ কোঠালীটোলৈ সোমাই গলো। মোক দেখিয়েই তেখেতে আচৰিত হৈ ক'লে, "মই যেতিয়াই এটা জটিল সমস্যাৰ সমুখীন হওঁ তেতিয়াই তোমাক ওচৰত পাওঁ।" এইবুলি তেতিয়ালৈকে কি কি হ'ল আৰু কংগ্ৰেছক যে বিভাজনৰপৰা ৰক্ষা কৰাটো টান হ'ব সেই কথা মোক সংক্ষেপে ক'লে। তাৰ পিচত মোক সুধিলে, "তুমি বাৰু এই বিষয়ে কি ভাবা? আমি এতিয়া কি কৰাটো উচিত হ'ব?" মই ক'লো, "ৰাষ্ট্ৰপতি নিৰ্বাচনৰ সময়ৰপৰাই মই মানসিকভাৱে pro-Indira হৈ আছো। গতিকে মোৰ মতামত একেবাৰে নিৰপেক্ষ নহ'ব পাৰে। তথাপি মই তিনিটা কথা আপোনাক কওঁ আৰু আপুনি ভাবি-চিন্তি যিটো পক্ষক সমৰ্থন দিয়াটো উচিত বুলি ভাবে তাকে কৰিব। প্ৰথমতে, যোৱা কেইমাহত মই অসমৰ কলেজসমূহ পৰিদৰ্শন কৰিবলৈ যাওঁতে দেখিলো যে ডেকা শিক্ষকসকলৰ মনত আৰু আনকি কিছুমান ছাত্ৰৰ মনতো ইন্দিৰা গান্ধীয়ে এটা ছাব বহুৱাইছে। তেওঁবিলাকৰ এটা ধাৰণা হৈছে যে ইন্দিৰা গান্ধীয়ে দেশখনক আগবঢ়াই লৈ যাবলৈ কিবা এটা নিশ্চয় কৰিব। এইকেইদিন দিল্লীত থাকি সেই একে কথাকে অনুভৱ কৰিছো। ইয়াত নিম্নশ্ৰেণীৰ মানুহৰ মুখত খুব ইন্দিৰাৰ প্ৰশংসা শুনিছো। দ্বিতীয়তে, বৰ্তমান অৱস্থাৰপৰা কংগ্ৰেছক উদ্ধাৰ কৰি পুনৰ জীৱন দিবলৈ হ'লে সেই কাম ইন্দিৰা গান্ধীয়েহে কৰিব পাৰিব। সিটো পক্ষৰ নেতাসকলৰ দিন আৰু গ'ল। তেওঁলোকৰ এতিয়া আৰু কোনো organising capacity নাই আৰু দেশৰ সৰ্বসাধাৰণ ৰাইজক তেওঁবিলাকে কোনোমতেই inspire কৰিব নোৱাৰে। আৰু তৃতীয়তে, মোৰ গভীৰ বিশ্বাস হৈছে যে ইন্দিৰা গান্ধী সংখ্যালঘু সম্প্ৰদায়সমূহৰ, অনুসূচীত আৰু পিচপৰা সম্প্ৰদায়বোৰৰ

গভীৰ আস্থাৰ ভাজন হৈ পৰিছে। চিণ্ডিকেট-পন্থীসকলক এই সম্প্ৰদায়বোৰে কেতিয়াও সমৰ্থন নকৰে। এই কথাটো অসমৰ কাৰণে আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু seriously মন কৰিবলগীয়া কথা।" কিছু সময় তলমূৰকৈ ভাবি থাকি চলিহা ডাঙৰীয়াই ক'লে, "মই নিজলিঙ্গাপ্পাইতক এটা কথাত বৰ বেয়া পালো। তেওঁবিলাকে unity প্ৰস্তাৱ মানি লোৱাৰ পিচত হঠাৎ এতিয়া কথকদ্দিন আৰু সুব্ৰমনিয়মক ৰ্কিং কমিটিৰপৰা কিয় drop কৰিলে? এইটো বৰ অন্যায় আৰু immoral হৈছে বুলি মই ভাবো। আনহাতে প্ৰধানমন্ত্ৰীৰ sincerity সম্বন্ধে মোৰ আৰু কোনো সন্দেহ নাই। তেখেতে আচলতে split বিচৰা নাই আৰু আন আন দলৰ সমৰ্থনৰ ওপৰত নিৰ্ভৰ কৰি চৰকাৰ চলাবলগীয়া অৱস্থালৈ যাব খোজা নাই। নিজলিঙ্গাপ্পাইতে কিন্তু split কৰাবলৈ determined যেন লাগিছে।" আৰু একো নক'লে। প্ৰধানমন্ত্ৰীৰ বাসভৱনলৈ যাবলৈ ওলাল। নিশা তেখেত ঘূৰি অহাৰ পিচত মই যেতিয়া আকৌ দেখা কৰিলো তেতিয়া মোক ক'লে, "মই সকলো কথা ভাবি-চিন্তি চালো। আমি অন্ততঃ অসমৰ স্বাৰ্থৰ কাৰণেই Prime Ministerক সমৰ্থন দিব লাগিব।" তেনেহ'লে অসম কংগ্ৰেছত split নহ'ব নেকি বুলি সোধা প্ৰশ্নৰ উত্তৰত চলিহাদেৱে কৈছিল, "ক'ব নোৱাৰি। দুই-এজনতো সিটো পক্ষৰ লগত আছেই।" পিচদিনা অশোক মেহতাৰ লগত দেখা হোৱাত মই অশোকক ক'লো, "You have lost Assam"।

ইতিমধ্যে চলিহা ডাঙৰীয়াৰ স্বাস্থ্য বেছি বেয়াৰফালে ঢাল ল'লে। পাৰ্লিয়ামেণ্টৰ বৰ্ষাকালীন অধিবেশনলৈ যোৱাৰ আগতে মই তেখেতৰ স্বাস্থ্যৰ খবৰ ল'বলৈ শ্বিলঙলৈ গৈছিলো। তেখেতে মোক ক'লে, "মোৰ স্বাস্থ্য আৰু ভাল নহয়। গতিকে মই এইদৰে থকাটো ঠিক হোৱা নাই। মইতো ইস্তফা দিছিলোৱেই। High Command-এ জোৰ কৰাতহে মই উঠাই ল'বলৈ মান্তি হ'লো। পিচে সেইটো বোধকৰো বৰ ভাল কথা নহ'ল। এইটো স্বাস্থ্য লৈ এনে এটা দায়িত্বৰ ভাৰ বহন কৰি থকাটো উচিত হোৱা নাই। আনহাতে তুমিতো আমাৰ সমস্যাবোৰ জানাই। এইবোৰ বিষয়ত মোক পৰামৰ্শ দিওঁতা কোনো নাই। তুমিয়েই ভাবি-চিন্তি মোক এটা পৰামৰ্শ দিয়া।" তেখেতৰ স্বাস্থ্যৰ কাৰণেই তেখেতে সোনকালে মুখ্যমন্ত্ৰীৰ দায়িত্ব এৰি দিয়াটো বাঞ্ছনীয় হ'ব বুলি কৈ তেখেত অলপ ভাল হৈ উঠিলেহে মই আকৌ এবাৰ আহি আটাইবোৰ কথা বহলাই আলোচনা কৰিম বুলি ক'লো। তেতিয়া

তেখেতে মোক খুলমুলকৈ সমস্যাবোৰৰ এটা আভাস দিলে আৰু পাৰ্লিয়ামেণ্ট চলি থকা অৱস্থাতে মাজতে এবাৰ আহি যাবলৈ ক'লে।

সেইবাৰ দিল্লীলৈ গৈ যেতিয়া প্ৰধানমন্ত্ৰীৰ লগত মোৰ সাক্ষাৎ হ'ল, তেখেতে চলিহাদেৱৰ স্বাস্থ্যৰ কথা সুধিলে। মই প্ৰকৃত অৱস্থাটো বুজাই দি প্ৰধানমন্ত্ৰীক ক'লো যে চলিহাদেৱক ইস্তফা দিবলৈ অনুমতি নিদি মানুহজনৰ প্ৰতি আৰু অসমৰ প্ৰশাসনৰ প্ৰতি তেখেতসকলে অন্যায় কৰিছে। চলিহা ডাঙৰীয়াই মুখ্যমন্ত্ৰীৰ বাব এৰি দিলে অসমত কি পৰিস্থিতিয়ে দেখা দিব পাৰে সেই বিষয়ে প্ৰধানমন্ত্ৰী বৰ চিন্তিত হোৱা যেন লাগিল। সেই প্ৰসঙ্গত প্ৰধানমন্ত্ৰীৰ লগত মোৰ ভালেখিনি আলোচনা হ'ল আৰু সেই আলোচনাৰ মাজেদিয়েই সমস্যাটোৰ সমাধানৰ এটা পথ ওলাই পৰিল। এই বিষয়ে বহলাই লিখাটো এই প্ৰবন্ধত বোধকৰো প্ৰাসঙ্গিক নহ'ব। মই ১৫ আগষ্ট তাৰিখে শ্বিলং পালোগৈ আৰু ১৬ আগষ্ট তাৰিখে ৰাতিপুৱা চলিহা ডাঙৰীয়াৰ লগত সকলোবোৰ কথা খৰচি মাৰি আলোচনা কৰিলো। প্ৰধানমন্ত্ৰীৰ লগত হোৱা কথাখিনিও তেখেতক ক'লো। ৰাজনৈতিক প্ৰশ্নটোৰ এটা সমাধানৰ পথ ওলোৱা বাবে তেখেতে সন্তোষ প্ৰকাশ কৰিলে। আলোচনাৰ অন্তত তেখেতে ইস্তফা দিয়াটো একেবাৰে খাটাং হ'ল। কিন্তু মই আৰু ছমাহমান অপেক্ষা কৰিবলৈ ক'লো, যাতে তেখেতে শ্বিলঙৰপৰা নামি যাব পৰাকৈ আৰোগ্য লাভ কৰিব পাৰে আৰু ইতিমধ্যে নতুন মন্ত্ৰীসভা গঠনৰ বিষয়ে কথাবোৰ একেবাৰে চিকিল হৈ যায়। এইমতে চলিহা ডাঙৰীয়াই অক্টোবৰৰ তৃতীয় সপ্তাহমানতহে ইস্তফা দিয়াৰ কথা আছিল। কিন্তু ইতিমধ্যে বিধান-সভাৰ অধিবেশন নৱেম্বৰৰ প্ৰথম সপ্তাহতে আহ্বান কৰা বাবে তেখেতে অক্টোবৰৰ ৫ তাৰিখেই কংগ্ৰেছ সভাপতিলৈ তেখেতৰ ইস্তফা-পত্ৰ পঠিয়ালে, যাতে সময়মতে নতুন মন্ত্ৰীসভা গঠিত হৈ কাৰ্যভাৰ গ্ৰহণ কৰাত কোনো অসুবিধা নহয়।

শ্বিলঙৰ Rock Side নামৰ ঘৰটোলৈ আগতেও বহুত মানুহ গৈছিল— ৰাজ্যপাল আৰু মন্ত্ৰীসকলৰপৰা আৰম্ভ কৰি চৰকাৰী বিষয়া আৰু সৰ্বসাধাৰণ নাগৰিকলৈ। সেইসকল গৈছিল, হয় ৰাজনৈতিক নাইবা প্ৰশাসনীয় বিষয় আলোচনা কৰিবলৈ অথবা অভাৱ-অভিযোগৰ আবেদন দাখিল কৰিবলৈ। ২৫ ফেব্ৰুৱাৰী তাৰিখেও গৈছিল। ৰাতিপুৱা ৬-৩০ মান বজাৰপৰা আবেলি ৪ বজালৈকে লানি নিছিগা মানুহৰ সোঁত বৈছিল। শৃঙ্খলাবদ্ধভাৱে শাৰী

পাতি পাতি মানুহ একালৰপৰা সোমাই গৈ আছিল ভিতৰৰ শোৱা কোঠালী-টোলৈ। আগতে দুই-এজন উচ্চ থাপৰ নেতা নাইবা private secretary নাইবা আপোন মানুহৰ বাহিৰে মুখ্যমন্ত্ৰীৰ সেই শোৱা কোঠালীত আন কোনো কেতিয়াও নোসোমায়। এইবাৰ কিন্তু সকলোৰে কাৰণে দুৱাৰ খোলা। এইবাৰ মানুহ আহিছিল মুখ্যমন্ত্ৰীক দেখা কৰিবলৈ নহয়, বিমলাপ্ৰসাদ চলিহাক শেষবাৰৰ কাৰণে এবাৰ চাই যাবলৈ। সেই একেখন বিচনাতে শুই আছিল বিমলাপ্ৰসাদ চলিহা। দিনটো কাম কৰি অলপ বিশ্ৰাম ল'বলৈ শুই থকা মুখ্যমন্ত্ৰী নহয়, গোটেই জীৱনৰ অক্লান্ত পৰিশ্ৰমৰ অন্তত চিৰনিদ্ৰাত শেষ বিশ্ৰাম লাভ কৰা চলিহাদেৱৰ নশ্বৰ দেহা। এইবাৰ মানুহ আহিছিল হাতত আবেদন-পত্ৰ লৈ নহয়, অন্তৰত গধুৰ শোকৰ বোজা কঢ়িয়াই; নিজৰ নিজৰ জীৱনৰ সাংসাৰিক অভাৱৰ কথা ব্যক্ত কৰিবলৈ নহয়, গহীন নিস্তব্ধতাৰ মাজেৰে প্ৰকাশ কৰিবলৈ মাত্ৰ এটা অপূৰণীয় অভাৱ। তেওঁবিলাকৰ আটাইতকৈ বিশ্বাস-ভাজন এজন বন্ধুৰ বিয়োগত তেওঁবিলাক যেন হৈ পৰিছে সম্পূৰ্ণ আশ্ৰয়হীন, একেবাৰে অকলশৰীয়া।

কিন্তু এই মানুহবোৰ কোন? ৰাজ্যপাল, মুখ্যমন্ত্ৰী, মুখ্যন্যায়াধীশ আদি নেতাসকলক, সৰু-বৰ চৰকাৰী বিষয়াসকলক নাইবা আন আন বিশিষ্ট নাগৰিক-সকলক বাৰু বহুতেই চিনি পায়। কিন্তু বাকী সেই অগণন জনতাকতো কোনেও চিনি নাপায়! হয়তো এইসকলৰ শতকৰা নব্বৈ ভাগেই আগতে কেতিয়াও মুখ্যমন্ত্ৰীৰ বাস-ভৱন দেখাই নাই। তেওঁলোকৰ মুখৰ আকৃতি, গাৰ পোছাক-পৰিচ্ছদ আছিল বিভিন্ন ধৰণৰ। বিভিন্ন ভাষাৰ, বিভিন্ন ধৰ্মৰ বিভিন্ন সম্প্ৰদায়ৰ আৰু বিভিন্ন শ্ৰেণীৰ ই আছিল এটা অপূৰ্ব জন-সমাবেশ। সেই দৃশ্য দেখি মোৰ মনত মাত্ৰ এটা প্ৰশ্নই জাগিছিল—এই মানুহবোৰৰ লগত বাৰু চলিহা ডাঙৰীয়াই কি গুপুত সম্বন্ধ স্থাপন কৰিছিল? হয়তো এওঁবিলাকৰ বেছি ভাগৰে লগত তেখেতৰ মুখৰ চিনাকিও নাছিল। কিন্তু উভয়ৰ মাজত যেন কিবা এটা গভীৰ পৰিচয় ঘটিছিল, এডাল অদৃশ্য জৰীয়ে যেন এই অগণন জনতাৰ অন্তৰৰ লগত চলিহাদেৱৰ অন্তৰখন বান্ধি পেলাইছিল।

চলিহাদেৱৰ শেষ যাত্ৰা আৰম্ভ হ'ল আবেলি ৪-৩০ বজাত আৰু ৬ মাইল বাট বগাই যাওঁতে লাগিল প্ৰায় ৪ ঘণ্টা সময়। গোটেই পথটোৰ দুয়োকাষে মানুহ আৰু মানুহ। যেনিয়েই চকু যায় কেৱল মানুহ—আলিবাটৰ কাষত,

ঘৰৰ চালৰ ওপৰত, ঘৰৰ ওপৰত, খিৰিকীৰ কাষত, ঘৰৰ বাৰাণ্ডাত, ক'তো যেন এক ইঞ্চিও খালী ঠাই নাই। মুনিহ-তিৰোতা, ল'ৰা-ছোৱালীৰ এটা বিৰাট নিস্তব্ধ জনপিণ্ড; কোনোৱে চকুলো টুকিছে, কোনোৱে দূৰৰপৰা সেৱা জনাইছে, কোনোৱে ফুল ছটিয়াইছে, কোনোৱে মাল্য প্ৰদান কৰিছে। যেন খিলং চহৰৰ আধা মানুহ গুলাই আহি হয় শোভা-যাত্ৰাত যোগ দিছে, নহয় আলিৰ দাঁতিত থিয় দি মৃতকৰ প্ৰতি শেষ শ্ৰদ্ধা আগবঢ়াইছে। পুলিচ বজাৰৰ চাৰিআলিৰ চাৰিওকালে আৰু বৰবজাৰ অঞ্চলত যি দৃশ্য হৈছিল তাক দেখা সকলে পাহৰিব নোৱাৰিব। শেষৰ ভোখৰ বাটত সাধাৰণ খাচী পৰিয়ালবোৰে আলিৰ দুয়োকাষে কলপুলি পুতি মৃতকৰ প্ৰতি যি বিশেষ সন্মান দেখুৱালে সেইটো আছিল আমাৰ কাৰণে এটা নতুন অভিজ্ঞতা। শৱ-যাত্ৰা গৈ পোৱাৰ আগতেই শ্মশান-থলি ভৰি পৰিছিল এটা বিৰাট জনতাৰ সমাগমেৰে। শৱ-যাত্ৰা আৰু শৱ-দাহ কাৰ্য সম্পন্ন কৰা হৈছিল ৰাষ্ট্ৰীয় সন্মানেৰে। কিন্তু জনতাৰ স্বতঃস্ফূৰ্ত আবেগ আৰু মৃতকৰ প্ৰতি দেখুউৱা হিয়াভৰা মৰম-শ্ৰদ্ধাৰ সন্মুখত চৰকাৰী আড়ম্বৰ হৈ পৰিছিল একেবাৰে ম্লান। ভাষা, ধৰ্ম, সম্প্ৰদায় নিৰ্বিশেষে প্ৰত্যেকেই যেন সেইদিনা দাবী কৰিছিল—"সেইজন আমাৰ মানুহ। আমিহে তেখেতৰ অন্ত্যেষ্টিক্ৰিয়া সম্পাদন কৰিম।"

শ্মশানৰপৰা উভতি আহোঁতে বাটত এটা কথা উপলব্ধি কৰিলো। আমি মিছাকৈ চলিহাদেৱক আমাৰ কিছুমানৰ আপোন মানুহ বুলি ভাবি আছিলো। দৰাচলতে তেখেত ইতিমধ্যে তলে তলে বেছি আপোন হৈ পৰিছিল সেই অগণন অপৰিচিত জনতাৰ। কিন্তু কিয়? কেনেকৈ? চলিহা ডাঙৰীয়াতো কোনো ধৰ্মগুৰু নাছিল। তেখেততো কোনো ডাঙৰ পণ্ডিত নাছিল। তেখেতে এই সৰ্বসাধাৰণ ৰাইজৰ দুখ-দুৰ্গতি নিবাৰণৰ কাৰণেনো কি এনেকুৱা ডাঙৰ কাম কৰি গ'ল? অসমৰ ঐক্য, সংহতি নাইবা ৰাজনৈতিক স্থিৰতাৰ কথা এইবিলাক মানুহে জানো কিবা বুজি পায়? শোভাযাত্ৰাত গৈ থাকোঁতে কোনোবা এজনে যেন কোৱা শুনিছিলো—"এজন কিন্তু মানুহ আছিল দেই। মন্ত্ৰী, গৱৰ্ণৰ বহুত আছে আৰু বহুত ওলাব। কিন্তু এনে এজন মানুহ অসমত কিয় গোটেই ভাৰততে সোনকালে আৰু নোলাব।" আৰু এটা কথা আজি মনত পৰিছে। এইটো মোৰ বন্ধু কমিউনিষ্ট নেতা শ্ৰীঅৰবিন্দ ঘোষ ডাঙৰীয়াই মোক কোৱা কথা। তেখেতসকলে এটা কৃষকৰ সমদল খিলঙলৈ লৈ গৈছিল। মুখ্যমন্ত্ৰী চলিহাৰ লগত সাক্ষাৎ

হোৱাৰ পিচত যেতিয়া সমদলটো ঘূৰি আছে তেতিয়া হেনো তাৰ দুজনমান কৃষকে ঘোষ ভাণ্ডৰীয়াক ক'লে—"এনে ঈশ্বৰহেন এজন মানুহৰ বিৰুদ্ধে আপোনালোকে বাৰু কিয় মিছাকৈ যুঁজ কৰে? নাপায় দেই। পাপ লাগিব। আগলৈ আমি আৰু এইজনৰ বিৰুদ্ধে কোনো আন্দোলনত যোগ নিদিয়।" শ্ৰেণী সংঘৰ্ষত বিশ্বাস কৰা মাৰ্ক্সবাদী ঘোষ ভাণ্ডৰীয়া তেনেই হতভম্ব হৈ পৰিল।

# বিমলাপ্ৰসাদ চলিহা

**বিজয়চন্দ্ৰ ভাগৱতী**

উপাখ্যান আছে যে পুৰাকালত কোনো ৰজাৰ অন্তৰঙ্গ বন্ধু এজনৰ প্ৰবল আকাঙ্ক্ষা পূৰণৰ উদ্দেশ্যে এদিন ৰজাই সেই বন্ধুজনক ৰাজসিংহাসনত বহিবলৈ সুযোগ দিছিল। বন্ধুজনে সিংহাসনত বহিয়েই ওপৰলৈ চাওঁতেই দেখিলে যে তেওঁৰ মূৰৰ ওপৰত চুলি এডালেৰে বন্ধা কেবামোনো ওজনৰ এখন চকচকীয়া বলিকটা দা ওলমি আছে। বন্ধুজনে সিংহাসনত বহি উচপিচাবলৈ ধৰিলে। তেওঁ বুজিলে যে সিংহাসনত বহাটো বৰ আৰামৰ কথা নহয়। আমোদ-প্ৰমোদত মতলীয়া হৈ থকা বিবেকশূন্য ৰজাৰ কথা বেলেগ। ৰাজতন্ত্ৰৰ যুগতো ধাৰ্মিক ৰজাৰ কাৰণে ৰাজত্ব সম্ভোগৰ কথা নাছিল। শাসনৰ গধুৰ দায়িত্বই তেওঁক ভাৰাক্ৰান্ত কৰি ৰাখিছিল। সন্দেহ নাই যে গণতন্ত্ৰত শাসন-কাৰ্য তাতোকৈ বহুত দিশৰপৰা কঠিন আৰু জটিল। স্বৰ্গীয় বিমলাপ্ৰসাদ চলিহাই বাৰ বছৰৰো ওপৰ কাল সুখ্যাতিৰে অসমৰ শাসনৰ গুৰি ধৰি ৰখাটো নিশ্চয় বিশেষ এটা কৃতিত্বৰ কথা। সময়ত ইতিহাসৰ ছাত্ৰই তেখেতৰ শাসন-কালৰ জমা-খৰচ উলিয়াব। আমাৰ বিশ্বাস যে চলিহা ইতিহাসৰ বিচাৰত এজন সুদক্ষ শাসক আৰু জননায়ক বুলি পৰিগণিত হ'ব।

সাধাৰণতে ভৱামতে যশ, ধন আৰু ক্ষমতা—এই তিনিটা কথাৰ মাদকতা আছে। কচি অনুসৰি এই তিনিটা কথাৰ পিচত মানুহ দৌৰে। কিন্তু ইয়াৰ প্ৰতিটোৰ সম্পূৰ্ণ বেলেগ দুটাকৈ দিশ আছে। তামসিক আৰু সাত্বিক গুণ বাহিৰৰ লক্ষণৰপৰা একে যেন লাগিব। কিন্তু দুয়োটা সম্পূৰ্ণ বিপৰীত গুণ। সেইদৰে যেতিয়া যশ, ধন আৰু ক্ষমতা নিজৰ দম্ভপ্ৰকাশৰ বা লম্ফ-জম্ফ কৰাৰ কাৰণে অথবা ব্যক্তিগত লালসা চৰিতাৰ্থ কৰিবলৈ বা আত্ম-প্ৰতিষ্ঠাৰ কামত লগোৱা যায়, তেতিয়া তাৰ প্ৰকৃতি হয় একধৰণৰ। সি হয় স্থূল আৰু নিম্নগামী। কিন্তু যেতিয়া নিজে তাৰ নাগপাশৰপৰা মুক্ত থাকি, সেইকেইটা কথাকে জনসাধাৰণৰ কল্যাণৰ কাৰণে কামত লগোৱা হয়, তেতিয়া সি হয় মহিমামণ্ডিত, সংস্কৃতিসম্পন্ন আৰু উৰ্ধ্বগামী।

ক্ষমতা যে কেনেকৈ সেৱাধৰ্মী হ'ব পাৰে, তাৰে এটা মহান দৃষ্টান্ত তেওঁৰ জীৱনৰ মাজেদি দাঙি ধৰিছিল স্বৰ্গীয় বিমলাপ্ৰসাদ চলিহাদেৱে। সুদীৰ্ঘ বাৰ বছৰবো ওপৰ কাল অসমৰ মুখ্যমন্ত্ৰী হিচাপে অপ্ৰতিদ্বন্দ্বীভাৱে ক্ষমতাত অধিষ্ঠিত থাকিও তেখেতে কেতিয়াও কোনো মানুহকে তেওঁৰ কথা-বতৰা বা আচৰণেৰে এইটো অনুভৱ কৰিবলৈ দিয়া নাছিল যে তেওঁ এজন শাসনকৰ্তা। মই জনামতে সকলোৱেই শ্ৰীচলিহাৰ ওচৰৰপৰা এনে এটা সন্তুষ্টিৰ ভাৱকে লৈ উভতিছিল যে তেওঁলোকে এজন দেশ আৰু ৰাইজৰ কাৰণে আত্মোৎসৰ্গ কৰা লোকক সাক্ষাৎ কৰিবলৈ সুযোগ পালে।

ৰাজনীতিক-জীৱন ক্ষুৰৰ সাঁকোত বগোৱাৰ দৰে। বিশেষকৈ যিসকল ৰাজনীতিক শাসনৰ গাদীত বহে, তেওঁলোকৰ ওপৰত অকল বিৰোধী ৰাজনৈতিক দলৰপৰাইহে যে আক্ৰমণ হ'ব পাৰে এনে নহয়; নিজৰ দলৰ ভিতৰৰপৰাও আক্ৰমণ হ'ব পাৰে। ৰাজনীতিৰ নানা মেৰপেচত, ঘাত-প্ৰতিঘাতত, যুক্তিসঙ্গত কাৰণ থাকিলেতো কথাই নাই, তেনে কাৰণ নাথাকিলেও ৰাজনীতিকসকলৰ নামত কেতিয়াবা জয়ধ্বনি, কেতিয়াবা 'মুৰ্দাবাদ' ধ্বনি হয়। তেওঁলোকে কেতিয়াবা ফুলৰ মালা পিন্ধিবলৈ পায়, কেতিয়াবা নানা লাঞ্ছনা-গঞ্জনা সহ্য কৰিবলগীয়া হয় বা তাতোকৈ বেয়া অৱস্থাত পৰে।

বিমলাপ্ৰসাদ চলিহাৰ ৰাজনৈতিক জীৱনৰ বিশেষত্ব আছিল এয়ে যে তেওঁ ৰাজনৈতিক দলনিৰপেক্ষ হিচাপে সকলোৰেপৰা সদায় সমভাৱে শ্ৰদ্ধা পাব পাৰিছিল। কোনো অৱস্থাতে ইয়াৰ ব্যতিক্ৰম হোৱা নাছিল। তেওঁৰ ৰাজহুৱা জীৱনৰ কৃতকাৰ্যতা ইয়াতে আছিল যে অসমৰ পাহাৰ আৰু ভৈয়ামৰ বিভিন্ন ধৰ্মাৱলম্বী, বিভিন্ন ভাষা-ভাষী, গোষ্ঠী-বৰ্ণৰ মানুহে চলিহাক তেওঁ-লোকৰ আশা-আকাঙ্ক্ষাৰ প্ৰতি সহানুভূতিশীল বুলি ভাবিছিল। তেওঁৰ ওপৰত সকলোৰে আস্থা আৰু বিশ্বাস আছিল।

ৰাজহুৱা জীৱন যাপন কৰা লোকৰ ব্যক্তিত্ব বা ছবিখন সাধাৰণভাৱে ৰাইজৰ মনত কেনেভাৱে ফুটি ওলায়, তাৰ ওপৰত সেই মানুহজনৰে নহয়, সমাজৰ অৱস্থাও বহুত পৰিমাণে নিৰ্ভৰ কৰে। সেই ব্যক্তিত্ব দুদিনমানৰ কথা বা কামেৰে গঢ়ি উঠিব নোৱাৰে। কোনো বিশেষ আদৰ্শ বা নীতিৰ ওপৰত জীৱন গঢ়িবলৈ বহুদিন ধৰি কৰা সাধনাৰ ফলতহে এনে ব্যক্তিত্ব গঢ়ি উঠে। ৰাজহুৱা জীৱনত শ্ৰীচলিহাৰ যি ব্যক্তিত্ব ফুটি ওলাইছিল আৰু সাধাৰণ ৰাইজে তাক যেনেভাৱে গ্ৰহণ কৰিছিল, সি তেখেতৰ নীতি আৰু আদৰ্শনিষ্ঠাৰ

পৰিচায়ক। নিষ্ঠাবান, পবিত্ৰ বাজহুৱা জীৱনৰ ব্যক্তিত্ব গঢ়ি উঠিছিল কাৰণেই চলিহাৰ নেতৃত্ব সকলোৱে নিৰ্বিবাদে মানি লৈছিল। অসমৰ সমাজত সেই ব্যক্তিত্বই এক সুস্থ নৈতিক প্ৰভাৱ পেলাইছিল।

বিমলাপ্ৰসাদ চলিহা অসমৰ ধৰণী ধৰা পুৰুষ আছিল। তেখেতৰ কথা-বতৰা, চলন-ফুৰণ সকলোতে এক বিশেষ গাম্ভীৰ্য প্ৰকাশ পাইছিল। নানা ৰাজনৈতিক দুৰ্যোগৰ মাজতো তেওঁ আছিল ধীৰ, স্থিৰ আৰু নিজৰ বিশ্বাসত অটল-অচল।

আমাৰ আশা যে, সেৱাব্ৰতী চলিহাৰ জীৱনীয়ে নিঃস্বাৰ্থ দেশ-সেৱাৰ কাৰণে সদায় প্ৰেৰণা যোগাব। তেখেতৰ পবিত্ৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধাৰ অৰ্ঘ্য নিবেদন কৰিলো।

# এজন মহান ব্যক্তিৰ সান্নিধ্যত

**পৰাগ চলিহা**

বিমলি দদাইদেউহঁতৰ মাক আৰু আমাৰ দেউতাহঁতৰ মাক দুয়ো বাই-ভনী। মণিৰাম দেৱানৰ জী-নাতি। ফণীধৰ চলিহা আৰু কালীপ্ৰসাদ চলিহা ওচৰ সম্পৰ্কীয় দদাই-ভতিজা। বিমলি দদাইদেউহঁতৰ মাকক আমি বৰ-আইদেউতা আৰু আমাৰ দেউতাৰ মাকক আমি আইদেউতা বুলি মাতিছিলোঁ। সেয়েহে মোৰ ৫।৬ বছৰ বয়সৰপৰা তেতিয়াৰ তজ্‌বজীয়া ডেকা 'বিমলি পোনা'ই প্ৰায়ে মুক্তিপনী মাহীটিৰ ঘৰলৈ আহি জুহালৰ গুৰিত বহি মেলাহী-বাটিত গুড়েৰে সৈতে ফিকা চাহ খাই কথা পাতি থকা কথাও ৰিণি-ৰিণি মনত পৰে। আমাৰ দুয়োঘৰৰ মাজত আপোনভাবো বৰ নিকপ্‌কপীয়া আছিল। আমাৰ দেউতা, দদাইদেউহঁতৰ ঘৰুৱা নামবোৰ তেওঁলোকৰ ঘৰুৱা নামৰে সৈতে প্ৰায় একে। সোণটি ( তাৰাপ্ৰসাদ আৰু পদ্মধৰ ), বাপু ( গুৰুপ্ৰসাদ আৰু পুণ্যধৰ ), পোনা ( বিমলাপ্ৰসাদ আৰু পুষ্পধৰ ) ইত্যাদি। আনকি মোৰ ঘৰুৱা নাম বনপোনা, তাৰাপ্ৰসাদ ববদেউতাই তেখেতৰ ববপুত্ৰ ধনপোনাৰ লগত মিলাই দিছিল বুলি আইতাহঁতে কয়। আমাৰ পুৰণা ঘৰৰ কাষতে থকা ভঁৰালী ঘৰৰ আইতাও বিমলি দদাইদেউহঁতৰ দেউতাৰ নিচেই ওচৰ সম্পৰ্কীয় আছিল আৰু ভঁৰালী দদাইদেউহঁতৰ ঘৰুৱা নামবোৰো সেইদৰে— সোণটি ( হৃদয়ানন্দ ), বাপু ( ৰমানন্দ ), পোনা ( বিবেকানন্দ )—এনেদৰে মিলাই দিয়া হৈছিল বুলি তাহানিখন আইদেউতাৰ মুখে শুনিছিলোঁ। সোণ, বাপ, বাপু, পোনা আদি তেতিয়াৰ দিনত ঘৰুৱা নামৰূপে সাধাৰণতে প্ৰচলিত হ'লেও সামাজিক বান্ধোনৰ ক্ষেত্ৰত পৰিয়াল বিশেষে এইদৰে নাম ৰখাৰ তাৎপৰ্য তেনেই উলাই কৰিব নোৱাৰি।

বিমলি দদাইদেউৰ লগত একেলগে কাম কৰাৰ প্ৰথম সৌভাগ্য ঘটে ১৯৩০ চনৰ স্বৰাজ আন্দোলনৰ পৰিপ্ৰেক্ষিতত শিৱসাগৰত স্থাপিত হোৱা শিপিনী-ভঁৰালত। তাৰাপ্ৰসাদ ববদেউতাৰ পৰিবাৰ কণকলতা চলিহা আৰু ভনীয়েক কমলা কাকতিৰ উদ্যোগত মহিলা সমিতিৰ নামত বিমলি দদাইদেউহঁতে

দিখৌ দলঙৰ কাষতে তেওঁলোকৰ মাটিত এটা ঘৰ সাজি দিয়ে, নাম দিয়ে শিপিনী-ভঁৰাল। সৰু সৰু ল'ৰা-ছোৱালীবপৰা আৰম্ভ কৰি বুঢ়া-বুঢ়ীলৈকে সকলোৱে স্বেচ্ছাসেৱক হিচাপে তাত কপাহ ধুনাৰপৰা পাঁজি বাটি টাকুৰী, যঁতৰত সূতা কাটি কাপোৰ বোৱালৈকে নিয়মিতভাৱে কাম কৰিব লাগে। মহাত্মা গান্ধীৰ আহ্বান—সূতা কাটা, স্বৰাজ আহিব। যঁতৰ সেয়েহে তেতিয়াৰ জাতীয় পতাকাৰো প্ৰতীক। ইমান নিয়মীয়াকৈ অকণো আউল নলগাকৈ কাম চলি থাকে। আমি পাঁজি বাটোঁ আৰু টাকুৰীৰে সূতা কাটোঁ। গাওঁ-ভূঁইৰ-পৰাও কিছু লোক আহে, যিসকল আচলতে স্বদেশী ভাবাপন্ন। কাপোৰ বৈ বিক্ৰী কৰা হয়। বিমলি দদাইদেউৰ গঠনমূলক কামৰ শ্ৰেষ্ঠ, সফল নিদৰ্শন এই শিপিনী-ভঁৰালেই আৰু এই ভেঁটিতে দদাইদেৱে কিছুদিনৰ পিচত আৱিষ্কাৰ কৰি উলিওৱা যঁতৰটোৰ সূত্ৰপাত হয় বুলি থিতাতে ধৰিব পাৰি।

তেখেতৰ প্ৰখৰ মনটোৱে মটৰ গাড়ীৰপৰা আৰম্ভ কৰি টেলিফোনৰ মেচিনটোলৈকে সকলোখিনিৰে কাৰিকৰী কথা বঢ়িয়াকৈ বুজি ল'ব পাৰিছিল। আনকি চিকিৎসা বিদ্যাৰো বিবিধ ক্ষেত্ৰত তেখেতৰ আগ্ৰহী মনটোৱে বহু জ্ঞান অৰ্জন কৰা আমি বহুবাৰ গম ধৰিব পাৰিছিলোঁ। ১৯৪১ চনত এবাৰ শিৱসাগৰৰপৰা গুৱাহাটীলৈ তেখেতৰ লগত মটৰেৰে আহিছিলোঁ। লগত শ্ৰীৰবীন কাকতি। গাড়ীৰ ড্ৰাইভাৰ তেখেত নিজেই। মই যেনিবা হেণ্ডিমেন। গুৱাহাটী পাবলৈ ২৫ মাইলমান থাকোঁতে ইঞ্জিন বেয়া হোৱা গাড়ীখন তেখেতে দুই-তিনি ঘণ্টা লাগি তাকো শেহ নিশা ভাল কৰি উলিওৱা দেখি আমি তবধ মানিছিলোঁ। মটৰ গাড়ীও চলায় খুব বেগেৰে। সংসদী সচিব হৈ থাকোঁতে এবাৰ গুৱাহাটীৰপৰা শিলঙলৈ বাটছোৱা এখন ভেনেট গাড়ীৰে এঘণ্টা পঞ্চল্লিশ মিনিটত অতিক্ৰম কৰিছিল। ১৯৫৪ কি ৫৫ চনত আমি একেলগে শিৱসাগৰৰপৰা অহা ট্ৰেনখন ডিফুত দুৰ্ঘটনাত পৰে। নগাওঁৰ এগৰাকী মহিলা গুৰুতৰভাৱে ট্ৰেনৰ লোহাৰ মাজত সোমাই পৰে। তেখেতৰ উদ্ধাৰ' কাৰ্যত ৰেলৱে বিভাগৰ ইঞ্জিনিয়াৰসকলক বিমলি দদাইদেৱে দিয়া দিহামতে কাম কৰিহে সফল হোৱা দেখা গৈছিল। যিকোনো মানুহৰ অসুখ-বিসুখ হ'লে এল'পেথিক, আয়ুৰ্বেদীয় বা হোমিওপেথিক—কেউবিধ চিকিৎসাৰে ব্যৱস্থা সম্পৰ্কত তেখেতে চিকিৎসকৰ লগত ঔষধ-পাতিৰ বিশদ আলোচনা কৰি সহায় বিচাৰি অহা বহুতক নিজে ঔষধ-পাতি দি নিৰাময় কৰাৰ দৃষ্টান্ত আমি বহুখিনি জানো।

তেখেতৰ লগত বেছি ঘনিষ্ঠ সম্পৰ্কলৈ অহা হয় ১৯৪২ চনৰ গণ-বিপ্লৱৰ সময়ত। শিৱসাগৰত মহাত্মাজীয়ে 'ভাৰত-ত্যাগ' আহ্বান জনোৱাৰ লগে লগে নেতৃস্থানীয় লোক প্ৰায় সকলোকেই ভাৰত প্ৰতিৰক্ষা আইনৰ কবলত পেলাই জেললৈ নিয়া হয়। তেখেত কিছুদিন আত্মগোপন কৰি থাকে আন্দোলন সংগঠনৰ খাতিৰত। শিৱসাগৰত সামূহিক আন্দোলনৰ সূত্ৰপাত হয় ব'ৰ্ডিং খেলপথাৰত হোৱা এক বিৰাট জন-সমাবেশত। তালৈ গাওঁ-ভূঁইৰপৰা অহা অগণন ল'ৰা, বুঢ়া, ডেকাক পুলিচে নিৰ্মমভাৱে বাটৰ ওপৰতে লাঠীচালনা কৰি বহুতক জীৱনলৈ ঘৃণীয়া কৰে। সকলো অত্যাচাৰ আওকাণ কৰি তেজেৰে লুতুৰি-পুতুৰি হৈ দেশসেৱীসকল ব'ৰ্ডিং পথাৰত সমৱেত হয়হি। গোটেই পথাৰ হাজাৰ-বিজাৰ লোকেৰে লোকাৰণ্য আৰু মাজত পৰি আছে তেজেৰে লুতুৰি-পুতুৰি কিছুমান মানুহ—কাৰোবাৰ ভৰি ভগা, কাৰোবাৰ হাত ভগা, কাৰোবাৰ মূৰ কটা। ওচৰৰ আলিবাটৰ ওপৰত তেতিয়াৰ পুলিচ চাহাব দীনেশ দত্ত দুহাতে দুটা পিস্তল লৈ গৰ্জি আছে আৰু লগত আছে জনতাৰ ফালে বন্দুক টোঁৱাই প্ৰায় এশজন ইংৰাজ চৰকাৰৰ হিলৈধাৰী উন্মত্ত সশস্ত্ৰবাহিনী। দত্ত আহি ডেপুটী কমিছনাৰ জেহিৰুল হক চাহাবক দকচি আছে—সমবেত জনতাক গুলী কৰি ছত্ৰভঙ্গ কৰি দিবলৈ হুকুম দিবলৈ। আমি গুণা-গঁথা কৰিছোঁ—এতিয়া হয়তো নতুন জালিয়ানবালাবাগ-হত্যাকাণ্ড বিৰচিত হ'ব। অকস্মাতে আত্মগোপন কৰি থকা বিমলি দদাইদেউ আহি হাজিৰ। জেহিৰুল হক চাহাব আগবাঢ়ি আহি জনতাক ওলোটাই ঘৰাঘৰি পঠাবলৈ তেখেতক ক'লে আৰু তাৰ বাবে সময় দিলে ১৫ মিনিট। তেখেতে ক'লে, "আপোনাৰ অস্ত্ৰধাৰী পুলিচে অতখিনি নিৰপৰাধ লোকক এনেভাৱে অত্যাচাৰ কৰিছে। আমি স্বাধীনতাৰ অহিংস আন্দোলনৰ শান্তিপূৰ্ণ সভা পাতিমেই। আপোনাৰ সশস্ত্ৰ-বাহিনী আঁতৰাই নিয়ক আৰু লগে লগে আমাৰ বাইজো শান্তিপূৰ্ণভাৱে আঁতৰি যাব।" চলিহাদেৱ জনতাৰ মাজলৈ গ'ল। আচম্বিতে কেউপিনে নিতাল-নিস্তব্ধ হৈ পৰিল। তেখেতে মহাত্মা গান্ধীৰ বাণী আৰু 'ভাৰত-ত্যাগ'ৰ আহ্বান জনাই স্বাধীনতা আন্দোলন অহিংসভাৱে জাগ্ৰত কৰি ৰাখিবলৈ আহ্বান জনালে। ধীৰে ধীৰে ৰাইজ গুচি গ'ল। পুলিচো আঁতৰিল আৰু কংগ্ৰেছ অফিচত আহত হোৱাসকলক শুশ্ৰূষাৰ অৰ্থে খিতাতে ডাঃ বিনয় দাসৰ নেতৃত্বত শুশ্ৰূষা কেন্দ্ৰ স্থাপিত হ'ল। চলিহাও ইংৰাজ চৰকাৰৰ বন্দীশালত সোমাল। সেইদিনা এপিনে জেহিৰুল হক চাহাবৰ মানবীয়তা আৰু বিমলা

Dear Bimlaprasad,

I am glad you were able to go to Madhubani. You should certainly now popularise the different processes in your part of the world. You can have the membership of both A.I.S.A. and A.I.V.I.A. Do you read Harijan regularly?

Wardha yours sincerely

1-4-35 M.K.Gandhi

মহাত্মা গান্ধীয়ে চলিহালৈ দিয়া এখন চিঠি

চলিহাৰ মুক্তীক্ প্ৰত্যুৎপন্নমতিভাৰ নিদৰ্শন প্ৰকাশ নোপোৱা হ'লে শিৱসাগৰৰ ৰ'ভিং খেলপথাৰ অসমৰ জালিয়ানৱালাবাগ হৈয়ে পৰিলহেঁতেন সি ধ্ৰুৱ।

'৪২ৰ গণবিপ্লৱ শিৱসাগৰত মাইকৈ আমাৰ ডেকাদলৰ মাজতেই সীমিত আছিল। অৱশ্যে ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনত ভালেমান বয়সীয়া লোকেও যোগ দিছিল। যুদ্ধবিৰোধী আৰু ইংৰাজ চৰকাৰৰ বিপক্ষে ধ্বংস-মূলক অভিযানত কিন্তু শিৱসাগৰৰ স্কুল-কলেজীয়া ল'ৰা কিছুমানেই ব্ৰতী আছিল। আমি তাৰে অন্যতম। আমাক এই ধ্বংসমূলক কাৰ্যত সম্পূৰ্ণ সমৰ্থন নিদিলেও যুদ্ধবিৰোধী অভিযান, গাৱেঁ-ভূঁয়ে গৈ কৰ-কাটল নিদি চৰকাৰৰ বিপক্ষে চলোৱা অসহযোগ অভিযান, আইন অমান্য আদি কাম-কাজৰ ক্ষেত্ৰত একাগ্ৰপতীয়াকৈ প্ৰেৰণা দি আছিল বিমলাপ্ৰসাদ চলিহাই। আনবোৰ কামৰ দিহা দিছিল বাচা বৰুৱা আৰু মেহু বাবুয়ে। আমাৰ দেউতাও ইতিমধ্যে জেললৈ যোৱাত গোটেই ঘৰখনবেই দুবেলা-দুসাজ খাই আমাৰ বাকী পৰিয়াল জীয়াই থকাৰে যি সমস্যা হৈছিল তাত কিছু পৰিমাণে হ'লেও তাক নিবাৰণ কৰাৰ গুৰিতে আছিল এইগৰাকী পৰোপকাৰীৰ বদান্যতা। '৪২ৰ আন্দোলনত এবাৰ নগৰত বলৱৎ হৈ থকা ১৪৪ ধাৰা আইন ভঙ্গ কৰাৰ দায়িত্ব পৰিল মোৰ নেতৃত্বত এদল সহযোগী যুবকৰ ওপৰত। বৰ্তমান বজাৰৰ ওচৰৰ যিটো চাৰিআলি (মুক্তিনাথ চাৰিআলি), তাত সশস্ত্ৰ পুলিচ বাহিনীয়ে আমাৰ শোভাযাত্ৰাকাৰী দলক আগভেটা দি ধৰি সঙ্গীনেৰে সৈতে বন্দুকধাৰী বাহিনীয়ে আমাক এখোজো আগ নাবাঢ়িবলৈ আৰু ঘৰাঘৰি যাবলৈ হুকুম দিলে। মোক পুলিচৰ দলপতিজনে ঠেলা মাৰি পেলাই দিলে। তেতিয়া ভীষণ উত্তেজনাৰ মুহূৰ্তত মোৰ হাতত থকা জাতীয় পতাকাখন তুলি ল'বলৈ আগবাঢ়ি আহিল শ্ৰীমহেন্দ্ৰ হাজৰিকা (আমগুৰিৰ সমাজবাদী নেতা)। কেউপিনে সন্ত্ৰাস। মোৰ মনত পৰিল বিমলি দদাইদেৱে শিকাই থোৱা simultaneous withdrawal (একে সময়তে প্ৰস্থান হোৱা) নীতি। সেইমতে পুলিচ বিষয়াজনক জনালোঁ, "আপোনালোক সশস্ত্ৰ বাহিনীয়ে এই স্থান এৰিলে আমিও আমাৰ দল ওলোটাই লৈ যাম, যিহেতু ইতিমধ্যে আমাৰ ১৪৪ ধাৰা ভঙ্গৰ কাম সফল হ'ল।" ইন্সপেক্টৰ লস্কৰ কিছু কেৰ্ জেৰৰ পিচত মান্তি হ'ল। সশস্ত্ৰ বাহিনীয়ে মুখ ঘূৰোৱাৰ লগে লগে আমিও আন্দোলনৰ ধ্বনি কৰি কৰি সেই ঠাই ত্যাগ কৰিলোঁ। '৪২ত জনসাধাৰণৰ মাজত আন্দোলন জীৱন্ত কৰি ৰাখিবলৈ চলিহাই আমাক পৰামৰ্শ দিয়ে

কণ-কণ ল'ৰা-ছোৱালীক লৈ দেশপ্ৰেমমূলক গীত, ভাওনা, আবৃত্তি আদি প্ৰদৰ্শন কৰি বাটে বাটে ঘূৰি ফুৰিবলৈ। সেইমতে বানৰ সেনাবাহিনী গঠন কৰিছিলোঁ আৰু মইনাহঁতৰ গীত-মাতে গোটেই শিৱসাগৰ মুখৰিত কৰি ৰাখিছিলোঁ।

কেতিয়াবা কথা-বতৰা ওলালে তেখেতে প্ৰায়ে কয় '৪২ৰ ঘটনাবোৰৰ কথা। শিৱসাগৰৰ কংগ্ৰেছ অফিচৰ ঘৰটো তেখেতেই সজাই দিয়া। শিৱসাগৰৰ জাতীয় জীৱনত এই আটোমটোকাৰী ঘৰটিৰ অৱদান বিশেষ উল্লেখযোগ্য। শ্ৰীৰবীন কাকতিৰ কথা শুনালে চলিহাই কয়, "তাহানি কংগ্ৰেছ অফিচৰ চাৰিসীমাৰ ভিতৰত মানুহ সোমাবলৈ ভয় কৰি থাকোঁতে সক টিপচাকি এটা লৈ কংগ্ৰেছ অফিচৰ ভিতৰত কাম কৰি থকা ৰবীন কাকতিৰ কথা কেনেকৈ পাহৰিম?" শিৱসাগৰৰ সামাজিক আৰু ৰাজনৈতিক কাম মাত্ৰৰে স্মৃতি বিজড়িত একমাত্ৰ ৰাজহুৱা সভাঘৰ কালীপ্ৰসাদ স্মৃতি মন্দিৰো বিমলা চলিহা আৰু তেখেতৰ ভ্ৰাতৃবৃন্দৰ বিশিষ্ট দান। মহাত্মা গান্ধীয়ে এই ঘৰৰ শুভ উদ্বোধন কৰে। ১৯৪২ৰ আন্দোলনৰ আগমুহূৰ্তত জৱাহৰলাল নেহৰুৱে এই ঘৰত হোৱা বিৰাট ৰাজহুৱা সভাতে উদ্দীপ্ত আহ্বান জনায়ঃ "এতিয়া 'ইন্‌কিলাব জিন্দাবাদ'ৰ ধ্বনি কেৱল মুখেৰে ক'লেই কাম নিসিজে, হাতে-কামে প্ৰতি মুহূৰ্ততে বিদ্ৰোহ জাগ্ৰত কৰি ৰাখিব লাগিব।" ৪১।৪২ চনত এই ঘৰৰ ভিতৰতে আমিও জৰুৰীকালীন সমিতিৰ জৰিয়তে জাপানী আক্ৰমণ, ক'লা-বজাৰ, চৰা দাম আদিৰ বিৰুদ্ধে যুঁজিবলৈ সম্পূৰ্ণ মিলিটাৰী পদ্ধতিৰে শিক্ষা আহৰণ কৰিছিলোঁ। মাধৱ বেজবৰুৱাৰ নেতৃত্বত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ অৰ্থে সদৌ অসম জোৰা পোনপ্ৰথম কন্‌ভেন্‌চনখন অনুষ্ঠিত হৈছিল ইয়াতেই। শিৱসাগৰ কলেজ আৰু শিৱসাগৰ ছোৱালী কলেজৰ প্ৰথম কাৰ্যস্থলী এই স্মৃতি মন্দিৰহে। কালীপ্ৰসাদ স্মৃতি মন্দিৰ সেয়েহে কেৱল শিৱসাগৰৰে নহয়, অসমৰ জাতীয় বুৰঞ্জীৰ ক্ষেত্ৰতে বিশেষ স্মৃতি বিজড়িত এক মহান পূতস্থান আৰু বাইজে সেয়েহে এই ঘৰক সোঁৱৰণী সভাঘৰ সুবুলি স্মৃতি মন্দিৰ বুলি কয়। বিমলা চলিহা এই মন্দিৰৰ প্ৰাণ-শক্তি স্বৰূপ।

শিৱসাগৰত কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো তেখেতৰ অৱদান অসামান্য। কলেজ কমিটিৰ তেখেতেই আছিল পোনপ্ৰথম সভাপতি। দান-বৰঙণি তোলোঁতেও তেখেত প্ৰথম শাৰীতে থাকে। চিপাহী গাৱঁৰ আগেদি কলেজলৈ

যোৱা চমু বাট কৰোঁতে তেখেতে আহি আমাৰ লগত এপৰ বেলা কোৰ মাৰি মাটি তুলিছিলহি। মুখ্যমন্ত্ৰী হৈয়ে কলেজলৈ আহি ব্যক্তিগতভাৱে দহ হেজাৰ টকা দান দিয়ে তেখেতৰ পৰম বন্ধু মাধৱ বেজবৰুৱাৰ সৌৱৰণত এটি 'অডিটৰিয়াম' সাজিবলৈ। সেই দানকে আশ্ৰয় কৰি প্ৰায় ত্ৰিশ বছৰে ছাত্ৰ-ছাত্ৰীৰ দান আৰু বিভিন্ন ঠাইৰপৰা ধন সংগ্ৰহ কৰি সেই কলেজত দুই লাখ টকা খৰচ কৰি যিটো মাধৱ বেজবৰুৱা ভৱন সজা হ'ল সেইটো অসমৰ ভিতৰতে ধুনীয়া আৰু সৰ্ববৃহৎ। তাক দেখি চলিহাৰ আনন্দৰ সীমা দেখোঁতা-জনেহে বুজিব পাৰিব। কলেজৰ অগ্ৰগতিৰ প্ৰতি ক্ষেত্ৰতে তেখেতৰ উৎসাহ, উপদেশ, প্ৰেৰণা পায়ে থকা হৈছিল।

তেখেতৰ একাগ্ৰতা আৰু ঐকান্তিকতাৰ কেইটামান দৃশ্য মনলৈ আহিছে। স্বাধীনতাৰ কেইমাহমান পিচতে এজন পুলিচ বিষয়াই বজাৰৰ দোকান এখনত মোৰ সন্মুখত তেতিয়াৰ কংগ্ৰেছী চৰকাৰৰ বিৰূপ আলোচনাৰ উপৰিও কংগ্ৰেছী মাত্ৰকে গালি-শপনি পাৰে। মই আপত্তি কৰাত বিষয়াজনৰ সৈতে মোৰ কাজিয়াৰ সূত্ৰপাত হয়। পিচত সেই কথা বিমলা দদাইদেউক জনোৱাত তেখেতে তেতিয়াৰ প্ৰধানমন্ত্ৰী (তেতিয়া মুখ্যমন্ত্ৰী বোলা নাছিল) বৰদলৈ ডাঙৰীয়া লৈ টেলিগ্ৰাম কৰে। ইতিমধ্যে শিৱসাগৰৰ মহকুমাধিপতি শ্ৰীসত্যেন্দ্ৰনাথ বৰকটকীয়ে সেই নিশাই বিষয়াজনৰ বিৰুদ্ধে মই তোলা গোচৰৰ পোনপটীয়াকৈ বিচাৰ নিষ্পত্তি কৰে। পিচদিনা পুৱা চলিহাই সেই কথা গম পালত আমাক কটু সমালোচনা কৰে আৰু লোকপ্ৰিয়লৈ গোটেই ঘটনাৰ এক দীঘলীয়া টোকা দাখিল কৰি শুচৰীয়া পদকীয়া দুয়ো পক্ষকে তীব্ৰ নিন্দা কৰে। এই ঘটনাৰ ফল স্বৰূপে তেখেত মহকুমাধিপতিৰ ওপৰতো বহুদিন কষ্ট হৈ আছিল।

চলিহাৰ সহিষ্ণুতা গুণ সৰ্বজনবিদিত। কিন্তু বহুতে নজনা কেইটামান ঘটনাই তেখেতৰ এই গুণ অসাধাৰণৰূপে জিলিকাই তোলে। তাহানি ১৯৫৭ চনত তেখেতৰ অতি আপোন (নেতৃস্থানীয়) লোক এজনৰ লগতে ময়ো কেইজনমান লোকৰ ৰাজনৈতিক আৰু ব্যক্তিগত স্বাৰ্থজড়িত ষড়যন্ত্ৰৰ ফলস্বৰূপে ৰাজৰোষত পৰোঁ। ষড়যন্ত্ৰৰ গুৰিত এজন প্ৰখ্যাত কংগ্ৰেছী মন্ত্ৰীও আছিল। ওপৰৰপৰা এনে দিহা দিলে যে চলিহাৰ আপোনজনৰ নিজৰ পুতেকৰ বিয়াৰ দিনা সন্মিলিত ৰাইজৰ আগত তেওঁক গ্ৰেপ্তাৰ কৰিব। বিয়াঘৰ আগন্তুক বিপৰ্যয়ৰ বাবে উৎকণ্ঠাৰে ৰৈ আছে। সেইদিনা আগবেলা হঠাতে আহি

পালেহি বিমলা চলিহা। দবাৰ সম্পৰ্কীয় এজনে খঙতে একোনাই হৈ চলিহাক প্ৰহাৰ কৰিবলৈ উদ্যত হয়, আনকি দবাৰ দেউতাকে চলিহাক বিয়াঘৰৰপৰা ওলাই যাবলৈ হুকুম দিয়ে। আমি কেইবাজনো হতভম্ব হ'লোঁ। তেওঁ বিয়াঘৰৰপৰা কান্দি কান্দি গুচি গ'ল। আগতে প্ৰকাশ পোৱামতে বিয়াৰ দিনা গ্ৰেপ্তাৰ পৰ্ব সম্পন্ন নহ'ল। সন্ধিয়া চলিহা আহি ৰভাতলী শুৱনি কৰিছিলহি, কিন্তু অনবৰত হ'বলগীয়া ঘটনাৰ বাবে কৰ্কৰ্থনা-বিকৰ্থনা শুনি থাকিবলগীয়া হৈছিল। স্থিতপ্ৰজ্ঞ চলিহাই নিতাল মাৰি সকলো শুনি বিয়াৰ শেহ পৰ্বলৈকে ৰভাতলত বহি আছিল।

মুখ্যমন্ত্ৰী হৈ থাকোঁতে শ্বিলঙৰ বাসভৱনত এনিশা মই গৈ ওলাইছিলোঁ। তেখেতৰ অলপ অসুখ। ভীষণ জ্বৰ। নিশা প্ৰায় ন মান বজাত খাছীয়া মানুহ কিছুমান আহি হাজিৰ। তেওঁলোকে মুখ্যমন্ত্ৰীৰ ওচৰত ওজৰ-আপত্তি কৰিব। সেই সময়ত পাৰ্বত্য ৰাজ্য লৈ হুলস্থুল। চলিহাই বুজি পালে, এই খাছীয়াসকলক কোনোবাই পঠিয়াই দিছে—তেওঁক জুলুম দিবলৈ। তেওঁ ওলাই আহি তেওঁলোকক পিচদিনা পুৱা আহিবলৈ ক'লে। তেওঁলোকে কিন্তু নামানিলে—দিহা তৎক্ষণাত লাগে। চলিহা নিৰ্বিকাৰ। ভিতৰলৈ গৈ আমাক ক'লে, "এইবোৰ ধৈৰ্যৰ পৰীক্ষা।" নিশা দেৰমান বজাত দলটো গুচি গ'লগৈ। পিচদিনা পুৱা আৰু নাহিল।

এবাৰ বিধানসভাৰ নিৰ্বাচনত তেখেত হাৰিল। জয়ী হ'ল বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ শ্ৰীখগেন বৰবৰুৱা, আশাতীতভাৱে। হৰাৰ পিচতে আমি তেখেতৰ ওচৰলৈ গ'লোঁ সহানুভূতি জনাবলৈ। তেখেতৰ লগত বহি আছে শ্ৰীদেৱকান্ত বৰুৱা প্ৰভৃতি লোকসকল। আমি সহানুভূতি জনোৱা দূৰৰ কথা, খোলা হাঁহি মাৰি আমাৰ অসন্তুষ্টি দূৰ কৰিবলৈ মুকলি মনেৰে আমাক বুজনি দিছিল পৰাজিত প্ৰাৰ্থী বিমলা চলিহাই।

মুখ্যমন্ত্ৰী হৈ থকা কালত এবাৰ কিন্তু তেখেত কেৱল অধীৰেই নহয়, আচৰিতভাৱে হতাশো হৈছিল। সেয়া আছিল '৬২ চনৰ চীনা আক্ৰমণৰ সময়ত। যুদ্ধৰ কেইদিন তেখেতৰ ভাত-পানী খোৱাই বন্ধ হ'ল; ৰাতি নোশোৱে। ব'মডিলা পতন হোৱাৰ লগে লগে তেখেতে ঘৰৰ কোঠাত ফুৰাৰ মাৰি অতীষ্ঠ হৈ পৰিছিল—অসম যেন যায় যায়! কেইদিন দিনে-নিশাই চিন্তা—কেনেকৈ চীনা আক্ৰমণক প্ৰতিৰোধ কৰিব পৰা যায়। খুৰীদেউ (তেখেতৰ পৰিবাৰ)ৰপৰা জানিছিলোঁ, তেখেতে চীনা আক্ৰমণ প্ৰতিৰোধৰ

বাবে বিভং আঁচনি এখন কৰি নেহৰুক দিয়াৰ কথা আছিল। হঠাতে যুদ্ধ-বিৰতি ঘোষণা হ'লত তেখেতৰ স্ফূৰ্তি চায় কোনে ?

তেখেতৰ পৰিয়ালবৰ্গৰ মাজতো বহু বিপৰ্যয় ঘটে। বৰককাইদেৱেক তাৰাপ্ৰসাদ চলিহাৰ প্ৰতিভা উচিত আৰু সম্যকৰূপে বিভিন্ন ক্ষেত্ৰত নৌ-প্ৰতিভাত হওঁতেই মৃত্যু হয়। একালৰ অগ্ৰণী সমাজসেৱিকা নবৌৱেক কণকলতা চলিহাৰো হয় অকালমৃত্যু। বাইদেৱেক আৰু 'ঘৰজেউতি' প্ৰতিষ্ঠাত্ৰী কমলালয়া কাকতি ভৰ বয়সতে পাৰিবাৰিক অশান্তি ভোগাৰ উপৰিও গোটেই জীৱনটো জীয়াতু ভুগিবলগীয়া হয়। অসামান্য সম্ভাৱনা থকা ভতিজাক 'আই মানুহ'ৰ পাটগাভৰু কালতে পৰলোকপ্ৰাপ্তি হয়। সৰুমাজু বাইদেৱেকৰ বিয়া হোৱাৰ কেইবছৰমান পিচতে শহুৰেকৰ নিৰ্য্যাতনৰ ফলস্বৰূপে এদিন ঘৰৰপৰা ওলাই গৈ নিৰুদ্দেশ হয়। সৰু ককাইদেৱেকৰ দুৰ্ঘটনাজনক অৱস্থাত ৫০ বছৰ বয়স নৌহওঁতেই জীৱনৰ সমাপ্তি ঘটে। এই আটাইবোৰ ঘটিছিল ১০/১২ বছৰমানৰ ভিতৰতে। কিন্তু সকলো বিপদৰ মাজতো চলিহাৰ সমাজসেৱা, দেশহিতৈষী ব্ৰত অবিৰত আছিল। তেখেতে এবাৰ আমাক এই সন্দৰ্ভত এটা তাৎপৰ্যপূৰ্ণ ঘটনাৰ কথা কৈছিল। তেখেতে কলিকতাত পঢ়ি থকা কালত নানা তৰহৰ অশান্তিৰ দায়ত পৰি নিজৰ জীৱন ত্যাগ কৰিবলৈ উদ্যত হৈ ট্ৰাম এখনত মাজনিশা ওলাই যায়। হঠাতে তেখেতৰ ওচৰত বহেহি এজন অচিনাকি বুঢ়া মানুহ। অচিনাকিয়ে চলিহাৰ আঁতি-গুৰি সুধি লৈ জীৱনৰ সাৰ্থকতা, আত্মহত্যা মহাপাপ আদিৰ সম্বন্ধে অনৰ্গল নীতিমূলক উৎসাহজনক পৰামৰ্শ দি চলিহাক ঘৰলৈ ওলোটাই নিয়ে। সেইদিন ধৰি তেখেতৰ জীৱনাদৰ্শই সলনি হ'ল। অসাধাৰণ আত্মপ্ৰত্যয় জন্মিল। নিৰাশাবাদী ডেকাজন হৈ পৰিল অতীৱ আশাবাদী। শোক-দুখত জৰ্জৰিত ব্যক্তিগৰাকীয়ে ৰূপ সলালে স্থিতপ্ৰজ্ঞলৈ।

'৬০ চনৰ ভাষা আন্দোলনত তেখেতে কেইবাঠাইতো চৰম উত্তপ্ত পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হয়। বিক্ষুব্ধ যুৱ-দলে এবাৰ তেখেতৰ গাড়ী ভাঙি দিয়ে। গাড়ীৰপৰা ওলাই আহি উত্তেজিত হৈ থকা হেজাৰ-বিজাৰ বিক্ষোভকাৰীৰ মাজেদি তেখেত ধীৰে ধীৰে আগবাঢ়ি আহিল। গালি-শপনিৰ গৰজনি উঠিছিল। তেখেত কিন্তু নিৰ্বিকাৰ। কথা ওলালে কয়, "সহিষ্ণুতাৰ প্ৰবল শিক্ষা পালোঁ মহাত্মাজীৰপৰা। প্ৰকৃতপক্ষে অপমান হেলাৰঙে নেওচিব পৰা দৃষ্টান্ত দেখিলোঁ লোকপ্ৰিয় বৰদলৈৰ সংশ্ৰৱত থাকি। বৰদলৈ ডাঙৰীয়াক

মোৰ চকুৰ আগতে কতই কিমান অকথ্য ভাষাৰে তিৰস্কাৰ কৰিছিল; কিন্তু তাৰপৰা হানি কাৰ হ'ল? সকলো উম্মা অথলে যোৱাত গালি দিয়াজনৰহে পৰাজয়।"

চলিহাৰ নীতি-পৰায়ণতাৰ কথা মানুহৰ মুখে মুখে। আমাৰ নিজাকৈ পোৱা কেইটামান উদাহৰণ দিওঁ। আগতে উল্লেখ কৰা ষড়যন্ত্ৰৰ সন্দৰ্ভত মোক যেতিয়া গ্ৰেপ্তাৰ কৰি লৈ যায় তেতিয়া জামিন দিবৰ বাবে আমাৰ পৰিবাৰ আৰু আন বহুলোকে তেখেতক খাটনি ধৰে। তেখেতে একাণে শুনি ইকাণে উলিয়াই পঠিয়ালে। পিচত মুখ্যমন্ত্ৰী হ'লত এদিন মোক মাতি পঠিয়াই ক'লে, "তোমাৰ বিৰুদ্ধে থকা গোচৰ উঠাই ল'বলৈ বহু পক্ষৰপৰাই মোক খুব খাটনি ধৰিছে; কিন্তু মই ভাবোঁ, চৰকাৰে উঠাই লোৱাতকৈ আইনসঙ্গতভাৱে আদালতত এইবোৰ নিষ্পত্তি হ'লেহে তোমাৰ-আমাৰ সকলোৰে বাবে মঙ্গল। গতিকে গোচৰ উঠাই নলওঁ!" সেয়ে হ'ল। আদালতত সসম্মানে আমাৰ জয় স্বীকৃত হ'ল। তেখেতৰ অতি আপোন ভাই-সম্বন্ধীয় এগৰাকী পোনতে তেখেতৰ বাগিছাত কৰ্মচাৰী হৈ থকাৰ পিচত এটা গুৰুতৰ অপৰাধত জড়িত হোৱা বুলি গম পালত তেওঁক কামৰপৰা বৰ্খাস্ত কৰা হয়। কাম গ'লত তেওঁৰ নাজল-নাথল অৱস্থা হয়। আমি বহুতে তেওঁক সৰু-সুৰা কিবা এটা কামত অন্ততঃ ল'ৰা-ছোৱালীৰ মুখলৈ চাই সুমুৱাই ল'বলৈ কোৱাত কয়, "সি দুৰ্ভগীয়াই যাতনা ভুগিবই লাগিব। তেনে মানুহক সহায় কৰাও পাপ।" আপোনজন এতিয়াও প্ৰায় বাটৰ মগনিয়াৰ। সেইবুলি তেখেত দয়া-মায়া বিবৰ্জিত বুলি যেন লেশমাত্ৰও কোনেও নাভাবে। আমি জনাত এশ-দেৰশ দুখীয়া ল'ৰা-ছোৱালীক তেখেতে নিয়মীয়াকৈ পঢ়া-শুনাৰ খা-খৰচৰ যোগান ধৰিছিল। তেখেতৰ মৃত্যুত বহু ল'ৰা-ছোৱালীৰ শিক্ষা সাং হোৱাৰ কথা আমি জানো। শিৱসাগৰত লেখ ল'লে কমেও দুই তিনিশ ঘৰ দুখীয়া মানুহ ওলাব, যাৰ লগুণ-দিয়নি (উপনয়ন)ৰ সমুদায় খৰচ চলিহাই বহন কৰিছিল। বিয়া-বাৰু, শৰাধ আদিত দান-দক্ষিণা দিয়াৰ লেখেই নাই। ১৯৬৬ চনত ( মুখ্যমন্ত্ৰী হৈ থকা সময়ত ) হঠাতে এদিন তেখেতৰপৰা ঘৰুৱা চিঠি এখন পাওঁ। আন কথা নাই, নলবাৰীৰ পুৰণা কংগ্ৰেছ কৰ্মী এজনৰ ল'ৰা এটিক জীৱন-বীমা নিগমৰ কিবা কাম এটাৰ লেঠা মাৰি দিব লাগে। মোক অনুৰোধ কৰিছে। মই তেতিয়া এল্. আই. চি.-ৰ ডিৰেক্টৰ ব'ৰ্ডৰ এজন। শিৱসাগৰলৈ মুখ্যমন্ত্ৰী আহিলে লগুৱা-লিকচৌকেইটাৰ আনন্দই আটাইতকৈ

বেছি। সকদেউতাই তাঁহাতক দাঁতিত বহুৱাই লৈ ঢেৰ সুখ-দুখৰ কথা পাতিব, সহায় কৰিব। কালীপ্ৰসাদ মন্দিৰৰ চকীদাৰ পছমুৰ আলি তেখেতৰ যেন কোনোবা জনমৰ মিতুৰ। মুখ্যমন্ত্ৰী শিৱসাগৰলৈ আহিলে সকলো জঞ্জালৰ মাজতো অন্ততঃ অলপ সময় পছমুৰৰ লগত মুখ-চুপতি মাৰি মনখোলা হাঁহি গোটাচেৰেক মাৰিবই। চলিহাৰ উদাৰ অন্তৰখনৰ মৰম-চেনেহ জনজাতীয় লোকসকলে বিশেষভাৱে পোৱাৰ লগতে অসমৰ বহু-সংখ্যক দুখীয়া-নিচলাই যেতিয়াই বিচাৰে তেতিয়াই পাই আহিছিল। মানুহৰ কথা নকওঁৱেই, ঘৰৰ গৰু-ছাগলীবোৰক দিনটোত একোবাৰ হাত ফুৰাই মৰম নকৰিলে তেখেতৰ গা জুৰ নপৰে। লগত 'বগাই' নামৰ কুকুৰটো, 'তৰবৰী' নামৰ কুকুৰজনী বুকুলৈ খন্তেকলৈ হ'লেও গুৱাই নল'লে তেখেতৰ টোপনি নধৰে। বহল অন্তৰৰ নিদৰ্শন পাইছিলোঁ আৰু এক বিশেষ ক্ষেত্ৰত। তেওঁৰ লগত শেহলৈ ৰাজনৈতিক শত্ৰুতাত পৰি কালশত্ৰু হৈ পৰা নেতৃস্থানীয় লোকগৰাকীৰ বিষয়ে কথা ওলালেও আমাৰ আগত সততে কৈছিল, "মই এতিয়াও তেওঁৰ মঙ্গল কামনা কৰোঁ।" ৰাজনৈতিক শত্ৰুতাই তেখেতৰ দেহা ঘূণীয়া কৰা বুলি সন্দেহ কৰি থকা চলিহাই সদায় শত্ৰুৰ হিতৰ বাহিৰে অহিত নিচিন্তিছিল। যীশুখৃষ্টই তেওঁৰ হত্যাকাৰীসকলক ক্ষমা কৰিবলৈ প্ৰাৰ্থনা জনোৱাৰ দৰে বিমলা চলিহায়ো কৈছিল, "ভগৱান, তেওঁলোকক সুমতি দিয়া।" এই শত্ৰুসকলৰ এজনে তেখেতৰ লগত হোৱা মিত্ৰতাৰ প্ৰথম পৰ্যায়ত মোৰ আগত ইংৰাজী বাইবেলখনৰ পৃষ্ঠা এটা দেখুৱাই যীশুৱে কোৱা এফাঁকি আঁক মাৰি কৈছিল, "বুজিছ, চলিহাৰ মহত্ব হ'ল—he has an understanding heart ! অসমত এজন মাত্ৰ টি-প্লেণ্টাৰ আছে, যিজন প্ৰকৃত মানুহ। সেইজন হ'ল বিমলাপ্ৰসাদ চলিহা।"

এই ৰাজনৈতিক নেতাজনৰ মানৱীয় গুণৰাজি বহু লোকে জানিবৰ সুবিধা নাপায়। চলিহা যে একালত পাৰ্গত তবলাবাদক আছিল সেই কথা বিধানসভাৰ সামৰণী অনুষ্ঠানৰ ৰং-মেলাতহে প্ৰকাশ পাইছিল। শিৱসাগৰত ১৯৩৪/৩৫ চনৰপৰা বিখ্যাত মণিপুৰী ওস্তাদ এগৰাকীৰ তলত তেখেতে তবলা শিকিছিল ; আমি গান শিকিছিলোঁ। বহু ঠাইত মই গান গাওঁ, তেখেতে তবলা বজায়। সেই সময়তে মোক তেখেতে নিজে ৰচা গানৰ, নিজে দিয়া সুৰৰ সহায়ত নাচ শিকাইছিল। তেনে এটা নৃত্যৰ প্ৰথম কেইশাৰী এতিয়াও ৰিণি-ৰিণি মনলৈ আহে :

নাই অ' পগলা আৰু তোৰ পুতলী নাই
সৰগৰ বগলী বগা পাখি মেলি
আকাশেদি উৰি যায়।
কুলু কুলু কৰি নিজৰা বাগৰি
ভৈয়ামলৈ বৈ যায়—
তাতো তোৰ পুতলী নাই।

তাহানি শিৱসাগৰ নাট্য-মন্দিৰত বিমলা চলিহাই মঞ্চ সজা, ভাও লোৱাৰ উপৰিও ২।৩ বাৰ নিজে নাচ নাচি দৰ্শকমণ্ডলীক মোহিত কৰিছিল। মন ভাল লগাবলৈ মুখ্যমন্ত্ৰী হৈ থকা কালতো বহুপৰ আমাৰ লগত তাচ, কেৰম খেলিছিল।

উদাৰ, বিশিষ্ট ৰাজনৈতিক ব্যক্তি হৈও তেখেত আছিল অতিমাত্ৰাই ধৰ্মভীৰু লোক। ভোলাবাবা নামৰ সিদ্ধ পুৰুষ এজনৰ কথা আমি কওঁতে বাবাৰ মন্ত্ৰ লিখা কাঁগজ এখন আথেবেথে সদায় পইচা থোৱা মোনাত সুমুৱাই ৰাখিছিল। সত্যসাই বাবাৰ প্ৰতি বা যেই কোনো সিদ্ধ লোকৰ প্ৰতি তেখেতৰ অকৃত্ৰিম ভক্তি থকাৰ কথা আমি জানো। কুল-গুৰু দক্ষিণ-পাট সত্ৰাধিকাৰৰ প্ৰতি থকা অচলা ভক্তিৰ চিন স্বৰূপে মুখ্যমন্ত্ৰী হৈ থাকোঁতেও নিঃকিন সেৱকৰ দৰে সাষ্টাঙ্গে প্ৰণিপাত জনোৱা এইখিনিতে উল্লেখযোগ্য। এক অজানিত শক্তিয়ে তেখেতক আগতীয়াকৈ অশুভ ঘটনাৰ ইঙ্গিত দি সাৱধান কৰি দিয়ে বুলি তেখেতে সততে আমাক কৈছিল। দক্ষিণপাট সত্ৰৰ যথানিয়মে শৰণ-ভজন লোৱা সেৱকৰূপে প্ৰতিদিনে পুৱা ভালেখিনি সময় গুৰুৱে দিয়া দীক্ষামতে পূজা-সেৱা কৰে, নাম লয়, মালা জপে। গীতা শাস্ত্ৰ গান্ধীজীৰ টীকাই সৈতে গোটেইখন মুখস্থ। যেই কোনো ধৰ্মশাস্ত্ৰ বা আন কিতাপ অলপ পঢ়িলেই তেখেতে সেই পুথিৰ মৰ্ম বুজি উঠে; সুন্দৰ সমালোচনা দিয়ে।

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ বাবে তেখেতৰ আগ্ৰহ আছিল নিবিড়, একান্ত আৰু সুদূৰ-প্ৰসাৰী। বহুতে বহু ক'লেও এই কথা অনস্বীকাৰ্য যে নানা প্ৰতিবন্ধক সত্বেও অসমীয়া ভাষা ৰাজ্যভাষাৰূপে পৰিগণিত হয় তেখেতৰ নেতৃত্বতে। মই যেতিয়া অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক, তেতিয়া তেখেত অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি। গুৱাহাটী কংগ্ৰেছৰ সময়ত অসমৰ ভাষা-সাহিত্যৰ বিষয়ে বাহিৰা লোকক

জনাবলৈ পুথি প্ৰকাশৰ দিহা আৰু নগদ পাঁচ হেজাৰ টকা উপযাচি তেখেতেই পোনতে সাহিত্য সভাক দিয়ে। উত্তৰ-পূব সীমান্ত অঞ্চলত অসমীয়া ভাষা প্ৰৱৰ্তনৰ ক্ষেত্ৰত প্ৰকাশ কৰা পুথি ( Outlook On NEFA ) তেখেতে পঢ়ি সন্তুষ্টি প্ৰকাশ কৰি দিয়া পৰামৰ্শ ভালেখিনি সেই পুথিৰ পাতনিত সন্নিৱিষ্ট হৈছে। একে সময়তে শিৱসাগৰত অনুষ্ঠিত 'নেফা দিৱস'ৰ ৰাজহুৱা সভাত বক্তৃতা দি চলিহাই পোনতে সঁকিয়াই দিছিল, "বুৰঞ্জীৰ সত্য প্ৰতিষ্ঠিত হ'বই লাগিব। কিন্তু জনজাতীয় ভাই-ভনীহঁতে যাতে কেতিয়াও নাভাবে যে আমি তেওঁলোকৰ ওপৰত কিবা এটা ওপৰৰপৰা জাপি দিছোঁ।" সকলো বিষয়তে চলিহাৰ নীতি আছিল persuasion, not imposition. বহু ক্ষেত্ৰত সেইহেতু তেখেতৰ সিদ্ধান্ত পলম হৈ যায়, কিন্তু এবাৰ থিৰাং কৰিলে সলনি নহয়।

জীৱনৰ শেহকালৰ বছৰকেইটা অসুখীয়া গাৰে বিচনাৰপৰাই ৰাজকাৰ্য চলাবলগীয়া হয়। শেষমুহূৰ্তলৈকে কিন্তু মূল নীতিবোৰৰপৰা ফালৰি নাকাটিলে। খুৰীদেৱে অসুখৰ সময়ত তেখেতক বেলেগে পুষ্টিকৰ খাদ্য দিলে প্ৰথমতেই সোধে, "বাকীবোৰকো এইবোৰ খাদ্য দিছানে?" লোকক নিদিয়াকৈ নিজে খোৱা তেখেতৰ জীৱনত নঘটিছিল। চৰকাৰী বা ৰাজহুৱা, কোনো কথাই ঘৰৰ কাৰো লগত, আনকি খুৰীদেউৰ লগতো, কেতিয়াও আলোচনা নকৰিছিল। খুৰীদেউলৈ কোনোবাই চিঠি দিলে বিশেষ গুৰুত্বপূৰ্ণ বিষয় নহ'লে ফালি পেলায়। কেতিয়াবা দুই এখন চিঠি মনে মনে তেখেতৰ মেজৰ ওপৰত থৈ দিয়ে মাত্ৰ। আনকি মন্ত্ৰীসভা নতুনকৈ গঠন কৰিবলগীয়া হ'লেও নিজে নাম-ধাম লিখি পোনে পোনে ৰাজভৱনলৈ যায়গৈ। তাৰ আগতে কোনেও ক'তো গম নাপায়। খুৰীদেউক আমি আৰু আন বহুতে দদাইদেউৰ চিঠি-পত্ৰ আদি চোৱাৰ বিষয়ে সোধোঁতে ক'লে, "ভিতৰুৱা চিঠি-পত্ৰ দদাইদেৱেবোৰ একো নাছিল। সকলো চৰকাৰী।" এই উক্তি বেচ্ তাৎপৰ্যপূৰ্ণ।

চলিহা ৰাজনৈতিক নেতাজনে কি সাফল্য অৰ্জন কৰিলে, বুৰঞ্জীয়ে তাৰ বিচাৰ কৰিব। কিন্তু অসমৰ কাৰণে গোটেই জীৱন দেহ-মন ঢালি দিয়া ব্যক্তিৰ ভিতৰত এইজন নিশ্চয় আগশাৰীৰ। '৬৭ চনত ৰাজনীতিত নানামিৰলৈ পৰিবাৰবৰ্গৰ নাকীয়ে অশেষ চেষ্টা কৰিলে; কিন্তু চলিহাই ক'লে, "জীৱনটো দেশৰ সেৱাতে গ'ল, এতিয়া শেষমুহূৰ্তত এই স্বভাৱ কেনেকৈ

এবোঁ ?” নিজৰ ল'ৰা-ছোৱালী, অগাধ সা-সম্পত্তিৰ বিষয়ে মানুহজনৰ কোনো চিন্তা নাই। খুৰীদেৱে কেতিয়াবা ল'ৰা-ছোৱালীৰ বিষয়ে ক'লে কয়, “তাহাঁতৰ ভাগ্যত যি আছে সেয়ে হ'ব। আমাৰ দেউতা দেখোন মোৰ দুবছৰ বয়সতে ঢুকাল। আমি কেনেকৈ মানুহ হ'লোঁ!” আন মুখ্যমন্ত্ৰীৰ ল'ৰা-ছোৱালী আৰু চলিহাৰ ল'ৰা-ছোৱালীক যিসকলে জানে, থিতাতে ক'ব, “পৰিবেশৰ কি পাৰ্থক্য! আদৰ্শৰ কেনে প্ৰভাৱ!”

এষাঁকি কথা আছে—'মৃত্যুৱে মানুহৰ মহত্ত্ব প্ৰতিষ্ঠা কৰে।' চলিহাৰ অকাল মৃত্যুত সেয়েহে অমৰত্বই প্ৰতিষ্ঠা হ'ল। জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে খাছীয়া পাহাৰৰ তথা দেশখনৰ অগণন বাইজৰ আপোনা-আপুনি নিগৰি অহা চকুলোবাজিয়ে তাৰে সুপ্ৰকাশ নকৰিলে জানো ?

# চলিহাৰ সোঁৱৰণত

## মহেন্দ্ৰমোহন চৌধুৰী

যোৱা বছৰৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে ৰাতিপুৱা ৫-৩০ বজাত বাতৰি পালোঁ, ৫-১৫ মিনিটত শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱৰ পৰলোক হৈছে। বাতৰিটো অপ্ৰত্যাশিত নাছিল। কাৰণ, আগদিনাখন ৰাতিয়ে তেখেতৰ স্বাস্থ্যৰ অৱনতি ঘটিছিল আৰু তেখেতৰ যে শেষ মুহূৰ্ত্ত সন্নিকট, সেইটো সকলোৱে বুজিব পাৰিছিল। তেখেতৰ মৃত্যুৰ বাতৰিত আমি যে মৰ্মাহত হৈছিলোঁ সেইটো কোৱা নিষ্প্ৰয়োজন। চলিহাদেৱ অসমৰ তথা ভাৰতৰ পূৰ্বাঞ্চলৰ এগৰাকী মহান নেতা আছিল। তেখেতে তেখেতৰ জীৱনতকৈ আমাৰ এই দেশখনক ভাল পাইছিল আৰু তাৰ উন্নতিৰ হকে কাম কৰিছিল। যদি তেখেতে স্বাস্থ্যৰ প্ৰতি ভ্ৰূক্ষেপ কৰি ডাক্তৰৰ কথা মানি কাম কৰিলেহেঁতেন, কিজানি তেখেতে অকালতে মৃত্যু বৰণ নকৰিলেহেঁতেন। মুখ্যমন্ত্ৰীৰ দায়িত্ব, বিশেষকৈ সমস্যা-বহুল অসম ৰাজ্যৰ, বৰ সহজ কথা নহয়। বিশেষকৈ চলিহাদেৱৰ মুখ্যমন্ত্ৰিত্বৰ কালছোৱাত অসমত বহুতো বিপৰ্যয় হৈছিল আৰু সেই বিপৰ্যয়সমূহ ভেদ কৰি ৰাজ্যখনক আগবঢ়াই লৈ যোৱাত তেখেতে সদায়ে শাৰীৰিক আৰু মানসিক উদ্বিগ্নতাত জীৱন যাপন কৰিবলগীয়া হৈছিল। স্বাস্থ্য ভাগি পৰাত তেখেতে তালৈ ভ্ৰূক্ষেপ নকৰি নিজৰ কৰ্তব্য আৰু দায়িত্ব পালন কৰাৰ ফলতেই তেখেতক আমি অকালতে হেৰুৱাব লগা হ'ল। তেখেতৰ দেশাত্মবোধ, কৰ্তব্য-পৰায়ণতা আৰু দায়িত্বজ্ঞানেই তেখেতৰ অকাল-মৃত্যুৰ কাৰণ।

চলিহাদেৱৰ লগত মোৰ প্ৰথম দেখাদেখি হয় নগাওঁ জেলত ১৯৩২ চনত। ১৯৩২ চনৰ আইন অমান্য আন্দোলনৰ কাৰাবাসৰ সময়ত মোক আৰু শ্ৰীখগেন নাথক গুৱাহাটী জেলৰপৰা স্থানান্তৰ কৰি নগাওঁ জেললৈ নিয়ে। মে' মাহৰ এদিন ৰাতিপুৱা আমি গৈ নগাওঁ জেলত ভৰ্তি হওঁ। গেটৰপৰা আমি সোমাই গৈয়ে দেখা পালোঁ, এজন কুমলীয়া ছাত্ৰ, বয়স কুৰি বছৰ। কলেজ পৰিত্যাগ কৰি মহাত্মা গান্ধীৰ অহিংস সংগ্ৰামত যোগদান, কৰি কাৰাবৰণ কৰিবলগীয়া হোৱা বিমলাপ্ৰসাদ চলিহা। চলিহা সকৰেপৰা

স্পষ্টভাষী আছিল। তেখেতে সেই অৱস্থাত অম্বিকাগিৰী ৰায়চৌধুৰীৰ অসমীয়া সংৰক্ষিণী নীতিৰ প্ৰভাৱত পৰিলেও জাতীয়তাবাদী ৰাজনীতিৰ লগত সংৰক্ষিণী নীতিৰ সমন্বয় ৰাখিবলৈ চেষ্টা কৰিছিল। আমাতকৈ আগেয়ে তেখেত জেলৰ-পৰা খালাচ হৈ গৈছিল। তাৰ পিচত তেখেতৰ লগত প্ৰায় দেখা-শুনা হোৱা নাছিল বহুদিনলৈকে। ১৯৪১ চনত মোক যিদিনাখনেই গুৱাহাটী জেলৰপৰা তেজপুৰলৈ স্থানান্তৰ কৰি লৈ গৈছিল, বেলত যাওঁতে শুনিছিলোঁ, সিদিনাখনেই তেখেতৰ বিয়া আছিল। ১৯৩৪ চনত গান্ধীজী অস্পৃশ্যতা নিবাৰণ ভ্ৰমণত চলিহাৰ ঘৰত আলহী আছিল। সেই সময়ত চলিহাদেৱে এটা নতুন যঁতৰ আৱিষ্কাৰ কৰা সম্পৰ্কে গৱেষণা চলাইছিল। সেই গৱেষণাৰ পৰিপ্ৰেক্ষিতত মহাত্মা গান্ধীয়ে তেখেতক ৱাৰ্ধালৈ যাবলৈ পৰামৰ্শ দিছিল। ৱাৰ্ধাৰপৰা প্ৰশিক্ষণ লৈ ঘূৰি অহাৰ পিচৰেপৰা তেখেতে নিখিল ভাৰত শিপিনী সংঘৰ ( All India Spinners' Association ) কৰ্মী হিচাপে অসমত সংঘৰ সংগঠনৰ কাম চলাইছিল।

১৯৪২ চনৰ গণ-আন্দোলনত তেখেত দুবছৰৰ অধিক কাল জেলত অন্তৰীণ হৈ আছিল। ১৯৪৬ চনত তেখেত বিধানসভালৈ নিৰ্বাচিত হৈ আহিছিল আৰু আমি একেলগে বিধানসভাৰ সদস্য হিচাপে কাম কৰাৰ সুযোগ লাভ কৰিছিলোঁ। ১৯৪৭ চনৰ আগষ্ট মাহৰ ৩১ তাৰিখে লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে ( সেই সময়ত অসমৰ প্ৰধানমন্ত্ৰী ) মোক আৰু চলিহাদেৱক একেলগে সংসদী সচিব (Parliamentary Secretary) নিযুক্ত কৰিছিল। চলিহাদেৱ বৰদলৈদেৱৰ পৰম বিশ্বাসভাজন আছিল। তেখেতৰ কৰ্তব্যনিষ্ঠাক বৰদলৈদেৱে মুক্তকণ্ঠে শলাগ লৈছিল। তেখেত সংসদী সচিব থকা কালত গাওঁ-উন্নয়ন বিভাগে নতুন গঢ় লয় আৰু তাৰ মাজেদিয়ে পঞ্চায়ত-ৰাজৰ জন্ম হৈছিল। তাৰ পিচত এগৰাকী বিশ্বস্ত লোকক প্ৰদেশ কংগ্ৰেছৰ সভাপতি পতাৰ সন্ধানত বৰদলৈদেৱে চলিহাৰ কথা ভাবিছিল। পিচত সিদ্ধিনাথ শৰ্মাদেৱে সেই দায়িত্ব বহন কৰিবলৈ গাত লোৱাত চলিহাদেৱে প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক নিযুক্ত হ'লত তেখেতে সংসদী সচিবৰ পদ ইস্তফা দিলে। তাৰ পিচত একেৰাহে তেখেতে সংগঠনৰ কামত ১৯৫৪ চনলৈ লাগি আছিল। তেখেতে প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক আৰু পিচত প্ৰদেশ কংগ্ৰেছৰ সভাপতি হোৱা কালছোৱাত কংগ্ৰেছ সংগঠনৰ বহুতো সংস্কাৰ সাধন কৰিছিল। বৰ্তমানে কংগ্ৰেছ অনুষ্ঠানৰ কাৰ্য-কলাপ তেখেতৰ নিৰ্দিষ্ট পথত চলি আছে। তেখেতে কংগ্ৰেছ অনুষ্ঠানক

বহুমুখী প্ৰতিষ্ঠান এটাত গঢ় দিবলৈ চেষ্টা কৰিছিল আৰু সেই চেষ্টাত তেখেত কৃতকাৰ্যও হৈছিল। ছাত্ৰ আৰু যুৱকসকলক কংগ্ৰেছৰ নীতিৰ প্ৰতি আকৃষ্ট কৰাত তেখেতৰ অৱদান যথেষ্ট আছিল। শিল্পী-সাহিত্যিকসকলকো কংগ্ৰেছৰ প্ৰতি তেখেতে আকৃষ্ট কৰিব পাৰিছিল। খেলুৱৈসকলক খেলা-ধূলাত উৎকৰ্ষতা লাভ কৰাত সহায় কৰাবো তেখেতে চেষ্টা কৰিছিল। শিক্ষক, সমাজসেৱী-সকলৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা আছিল অসীম। ১৯৫৫ চনত পুনৰ তেখেত প্ৰদেশ কংগ্ৰেছৰ সভাপতি বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হৈছিল। ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত তেখেত পৰাজিত হ'লেও তেখেতৰ কংগ্ৰেছ অনুষ্ঠানৰ ওপৰত থকা প্ৰভাৱ কোনো প্ৰকাৰে ম্লান হোৱা নাছিল। ১৯৫৮ চনত যেতিয়া সেই সময়ৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়া ৰাজনীতিৰপৰা অৱসৰ লৈ মাদ্ৰাজৰ ৰাজ্যপাল নিযুক্ত হ'ল, তেতিয়া চলিহা ডাঙৰীয়া বিধানসভাৰ সদস্য নহ'লেও কংগ্ৰেছ সংসদী দলে তেখেতক নেতা নিৰ্বাচন কৰিছিল আৰু তাৰ পিচত ১৯৭০ চনৰ ৩১ অক্টোবৰ তাৰিখলৈ তেখেতে অসমৰ মুখ্যমন্ত্ৰীৰ দায়িত্ব যোগ্যতাৰে বহন কৰিছিল।

চলিহা ডাঙৰীয়াৰ মুখ্য-মন্ত্ৰিত্বৰ কালছোৱাৰ ভিতৰত ভাৰতবৰ্ষৰ ওপৰত চীন আৰু পাকিস্তানৰ আক্ৰমণ হৈছিল। সেই আক্ৰমণত অসম প্ৰত্যক্ষভাৱে জড়িত হৈছিল। চলিহাৰ যোগ্য নেতৃত্বই সেইবিলাক আক্ৰমণৰ বিৰুদ্ধে অসমৰ সংহতি দৃঢ় কৰাত যথেষ্ট কৃতকাৰ্য হৈছিল। অসমৰ সকলো ধৰ্ম-সম্প্ৰদায়, ভাষা-ভাষী আৰু সৰ্বস্তৰৰ মানুহৰে চলিহা ডাঙৰীয়াৰ নেতৃত্বৰ ওপৰত সম্পূৰ্ণ আস্থা আছিল আৰু তাৰ কাৰণে প্ৰতিৰক্ষাৰ ক্ষেত্ৰত সকলোফালৰপৰা তেখেতে অকুণ্ঠ সহযোগ লাভ কৰিছিল।

অসমৰ পৰ্বত-ভৈয়াম, জনজাতীয় অনুসূচিত আদি সকলো জাতিৰ মানুহৰ মাজত সমন্বয় ৰক্ষাৰ ক্ষেত্ৰত চলিহাৰ অৱদান ভৱিষ্যত ইতিহাসে স্বীকাৰ কৰিব লাগিব। পৰ্বত-ভৈয়ামৰ মাজত মিলাপ্ৰীতি ৰক্ষাৰ বাবে চলিহাৰ বৰঙণি অসীম। আদি-মিকিৰ জিলা আৰু উত্তৰ কাছাৰ জিলা অসমৰ লগত চামিল হৈ থকাটোৱেই তেখেতৰ নীতিৰ সাৰ্থকতাৰ প্ৰমাণ কৰিছে। শত্ৰুৰ লগত ব্যৱহাৰতো তেখেতৰ বিদ্বেষ দেখা নগৈছিল। শত্ৰুক শ্ৰদ্ধাৰ চকুৰে চোৱা মহাত্মা গান্ধীৰ গুণ চলিহাৰ গাতো প্ৰকাশ পাইছিল। সেই কাৰণে শত্ৰুৰপৰাও তেখেতে সদায় সন্মানেই লাভ কৰিছিল। তেখেতৰ মৃত্যুৰদিনাখন সন্মান প্ৰদৰ্শন কৰিবলৈ অহা বিভিন্ন ধৰ্ম, সম্প্ৰদায়, জাতি, ভাষা-ভাষী আৰু বৰ্ণ আৰু

স্তৰৰ মানুহৰ সমাগমেই সেইটো স্পষ্টভাৱে প্ৰমাণ কৰিছিল। তেখেতে হিংসাক কেতিয়াও প্ৰশ্ৰয় নিদিছিল। হিংসাত্মক কাৰ্যক কঠোৰভাৱে দমন কৰিব পৰা শক্তি তেখেতে সকলো ক্ষেত্ৰতে প্ৰদৰ্শন কৰিছিল।

তেখেত ধৰ্মপ্ৰাণ আছিল। ধৰ্মানুষ্ঠানসমূহৰ উন্নতি তেখেতে সদায় কামনা কৰিছিল। আমাৰ দেশৰ মঠ-মন্দিৰ, সত্ৰ-দেৱালয়সমূহৰ অৱনতিয়ে তেখেতৰ মনত বৰ দুখ দিছিল আৰু সেইবিলাকৰ কেনেকৈ উন্নয়ন সাধন কৰি তাৰ জৰিয়তে আধ্যাত্মিক আদৰ্শসমূহ জনপ্ৰিয় কৰি তুলিব পাৰি, সেইটো তেখেতে কল্পনা কৰিছিল। কিন্তু মহাকালৰ আহ্বানত তেখেতৰ জীৱনাৱসান ঘটাত সেই আদৰ্শসমূহ বাস্তৱত ৰূপায়িত হ'বলৈ নাপালে।

মহাত্মা গান্ধীৰ গঠনমূলক কামৰ প্ৰতি তেখেতৰ অগাধ বিশ্বাস আছিল। ভাৰত-সেৱা মিছন আৰু পূৰ্বাঞ্চল গঠনমূলক প্ৰশিক্ষণ সেৱা-কেন্দ্ৰ তেখেতৰ জীৱনৰ শেহতীয়া দান। এই দুটা অনুষ্ঠানৰ ভৱিষ্যতৰ বাবে তেখেত বৰ চিন্তিত হোৱা" বুলি আমি তেখেতক কোৱা শুনিছিলোঁ। যিকোনো গঠনমূলক কৰ্মীক তেখেতে নিজৰ ভাই-ভনীৰ দৰে ব্যৱহাৰ কৰিছিল আৰু সেইসকলৰ লগত গঠনমূলক কথাৰ ভৱিষ্যত সম্বন্ধে আলোচনা কৰি আনন্দ লাভ কৰিছিল। নানান কৰ্মব্যস্ততাৰ মাজতো তেখেতে সেইবিলাকৰ লগত সকলো সময়তে তেওঁলোকৰ সমস্যাবিলাকৰ সম্পৰ্কে কথা পাতি সেইবিলাক সমাধান কৰিবলৈ চেষ্টা কৰিছিল। আজি তেখেতৰ লোকান্তৰত সেইসকল লোকে নিৰাশ্ৰয় অনুভৱ কৰিছে।

তেখেতৰ লগত মোৰ ঘনিষ্ঠ সম্বন্ধ যে আছিল সেইটো সকলোৱে জনা কথা। ১৯৫৪ চনত তেখেতৰ পিচতে মই মন্ত্ৰীপদ ইস্তফা দি প্ৰদেশ কংগ্ৰেছৰ সভাপতি হ'বলগা হৈছিল—বিশেষকৈ তেখেতৰ নিৰ্দেশত আৰু ১৯৫৬ চনত যেতিয়া মই অখিল ভাৰত কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদক নিযুক্ত হৈ প্ৰদেশ কংগ্ৰেছৰ সভাপতি পদৰপৰা অব্যাহতি ল'ব লগা হৈছিল, মোৰ অনুৰোধক্ৰমেই তেখেতে প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিছিল। পুনৰ যেতিয়া তেখেত ১৯৫৮ চনত মুখ্যমন্ত্ৰী হ'বলগা হ'ল, তেতিয়া আকৌ তেখেতৰ নিৰ্দেশতে মই ৰাজ্যসভাৰ সদস্য পদ ত্যাগ কৰি প্ৰদেশ কংগ্ৰেছৰ সভাপতি হ'বলগা হৈছিল। প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ মিয়াদ উকলি যোৱাত ১৯৫৯ চনত তেখেতে মোক বিধানসভাৰ অধ্যক্ষৰ পদ গ্ৰহণ কৰিবলৈ বাধ্য কৰিছিল। তাৰ পিচতো ১৯৬২ চনত তেখেতে মোৰ ওপৰত অধ্যক্ষৰ

ভাৰ জাপি দিছিল। তাৰ পিচত ১৯৬৭ চনত তেখেতে মোক তেখেতৰ মন্ত্ৰীসভাৰ এজন মন্ত্ৰী হিচাপে নিযুক্ত কৰিছিল। সেই বছৰতে কংগ্ৰেছ সংসদী দলৰ উপদলপতি তেখেতৰ অনুগ্ৰহতে হ'ব পাৰিছিলোঁ। তাৰ পিচত যেতিয়া তেখেতৰ শৰীৰ ভাগি পৰিল, তেখেতৰ সকলো দায়িত্বকে মোক বহন কৰিবলৈ নিৰ্দেশ দিয়াৰ কথাই তেখেতৰ মোৰ প্ৰতি থকা মৰম আৰু বিশ্বাস প্ৰমাণ হয়। স্বাস্থ্য ক্ৰমে ভাগি পৰিলত, শেহত যেতিয়া প্ৰথমবাৰ তেখেতে অৱসৰ লোৱাৰ কথা ভাবিছিল, তেতিয়া সদায়ে মোৰ লগত আলোচনা কৰিছিল দলত মোৰ সংখ্যা-গৰিষ্ঠতা আছেনে নাই। তেখেতৰ অবৰ্তমানত মই মুখ্যমন্ত্ৰী হোৱাটো তেখেতে যে বিচাৰে এইকথা তেখেতে মোৰ আগত বহুবাৰ প্ৰকাশ কৰিছিল। যেতিয়া তেখেতে অৱসৰ গ্ৰহণ কৰিবলগীয়া হ'ল আৰু যেতিয়া তেখেতৰ পৰিবৰ্তে মুখ্যমন্ত্ৰী হোৱাটো বাস্তৱত পৰিল, তেতিয়া মোক তেখেতে অন্তৰেৰে আশীৰ্বাদ জনাইছিল আৰু সকলো সময়তে তেখেতৰ সহযোগৰ আশ্বাস দিছিল। শেহত যোৱা ২৫ ফেব্ৰুৱাৰীৰ ঢল-পুৱাতে তেখেতে পাৰ্থিব সকলো আশ্বাস নেওচি, বন্ধুত্বৰ, ভালপোৱাৰ সকলো বান্ধোন ছিঙি আমাৰ মাজৰপৰা আঁতৰি গ'ল। তেখেতৰ সেই বহল হৃদয়, আবেগময়, উদাৰনীতি-প্ৰসূত পৰামৰ্শ, মানুহৰ প্ৰতি সমদৰ্শীভাৱ, গুণীৰ গুণৰ প্ৰকৃত শ্ৰদ্ধাৰ আকৰ্ষণ আজি আৰু ভৌতিকভাৱে আমাৰ সন্মুখত নাই, কিন্তু তেখেতৰ অমৰ আত্মাই আমাক সকলো সমস্যাৰ ক্ষেত্ৰতে আগবাঢ়ি যাবৰ বাবে যিখিনি সাহস, দৃঢ়তা, কৰ্ম-প্ৰৱণতা আৰু উদাৰতাৰ প্ৰয়োজন, সেইখিনি আগবঢ়াবলৈ সক্ষম হ'ব—ইয়াকে সুমৰি সান্ত্বনা লাভ কৰিছোঁ আৰু তেখেতৰ স্মৃতিৰ প্ৰতি আন্তৰিক ভক্তি-শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছোঁ।

পৰমেশ্বৰে তেখেতৰ আত্মাক অনন্তকাল শান্তিত ডুবাই ৰাখক, এয়ে আমাৰ পৰমেশ্বৰৰ শ্ৰীচৰণত কামনা আৰু প্ৰাৰ্থনা।

# বিমলাপ্ৰসাদ চলিহাৰ উপৰিপুৰুষ

**বেণুধৰ শৰ্ম্মা**

বিমলাপ্ৰসাদৰ কৌলিক উপাধি চলিহা। জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনত সেই উপাধিধাৰী লোকক আঠখেল বৰকাকতীৰ ভিতৰত এখেল বৰকাকতী পাতিলে। কেয়ো খেল কাকতী উচ্চ শ্ৰেণীৰ কায়স্থ। আঠখেল বৰকাকতীৰ হতুৱাই ৰাজ্যৰ মাটি-মানুহ, দ'ল-দেৱালৰ পিয়ল কৰাই লোৱা হৈছিল। বুটিছ আহিও সেই কাকতী ফৈদৰ মানুহকে দেশৰ আৰ্থিক, সামাজিক নীতি-ধাৰা, ধৰ্ম-কৰ্মৰ বুৰঞ্জী আৰু অৱস্থান-পৰিস্থিতি সম্পৰ্কে বুজ-বাজ কৰোৱাই সকলো কথা লেখাই ৰাখিছিল। ৰজাদিনত যেনেকৈ ৰজাৰ চাংকাকতী, বৰকাকতী, মজিন্দাৰ, বৰভঙাৰ বৰুৱা, পুৰণি মেলীয়া বৰুৱা প্ৰভৃতি দায়িত্বপূৰ্ণ বিষয়বিলাক কাকতীসকলৰ ওপৰতে ন্যস্ত কৰা হৈছিল, বৃটিছে দেশ পাতোতেও তেনেকৈ সেইসকলৰ বংশধৰকে প্ৰশাসনীয় ক্ষেত্ৰত নিয়োগ কৰিছিল। এইসকল কাকতীৰ ভিতৰতে চলিহাও এটা ফৈদ:

**আঠ বৰকাকতী**

১। আনন্দৰাম বৰুৱাৰ উপৰিপুৰুষত গৰগঞা কাকতী বা মজিন্দাৰ কাকতী
২। মণিৰাম দেৱানৰ ছুৱৰা কাকতী
৩। চলিহা কাকতী
৪। বণিয়া কাকতী
৫। টুকৰীয়া কাকতী
৬। অভয়পুৰীয়া কাকতী
৭। নামতীয়াল কাকতী
৮। গজপুৰীয়া কাকতী

প্ৰত্যেক খেল বা ফৈদৰ একো একোজন সিৰফুটা পুৰুষে আমাৰ কৃষ্টি-ঐতিহ্যৰ একোটি-একোটি মহৎ দান দি গৈছে। চলিহা-বংশইও দিছে। এই বংশৰ "প্ৰতিপত্তি বিষয়ে কোৱা অনাৱশ্যক। কৱলগীয়া কথা যে আহোমসকলৰ

ৰাজত্বকালত চলিহাখেলৰ ভিতৰত চমুৱা নাছিল, চলিহা মাত্ৰেই বিষয়া আছিল।"[১] তাৰ পৰিচয় বুটিছৰ দিনত হোৱা বিষয়া জনাৰ্দন ভঁড়ালী বৰুৱা, ফণিধৰ চলিহা, ডাক্তৰ লক্ষ্মীপ্ৰসাদ চলিহা, ডাক্তৰ বেণীমাধৱ চলিহা, শঙ্খধৰ বৰকাকতী, ব্ৰহ্মানন্দ বৰকাকতী, ধৰ্মেশ্বৰ চলিহা প্ৰভৃতিৰ জীৱনীতে পোৱা যায়। ৰজাদিনতো আবেথা চলিহা, মদন চলিহা, গুৰুদত্ত চাংকাকতীয়ে স্বাধীনচিত আৰু শাসনৰ বাঘজৰী ধৰাত কৃতিত্ব দেখুৱাই গৈছে।

## চলিহা-ৰজা

কোঁচবেহাৰৰ মহাৰাজ নৰনাৰায়ণৰ দিনত চলিহাৰ জনম (জন্মি) কোঁচৰ 'ফুৰা-কোটোৱাল' আছিল। 'ফুৰা কোটোৱাল' বুলিলে ইচ্ছামতে কাটিব পৰা উচ্চ সামৰিক বিষয়া। মাজুলীৰ পূব-উত্তৰে শুকান স্মুঁতিত ১৪৮২ শকত আহোমৰে সৈতে যি যুদ্ধ হৈছিল তাত ৩০০ লোক (সেনা) লৈ এওঁ যুদ্ধ কৰিছিল।

১৪৭৭ শকত নৰনাৰায়ণে সৰ্গদেৱ খোৰা ৰজালৈ ৰজাৰ বুদ্ধি পৰীক্ষাৰ নিমিত্তে যি চিঠি দিছিল সেই চিঠিও আনিছিল নৰনাৰায়ণৰ সঁজাতী চিৰাম, উদ্ভণ্ড আৰু শ্যামৰায় চলিহাই। সেই সময়ত কামৰূপত পুন্না বা পুণাৰাম নামে এজন ৰজা হৈছিল, যাক অসম বুৰঞ্জীয়ে 'ঢেকেৰী চোঙ'ৰ ৰজা বুলি অভিহিত কৰিছে। নলবাৰীত থকা চলিহা-পুখুৰীটো এইজনা চলিহা ৰজায়েই খনাই থৈ যোৱা বুলি কলে বোধকৰো ভুল হোৱাৰ সম্ভাৱনা নাথাকিব।* ধৰ্ম্ম-সংস্কৃতি সম্পৰ্কে এই বংশৰে চিৰামৰ পুতেক ৰামৰায়ৰপৰা বঢ়া ঠালটোৱে অসমত, বিশেষকৈ উজনি অসমত চলিহা-গোষ্ঠীৰ কীৰ্তি অটুট ৰাখিছে।

## কায়স্থ-চলিহা আৰু আহোম-চলিহা

**কায়স্থ-চলিহা:** এই শব্দটোৰ উৎপত্তি কাশ্মীৰত। আগৰ দিনত তাত কাত্যায়ন গোত্ৰৰ যিসকল কায়স্থই ডালচেনিৰ ব্যৱসায় কৰিছিল সেই

(১) শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ; 'বাঁহী', ষষ্ঠ বছৰ, ৫২৯ পৃঃ।

* পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামীদেৱে চলিহা-পুখুৰীৰ সম্ভেদটো তাহানি 'আৱাহন'ৰ পাতত আমাক দি থৈ গৈছে। মঙ্গলদৈৰ মোহনপুৰৰ ওচৰত 'বঙ্গালগড়' বুলি যিডোখৰ ঠাই আছে, তাতো এটি 'চলিহা' নামৰ পুখুৰী আছে। উজনিৰ ফালে ভঁড়ালী বৰুৱাৰ পুখুৰী নামে বহুত পুখুৰী আছে। সেইবোৰৰ কিছুমান চলিহা-ফৈদৰ সময়ে সময়ে হোৱা বিষয়াসকলে খনোৱা।

সকলক ছালিয়া বোলা হৈছিল। দক্ষিণপাট সত্ৰৰ আদিজনা বনমালীদেৱে চিৰামৰ পুতেকক ছালিয়া বুলিহে মাতিছিল। আমাৰ দেশত যেনেকৈ তামোলৰ সলনি মানুহে বঁহতৰ ছাল বা ভেৰাছালি ব্যৱহাৰ কৰিছিল আৰু আজিও অসমৰ কোনো কোনোৱে কৰে, তেনেকৈ কাশ্মীৰতো মুখশুদ্ধিৰ বাবে ডালচেনি গছৰ ছাল ব্যৱহাৰ কৰিছিল। কোনো কোনো ইংৰাজ তথ্যানুসন্ধানকাৰীৰ মতে কাশ্মীৰৰপৰা পুলি নিহে বোলে চীলনত (লঙ্কা দ্বীপত) ছালি-ব্যৱসায়ী সকলে ডালচেনি গছৰ খেতি উলিয়ায়গৈ। সি যাৰু যি হওক, এই কাত্যায়ন গোত্ৰীয় চলিহাৰে এজন কান্যকুব্জ বা কনৌজলৈ আহে। উত্তৰ-ভাৰতত বেপাৰ-বাণিজ্য প্ৰসাৰ হোৱাৰ লগে লগে ছালিয়া নামটো ঠাই অনুসৰি ছালিয়া, চহলীয়া, চাউলীয়া বুলি মানুহে ক'বলৈ ধৰিলে। কমতাপুৰ বা কোঁচবেহাৰত ছালিয়া-চহলীয়া নামেৰেই জনাজাত হ'ল। কামৰূপলৈ আহিলত ক্ৰমান্বয়ে সেই উপাধিয়েই চলিহা হ'লগৈ। মুঠতে, চলিহা শব্দটোৰ উৎপত্তি কাশ্মীৰত।

লঙ্কা দ্বীপৰ গলীত চলিহা মানুহ যিবিলাকে কাপোৰ-কানি আৰু কাপোৰৰ গুণা কাটিছিল সেইবিলাককো আদিতে বোলা হৈছিল ছালিয়া। এওঁবিলাকো কাশ্মীৰৰপৰা গুজৰাটেদি লঙ্কালৈ গৈছিল।* স্থাপত্য আৰু ভাস্কৰ্য্য পণ্ডিত দুজনমানে অসমত চলিহা নামটো পাই সেই উপাধিধাৰীৰ আদি পুৰুষজন চীলনৰপৰা অহা বুলি কৈছিল। কিন্তু চলিহা কাকতীৰ বংশত পুৰুষপৰম্পৰায় চলি অহা কিম্বদন্তী মতে কাশ্মীৰৰপৰা কনৌজ পাই কনৌজৰপৰা চলিহা বংশটো কোঁচবেহাৰলৈ আহে; তাৰপৰা ১৪৮২ শকত চলিহাৰ কেবাজনো 'বৰ কোটোৱাল' শুকান সুঁতিৰ চাপৰিত বসতি কৰিবলৈ লয়। সেইসকলে পাতি থৈ যোৱা বাৰী-মাটিতে পৰবৰ্তী কালত প্ৰভু যাদৱ ৰায়ৰ সেৱক ৰামে বসতি কৰিবলৈ লয়। তাত থকা চিৰাম চাপৰিয়েই তাৰ চিন। চিৰামৰপৰাই অসমত চলিহা-কাকতী বংশটো দূৰ্বাপত্ৰৰ দৰে কাণ্ডে-কাণ্ডে (গাঁঠিয়ে-গাঁঠিয়ে) বাঢ়ি যায়।

**আহোম-চলিহা:** আহোমসকলৰ ভিতৰতো চলিহা নামে এটা খেল আছে। সেই খেলৰে সৈতে এই চলিহাৰ ৰক্ত-সম্বন্ধ একো নাই। কাত্যায়ন গোত্ৰৰ এই চলিহা খেলৰ কোনো কোনোজন কেতিয়াবা কেতিয়াবা আহোম-

* Cyclopaedia of India—Edward Baker.

চলিহাবিং সকলৰ কাকতী নথকাটোও নহয়। সেই বুলি চলিহাবিঙৰ কাকতী আছিল বুলিয়েই যে চলিহা উপাধিটো আহোম চলিহাৰপৰা অহা—এই সিদ্ধান্ত কৰাটো ভুল।

"চলিহা উপাধিটো চলিহাবিং কাঁড়ী খেলৰ ওপৰত কাকতী হোৱা বাবে নহয়। চলিহা উপাধি আগৰেপৰা থকা আৰু ইয়াৰ উৎপত্তি কাশ্মীৰত। চুহান ৰজাৰ দিনত চাওকাং বাণুক বৰগোহাঞিৰ ভতিজাক নাঙ্গচুঙ্গে 'গৰ্ভেৰে সৈতে অনা আহোম তিৰোতাৰ যিটো ল'ৰা হ'ল, তাৰে নাম থলে চলিহা।' ইয়াৰে সতি-সন্ততিবিলাকক বোলা হ'ল 'চলিহাবিঙ্গ'; কাঁড়ী হ'ল চলিহা-সন্দিকৈ ভাগৰ। এওঁবিলাক 'জাতত আহোম'। যিঘৰ চলিহা কাকতী, সেইঘৰ হ'ল কাত্যায়নগোত্ৰীয় কায়স্থ।"

## মাজুলীতে চলিহাৰ প্ৰথম ঘৰ-বাৰী

খোৰাৰজাৰ আগলৈকে মাজুলীখণ্ড কোঁচবেহাৰৰ অধীনত আছিল। নৰনাৰায়ণৰ লগত সন্ধি হোৱাৰ পিচত সেইখণ্ড সৌমাৰাধিপতিৰ তললৈ আহে। প্ৰতাপসিংহ সৰ্গদেৱৰ দিনত মাজুলীৰপৰা দক্ষিণপটীয়া, ৰতনপুৰীয়া, বেঙেনা-অটীয়া আদি গায়ন-বায়ন কৰা ভাল মানুহ দিহিঙৰ (ব্ৰহ্মপুত্ৰৰ) দক্ষিণপাৰলৈ তুলি আনে। তেতিয়াই কায়স্থসকলক চাৰিওত পাতে। কোঁচ-যুদ্ধৰ সময়ত চলিহা বংশৰ পূৰ্বপুৰুষসকলে শুকান সুঁতিৰ ওচৰত বাস কৰিবলৈ লৈছিল।

## বনমালীদেৱৰ শিষ্য চিৰাম-চলিহা

দক্ষিণপাট সত্ৰৰ প্ৰতিষ্ঠাতা প্ৰভু বনমালীদেৱ কোঁচবেহাৰত থাকোতেই ৰামৰাম চলিহা বৈকুণ্ঠপুৰ সত্ৰত পৰম ভক্ত হৈ গুৰুসেৱা কৰি আছিল। জয়ধ্বজসিংহৰদ্বাৰা মাজুলীৰ শুকান সুঁতিৰ ওচৰত দক্ষিণপাট সত্ৰ স্থাপিত হ'লত আগৰ চিৰাম চলিহা থকা চাপৰিটোও সত্ৰৰ দেৱোত্তৰৰ অন্তৰ্ভুক্ত কৰা হ'ল।

এই চিৰাম বা শ্ৰীৰাম চলিহাই উজনিৰ চলিহা-কাকতী বংশৰ আদি-পুৰুষ। চলিহা বংশটো দক্ষিণপাট সত্ৰৰ প্ৰপন্ন শিষ্য থকা হেতুকে সত্ৰ প্ৰতিষ্ঠাপক আদিগুৰু বনমালী নামটো শ্ৰীৰামৰ অধস্তন কালীপ্ৰসাদ চলিহাই প্ৰথমেই খোলা·চাহ বাগিছাখনৰ 'বনমালী' নাম দিলে আৰু দক্ষিণপাটৰ লগত থকা চলিহা কাকতীৰ গুৰু-শিষ্য সম্বন্ধটো গজগজীয়াকৈ থৈ গ'ল। যি চলিহা-

কাকতী দক্ষিণপাটৰ শিষ্য নহয়, আৰু যাৰ মাটি-ভেটি চাৰিওত নাই, সেই চলিহা পাৰত গজা বুলি এটি কথা পুৰুষ-পৰম্পৰায় চলি আহিছে।

বেতিয়নি, কাকডোঙা, চতীয়া, নাওলৰ টুপ, গোলাঘাট, ডিবুৰু আদি ঠাইত চলিহা-গোষ্ঠীৰ যিসকল লোক আছে, সেই সকলোৰেই চিৰামৰপৰা বঢ়া সতি-সন্ততি মাথোন।

## চিৰাম চলিহাৰ পৰা বঢ়া

চলিহাৰ আদিজনা শ্ৰীৰাম বা চিৰাম চলিহা; এওঁৰ ভাৰ্যা দুগৰাকী আছিল। বৰগৰাকী বা 'বৰঘৈণী'ৰ নাম আছিল সুমিত্ৰা; সৰু গৰাকী বা 'সৰুঘৈণী'ৰ নাম আছিল ডালিমী। ডালিমীৰ ফালৰ ঠালটোতে আমাৰ আজি পৰিচয় দিবলগীয়া পুৰুষ বিমলাপ্ৰসাদ চলিহাৰ জন্ম।




বিমলাপ্ৰসাদৰ আজোককাক শিওৰাম চিহানবীচে শিৱসাগৰ-কাছাৰীত বিচাৰকসকলৰ ৰায় বা সিদ্ধান্তবোৰ চমু-চমুকৈ লিখি ৰাখিব লাগিছিল; সাক্ষী-বাদীৰ কথাবোৰো চমুৰাই টুকি থ'ব লাগিছিল। টোকাটোৰেপতি তেওঁ আদমহীয়া অৰ্থাৎ আগৰদিনীয়া দুৱনীয়া একোটা পাইছিল। সেই আয়েৰেই দুখন ঘৰ চলাই আছিল—এখন নগৰত অমুট্টুপীয়াকৈ, এখন নিজ-চাৰিওত—গপ্‌গপীয়াকৈ। বহুবদিয়েক শিৱসাগৰত কাম কৰি থাকি, পিচত নাজিৰাৰ



বৰঝাৰ বিমানকোঠত চলিহাই বিশিষ্ট ব্যক্তিসকলৰ লগত [illegible] নেহৰুক পৰিচয় কৰি দিছে



কুলাজানৰ 'বানে-কেবাঙ'ত প্ৰধানমন্ত্ৰী শ্ৰীমতী গান্ধীৰ লগত চলিহা। প্ৰধানমন্ত্ৰীৰ সোঁহাতে চলিহাৰ পত্নী শ্ৰীমতী অময়া চলিহা



গুৱাহাটীৰ ৰাজহুৱা সভাত প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীৰ হাতত চলিহাই প্ৰতিৰক্ষা পুঁজিলৈ দান আগবঢ়াইছে



কেন্দ্ৰীয় গৃহমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী আৰু শ্ৰীমতী ললিতা শাস্ত্ৰীৰ লগত চলিহা



শ্বিলঙত প্ৰধানমন্ত্ৰী শ্ৰীমতী গান্ধী আৰু অসমৰ ৰাজ্যপাল শ্ৰীব্ৰজকুমাৰ নেহৰুৰ লগত চলিহা



কেন্দ্ৰীয় গৃহমন্ত্ৰী শ্ৰীচৱন আৰু শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ লগত চলিহা



শ্ৰীবিনোবা ভাবেৰ লগত চলিহা



অসম প্ৰকাশন পৰিষদৰ গান্ধী জন্মশতবাৰ্ষিকী সভাত চলিহাই বক্তৃতা দিছে।
দুফালে বহি. শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী আৰু শ্ৰীজয়ভদ্ৰ হাগজেৰ

আসাম কোম্পানীত কাম কৰিবলৈ যায়। তাত এবছৰমান থাকি আইন পঢ়িবলৈ আৰম্ভ কৰে। তেওঁৰে পুতেক কৃষ্ণদাস। এওঁ আসাম কোম্পানীৰ দেওপানী চাহ বাগিছাত মহৰি-কাম কৰিছিল। ছুৰবা-কাকতীৰ কৃষ্ণপদেও তাতে ইংৰাজীৰে বমুৰাৰ নাম লিখা সৰু কেৰেণী কামত মূৰ সুমাই আছিল। ভাগ্যক্ৰমে, ছুৰবায়েই কৃষ্ণদাসৰ খুলশালিয়েক হ'লগৈ। এইজনা কৃষ্ণপদৰ লগত বৈবাহিক সম্বন্ধ ঘটা হেতুকেই কৃষ্ণদাসৰ পুতেক কালীপ্ৰসাদৰ পঢ়া-শুনা আৰু শিৱসাগৰত থকা-মেলাৰ সুচল হ'ল।

কালীপ্ৰসাদ চলিহা ডাঙৰীয়াই ১৮৭৮ চনত শিৱসাগৰ হাইস্কুলৰপৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰে, কিন্তু কলেজলৈ যাব নোৱৰাত নাজিৰাৰ আসাম কোম্পানীতে ত্ৰিছ টকা দৰমহাত কেৰেণী কাম কৰে।

সেই সময়ত বি. এল. নাছিল। যিবা দুজন-এজন অ'ত-অত আছিল সিও বঙালী। শিৱসাগৰত যজ্ঞেশ্বৰ চলিহা, যজ্ঞেশ্বৰ শৰ্মা মুক্তিয়াৰ, শঙ্খধৰ বৰভণ্ডাৰ কাকতী আৰু জনচাৰেক সৰু-সৰু অসমীয়া মুক্তিয়াৰেই অসমীয়া ভাবাৰে গোচৰাদি চলাইছিল। যজ্ঞেশ্বৰ শৰ্মাই নিজা চাহবাগিছাখনৰ মকদ্দমা সংক্ৰান্তত কলিকতাৰপৰা ১৮৮১ চনত অক্ষয়কুমাৰ ঘোষ বি. এল. ডাঙৰীয়াক শিৱসাগৰলৈ আনে। শিৱসাগৰলৈ আহি তেওঁ আইন পঢ়ুৱাবলৈ লয়। তাত পঢ়ি-শুনি যি অলপ-অচৰপ আইনৰ জ্ঞান আয়ত্ত কৰিব পাৰে আৰু যি ঘোষ ডাঙৰীয়াৰ পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰে সেয়ে গুণানুসৰি কাছাৰীত উকীল হ'ব পাৰে— এনে নিয়ম আছিল তেতিয়া।

কালীপ্ৰসাদ চলিহাই তাতে আইন পৰীক্ষাত কৃতকাৰ্য্যতা লাভ কৰি শিৱসাগৰ কাছাৰীত উকীল হয়। সেই সময়ত চলিহা ডাঙৰীয়াই উকীলি বা ওকালতি কৰি ইমান প্ৰতিপত্তি লাভ কৰিছিল যে, গোলাঘাট পৰ্য্যন্ত তেখেতৰ সুখ্যাতি বিয়পি পৰিছিল। শিৱসাগৰেই তেতিয়া সদৰ ঠাই থকা গুণে গোটেই শিৱসাগৰ জিলাৰ চাহবাগিছাবোৰৰ (এটাইবোৰ ইউৰপীয়ই) মকদ্দমা আদিকে কৰি কাছাৰীত কৰিবলগীয়া সকলো কাম চলিহাৰ হতুৱায়েই কৰাইছিল। তেখেতৰ মহৰি গুৰুপ্ৰসাদ নাওবৈছা ফুকনে চলিহা ডাঙৰীয়াৰ গুণ-যশস্যা আৰু ওকালতি কাম কৰাৰ এটি মনোৰম বৃত্তান্তও লেখি ৰাখিছিল।

চলিহা ডাঙৰীয়া আছিল একাধাৰে সুশান্ত, ধৰ্মপ্ৰাণ, দেশহিতৈষী, সাহিত্যৰ পৃষ্ঠপোষক, দানী, দয়ালু, অতিথিপৰায়ণ, অমায়িক আৰু অত্যন্ত

ধীৰ প্ৰকৃতিৰ। উকীল বুলিলে সেইসময়ত শিৱসাগৰত কালীপ্ৰসাদ চলিহাকে হে বুজাইছিল।

নামতীয়াল কাকতী বংশৰ উচ্চমনা, স্বাধীনচিতীয়া নাগৰিক, তহীলদাৰ আৰু মেকৰাহোলা চাহবাগিছাৰ মালিক দামোদৰ বৰুৱা ডাঙৰীয়াৰ মাজু জীয়ৰী নিকুঞ্জলতাক চলিহা ডাঙৰীয়াই বিয়া কৰায়। এই পৰিণয়ৰ ফলতেই আমি পালোঁ, 'বাপেকী চাই' পুতেক ধীৰ, বেৰিষ্টৰ তাৰাপ্ৰসাদ; স্বাধীন ব্যৱসায়ী আৰু মুক্তিযুদ্ধৰ যুঁজাৰু যাদৱপ্ৰসাদ, চাহ-বাগিছা চলাওঁতা শুকপ্ৰসাদ আৰু 'মুমলী' নামেৰে জনাজাত মুমলীয়া পুত্ৰ বিমলাপ্ৰসাদ চলিহাক।

ডাঙৰীয়া কালীপ্ৰসাদ চলিহাৰ সুলক্ষণীয়া মুমলীয়া পুতেক বিমলাপ্ৰসাদ চলিহা বয়সত কম হৈও সুদীৰ্ঘকাল মুখ্যপদত অধিষ্ঠিত হৈ বংশ-পৰিয়ালৰ মুখ উজলালে আৰু অসমীয়া ভাষাটো 'ৰাজ্য ভাষা' বুলি ঘোষণা কৰি আমাৰ ভাষাটোৰ স্থিতি নিকপ্‌কপীয়া কৰিলে। এইজন ঐতিহ্যৰক্ষক, মুক্তি যুঁজাৰু, গান্ধীজীৰ প্ৰপন্ন শিষ্য আৰু সহিষ্ণু-বীৰ চলিহা বিমলাপ্ৰসাদৰ পূৰ্বপুৰুষৰ এয়ে চমু আঁতি-গুৰি।

# চলিহাৰ বৈশিষ্ট্য

**নধি মহন্ত**

কমিউনিষ্টসকলৰ কাৰণে সমাজ-সংস্কৃতি, ইতিহাস-সাহিত্য, বিজ্ঞান-দৰ্শন, উৎপাদন-বিতৰণ, ব্যক্তি-সংগঠন আদি মানুহৰ সৃষ্টি বিষয়সমূহ বিচাৰৰ এটি পদ্ধতি আছে। সেই পদ্ধতি হ'ল শ্ৰেণী বিচাৰৰ পদ্ধতি। ভাষাৰ বাহিৰে মানৱ-সৃষ্ট সকলো সম্পদত এতিয়ালৈকে মানৱ সমাজে অতিক্ৰম কৰি অহা আদিম, দাস আৰু সামন্ত সমাজৰ বৰ্তমানে অতিক্ৰম কৰিবলৈ ধৰা পুঁজিবাদী সমাজৰ নাইবা বৰ্তমান মানৱ সমাজে আদৰি আনিবলৈ বিচৰা সমাজতান্ত্ৰিক সমাজত প্ৰাধান্য লাভ কৰা শ্ৰেণীসমূহৰ প্ৰভাৱ স্পষ্ট।

মাতৃগৰ্ভত নতুন মানৱৰ সৃষ্টিৰ দৰেই পুৰণি সমাজ ব্যৱস্থাতে নতুন সমাজৰ ভাবধাৰাৰ জন্ম। দুখকাৰী জনসাধাৰণে শ্ৰম আৰু সংগ্ৰামৰ মাজেদি ঘটাই অহা সমাজ বিৱৰ্তনৰ প্ৰতি যিসকল পুৰুষে নতুন সমাজক আদৰি অনাৰ ক্ষেত্ৰত যিকোনো প্ৰকাৰে অৱদান আগবঢ়াই যায়, যিকোনো সমাজৰে নহওক, সেইসকলৰ অৱদান কমিউনিষ্টসকলৰ প্ৰতিও স্মৰণীয়। সামন্ত যুগৰ মনীষী টলষ্টয়ৰ সৃষ্টিত সামন্ত ব্যৱস্থাৰ সপক্ষে যোৱা উদাহৰণৰ অভাৱ নহ'লেও টলষ্টয়ৰ বিশ্বমানৱতাবোধ আৰু আৰ্জনকাৰী জনসাধাৰণৰ সংগ্ৰামৰ প্ৰতি তেখেতৰ অৱদান সমগ্ৰ সমাজতান্ত্ৰিক জগতৰ স্মৰণীয়।

শ্ৰদ্ধেয় চলিহা আছিল অসমৰ এক প্ৰখ্যাত চাহ-মালিক আঢ্যৱন্ত পৰিয়ালৰ। এজন চাহ-মালিকৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শনৰ সময়ত যিকোনো কমিউনিষ্টৰ নিজৰ মনত নাইবা বিপ্লৱী সমালোচকৰ আক্ৰমণৰ আশঙ্কাত দ্বিধা থকা নিতান্তই স্বাভাৱিক। সেই দ্বিধা বা আশঙ্কা শ্ৰদ্ধেয় চলিহাৰ ক্ষেত্ৰত মোৰ নাছিল। গতিকে বন্ধুবৰ শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াই প্ৰসঙ্গক্ৰমে বিষয়টো উল্লেখ কৰাৰ লগে লগে চলিহা সম্পৰ্কে দেখা পোৱা কেইটিমান মনত ৰেখাপাত কৰা বৈশিষ্ট্যৰ বিষয়ে লিখি দিয়াৰ দায়িত্ব গ্ৰহণ কৰিছিলোঁ।

ভাষা-সংস্কৃতি, ভৌগোলিক পৰিস্থিতি, মানসিক বৃত্তি, অৰ্থনৈতিক পদ্ধতি, এইকেইটাৰ সাদৃশ্য থকা জনসমষ্টিয়েই হ'ল একোটা পৃথক জাতি। জাতীয়

মুক্তি, জাতীয় বিকাশ, গণতন্ত্ৰ আৰু সমাজতন্ত্ৰৰ অপৰিহাৰ্য অগ্ৰগামী স্তৰ। সামগ্ৰিকভাৱে ভাৰতৰ জাতীয় মুক্তি-সংগ্ৰামত আৰু বিশেষভাৱে অসমৰ জাতীয় বিকাশ আৰু জাতীয় সংহতি চলিহাদেৱৰ ৰাজনৈতিক জীৱনৰ প্ৰধান বৈশিষ্ট্য আছিল। সম্ভৱতঃ বিমলাপ্ৰসাদ চলিহাদেৱেই আছিল অসমৰ সৰ্বপ্ৰথম জাতীয় নেতা, যিজনে উল্লিখিত বৈশিষ্ট্যকেইটাৰে সমৃদ্ধ অসমৰ পাহাৰী জনজাতিসকলৰ আত্মনিয়ন্ত্ৰণৰ প্ৰয়োজনীয়তাৰ কথা পোনপ্ৰথম উপলব্ধি কৰিছিল বা কৰিব পাৰিছিল।

নগাৰাজ্য, মেঘালয়, অৰুণাচল, মিজোৰাম আদি যি পৰ্যায়ত নতুন ৰূপত প্ৰকাশ পাইছে, ঠিক সেই পৰ্যায়লৈকে হয়তো চলিহাদেৱে পাহাৰী জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ কথা ভাবিব পৰা নাছিল। কিন্তু এই কথা সকলোৱেই জানে যে পাহাৰী জাতিসকলৰ জাতীয় অগ্ৰগতিৰ আন্দোলনক অসমৰপৰা বিচ্ছিন্ন কৰি ৰখাৰ বৃটিছ চক্ৰান্তৰ বিৰুদ্ধে, নগাসকলৰ ওপৰত ভাৰত চৰকাৰে চলোঁৱা তীব্ৰ দমনমূলক নীতিৰ বিৰুদ্ধে আৰু সকলো জন-জাতিৰ আত্মবিকাশৰ পথ সুগম কৰাৰ এক পদ্ধতি উদ্ভাৱনৰ কাৰণে তেখেতে স্পষ্ট মতামত প্ৰকাশ কৰিছিল। তেখেতৰ তেনে আন্তৰিকতাপূৰ্ণ মনোভাবৰ কাৰণেই আনকি অস্ত্ৰধাৰী নগাসকলৰ এক প্ৰতিনিধি দলে যেতিয়া ১৯৫৩ চনত অসম ভ্ৰমণৰ কাৰণে আহিছিল, তেতিয়া অসম কংগ্ৰেছৰ সভাপতি স্বৰূপে থকা চলিহাদেৱৰ আচৰণৰ প্ৰশংসা সেই প্ৰতিনিধি দলে কৰাৰ উপৰিও কেৱল তেখেতকেই একমাত্ৰ নগাসকলৰ কথা বুজিবলৈ চেষ্টা কৰা "অনুধাৱনকাৰী সভাপতি" ( আণ্ডাৰ্ষ্টেণ্ডিং প্ৰেছিডেণ্ট ) বুলি অভিহিত কৰিছিল ( নাগা গুড্উইল মিছন্ ৰিপোৰ্ট, পৃঃ ৫৭ )।

অসমৰ উন্নতিৰ অন্যতম প্ৰধান ভিত্তি অসমৰ জাতীয় সংহতি। চলিহাদেৱৰ চিন্তাত অসমৰ সেই জাতীয় সংহতি গঢ়ি তোলাৰ চিন্তা কেৱল ৰাজনৈতিক ক্ষেত্ৰতে সীমাবদ্ধ নহয়। অসমৰ সাংস্কৃতিক পৰম্পৰাৰ মাজতো অসমৰ জাতীয় সংহতিৰ সমল তেখেতে কেনেদৰে বিচাৰি পাইছিল, ৰসৰাজ বেজবৰুৱাৰ শতবাৰ্ষিকী উৎসৱত দিল্লীত গঠিত জাতীয় সমিতিৰ যোগে প্ৰকাশিত স্মৃতিগ্ৰন্থৰ প্ৰতি পঠোৱা কম কথাৰ হ'লেও অসমীয়া ভাষা-সংস্কৃতি সম্পৰ্কে তেখেতৰ গভীৰ অধ্যয়ন আৰু ভাষা-সংস্কৃতিক প্ৰধানতঃ কোনফালৰ-.পৰা লক্ষ্য কৰা উচিত, তাৰ স্পষ্ট আভাস থকা তেখেতৰ লেখাখিনিয়ে দিয়ে। শ্ৰীমন্ত শঙ্কৰদেৱক ভগৱানৰ অৱতাৰৰপৰা 'সমাজতন্ত্ৰী'লৈকে বহু

আখ্যা দিয়াৰ কথা সকলোৱে শুনিছে বা পঢ়িছে। কিন্তু চলিহাদেৱেই বোধহয় শঙ্কৰদেৱৰ অৱদানৰ জাতীয় সংহতিৰ বলিষ্ঠ দিশটো এনে স্পষ্টভাৱে তুলি ধৰিছিল। চলিহাদেৱে লিখিছিল, "...সাহিত্যৰথী বেজবৰুৱা কেৱল এজন প্ৰখ্যাত সাহিত্যিকেই নাছিল; যিজনে ভাৰতৰ ভাষা-সাহিত্যৰ মান-চিত্ৰত অসমক এক গৌৰৱৰ আসনত প্ৰতিষ্ঠিত কৰিলে, তেখেত আছিল ভাৰতৰ এজন বিশিষ্ট সন্তানো, যিজনে অসমৰ প্ৰতি গভীৰ ভালপোৱা সত্ত্বেও সমগ্ৰ দেশৰ জাতীয় সংহতিৰ কাৰণে অৱদান দি গৈছে। বেজবৰুৱাই মহান সংস্কাৰসাধক বিভিন্ন সম্প্ৰদায় আৰু বিশ্বাসৰ জনসাধাৰণৰ মাজত মহান সম্প্ৰীতি সংস্থাপক শ্ৰীশ্ৰীশঙ্কৰদেৱৰ শিক্ষাৰপৰা অনুপ্ৰেৰণা আহৰণ কৰিছিল। সেই মহান সংস্কাৰকজনৰ সহিষ্ণুতা, একতা আৰু চিন্তাৰ ক্ষেত্ৰত ঐক্যবোধৰ বাণীক বেজবৰুৱাই তেখেতৰ লেখাৰ মাজেদি ব্যাপক ৰূপ দিয়াৰ প্ৰচেষ্টা চলাইছিল আৰু তেখেতে সেই ক্ষেত্ৰত বহু পৰিমাণে সাফল্য লাভ কৰিছিল। প্ৰকৃততে বেজবৰুৱাই সেই সময়ত ক্ষয়িষ্ণু অৱস্থা পোৱা আৰু জাতীয় বিপৰ্যয়ৰ সন্মুখীন হোৱা অসমীয়া জাতিক এক নতুন জীৱন দিলে। বেজবৰুৱাই তেখেতৰ লেখাৰ মাজেদি অসমবাসীক এক বলিষ্ঠ আশাবাদ (ৰ'বাষ্ট অপ্টিমিজম্) দান কৰি গ'ল।" (দি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা চেণ্টিনেৰী ছ'ভিনিৰ, পৃঃ ৬)

মন্ত্ৰী বা পৰিষদৰ সদস্য হ'লেই ভাষা-সংস্কৃতি, দেশপ্ৰেম আৰু আনে পালন কৰিবলগীয়া কৰ্তব্যবোধ সম্পৰ্কেই কেৱল নহয়, বিজ্ঞান, কাৰিকৰী শিক্ষা, দৰ্শন আদিতো বাগ্দেৱী কণ্ঠস্থ হোৱাৰ উদাহৰণ অলেখ আছে। কিন্তু তিনিটা সাধাৰণ ঘটনাৰ মাজেদি প্ৰকাশ পোৱা চলিহাৰ অসাধাৰণ চৰিত্ৰৰ কথাই অসমৰ ভাষা-সংস্কৃতিৰ প্ৰতি চলিহাৰ অনুভূতি আৰু আনুগত্য কিমান গভীৰ আছিল, তাৰ মচ নোখোৱা সাঁচ কেৱল মোৰ অন্তৰতে নহয়, আন বহুজনৰ মুখতো শুনা যায়।

অসমীয়া ভাষাক ৰাজ্যভাষা কৰাৰ সময়ত, সম্ভৱতঃ ১৯৬১ চনৰ ১৫ আগষ্টত চলিহাদেৱে এটি অনাতাঁৰ ভাষণ দিছিল। মন্ত্ৰীসকলৰ বহু ভাষণ সুদক্ষ সচিব নাইবা সহকৰ্মীসকলে যুগুত কৰি দিয়াৰ কথা কাৰো অজ্ঞাত নহয়। কিন্তু সেইদিনা যি অনাতাঁৰ ভাষণ শুনিছিলোঁ, অসমীয়া ভাষা আৰু সংস্কৃতিৰ বিকাশ আৰু তাৰ যথাযোগ্য স্থানত তাক প্ৰতিষ্ঠাৰ ক্ষেত্ৰত তেখেতৰ দৃঢ়তাই এটা কথা স্পষ্ট কৰি দিছিল—সি আছিল উগ্ৰ অসমীয়াপ্ৰেমীসকলে

সকলো অসমবাসীৰ ওপৰত অসমীয়া ভাষা জোৰেৰে জাপি দিবলৈ কৰা অপচেষ্টাৰ যেনেদৰে বিৰোধী, আনহাতে অসমত অসমীয়া ভাষা আঞ্চলিক ভাষা হ'ব নোৱাৰে বুলি তোলা দাবীৰ বিৰুদ্ধে বলিষ্ঠ ঘোষণা আৰু কাছাৰ তথা অন্যান্য ভাষা-ভাষী সংখ্যালঘুসকলৰ সাংস্কৃতিক নিৰাপত্তাৰ অভয় প্ৰদানৰ এক সুস্থ, প্ৰশংসনীয় ভাষণ। মোৰ ধাৰণা হৈছিল, ই কোনো সচিবৰ লেখা নহয়। যোৱা বছৰ চলিহাদেৱৰ আত্মশ্ৰাদ্ধ উপলক্ষে প্ৰকাশিত বিশেষ সংখ্যা 'নীলাচল'ত বন্ধু শ্ৰীবিপিন পাল দাসৰ স্মৃতি-তৰ্পণ নিবন্ধয়ো মোৰ ধাৰণা সবল কৰিলে। কোৱা বাহুল্য যে কিছু তাৰতম্য থাকিলেও অসমত ভাষাৰ প্ৰশ্নৰ ক্ষেত্ৰত প্ৰবল সমালোচনাৰ সমুখীন হৈ কমিউনিষ্ট পাৰ্টিয়েই সেই সমাধান প্ৰথমে তুলি ধৰিছিল আৰু তাৰেই অনুকূলে বিধানসভাত কমিউনিষ্টৰ সমৰ্থনত ভাষা-নীতি গৃহীত হৈছিল।

অসম প্ৰকাশন পৰিষদ অসমৰ ভাষা-সংস্কৃতিৰ বিকাশ আৰু প্ৰসাৰৰ অন্যতম প্ৰধান ভিত্তি। প্ৰকাশন পৰিষদৰ প্ৰতি চৰকাৰী আমোলাতান্ত্ৰিক দৃষ্টিভঙ্গী আৰু চলিহাৰ নিজস্ব দৃষ্টিভঙ্গী কেনে আছিল চলিহাদেৱৰ আত্মশ্ৰাদ্ধ উপলক্ষে প্ৰকাশিত উল্লিখিত সংখ্যা 'নীলাচল'ত প্ৰকাশন পৰিষদৰ সুযোগ্য সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই দিয়া চলিহাৰ উদ্ধৃতি তাৰ প্ৰমাণ। প্ৰকাশন পৰিষদৰ পুঁজিৰ দুৰৱস্থা আৰু চৰকাৰী উদাসীনতাৰ কথা জনাই শ্ৰীশইকীয়াই চলিহাক দেখা কৰি সকলো কোৱাৰ পিচত—"কথাটো শুনা মাত্ৰকে তেওঁৰ হাত দুখন যেন অলপ কঁপিবলৈ ধৰিলে আৰু হাতত লৈ থকা ৰঙা পেঞ্চিলডাল তললৈ পৰি গ'ল। তৎক্ষণাত তেওঁ বিষয়াজনক ফোনেৰে মাতিবলৈ নিৰ্দেশ দিলে। বিষয়াজন আহিল আৰু চলিহাই তেওঁক এইদৰে প্ৰশ্ন কৰিলে—'ইণ্ডাষ্ট্ৰী ডিপাৰ্টমেণ্টত চৰকাৰে কিমান টকা খৰচ কৰে আৰু কিমান টকা প্ৰফিট হয়? ফৰেষ্টৰপৰা......।' অসমৰ কৃষ্টি-সংস্কৃতি আৰু সভ্যতাৰ কিছুমান কিতাপ প্ৰকাশ কৰিবৰ কাৰণে এই অনুষ্ঠান পতা হৈছে; ধ্বংসপ্ৰাপ্ত কিছুমান প্ৰখ্যাত গ্ৰন্থ বচাবলৈ আৰু আন আন প্ৰকাশকে লাভ নোহোৱাৰ ভয়ত ছপা নকৰা কিছুমান কিতাপ প্ৰকাশ কৰিবলৈ যত্ন কৰা এই অনুষ্ঠানৰপৰা আপুনি প্ৰফিট্ বিচাৰিবলৈ আহিছে? যিবোৰ অনুষ্ঠানৰপৰা প্ৰফিট্ প্ৰকৃততে হ'ব লাগে সেইবোৰৰপৰা এপইচাও নহয় আৰু প্ৰকাশন পৰিষদৰপৰা প্ৰফিট্! প্ৰথম ছপা কৰা অসমীয়া কিতাপ কোনখন জানে? বাইবেল। ১৯১৩ চনত ছপা কৰিছিল বেপ্টিষ্ট মিছনে। মই জানো, সেইখন কিতাপ আজি ছপা

কৰি উলিয়ালে দুশ কপিও বিক্ৰী নহ'ব পাৰে। সেইবুলি সেইখন কিতাপৰ পুনৰ্মুদ্ৰণ আমি নকৰিম নেকি ?”

ই হ'ল প্ৰকৃত ভাষাপ্ৰেমীৰ বোধ। ই হ'ল প্ৰকৃত জাতীয় সংস্কৃতি-সাধকৰ দৃঢ়তা।

তৃতীয় ঘটনাটি নিজে দেখা নহয়। বাতৰি কাকত আৰু বিধানসভাৰ সদস্যবৰপৰা জনা।

বিৰোধী পক্ষৰ—বিশেষকৈ কমিউনিষ্টসকলক দেশপ্ৰেমিক বুলি স্বীকাৰ কৰিবলৈ, কমিউনিষ্টৰ পক্ষে জাতিৰ প্ৰতি দিবপৰা কিবা অৱদান থকা সম্ভৱ বুলি ভাবিবলৈ বহু কংগ্ৰেছ-সেৱী অক্ষম। কিন্তু চলিহা আছিল অসমৰ সেই-সকলৰ ভিতৰত অন্যতম, যিকেইজন কংগ্ৰেছ নেতা উক্ত মনোভাবৰ ব্যতিক্ৰম।

ব্যক্তিগত একাধিক উদাহৰণৰ উপৰিও কমিউনিষ্ট নেতা আৰু অসমৰ ভাষা-সংস্কৃতিৰ প্ৰতি অবিস্মৰণীয় অৰিহণা আগবঢ়াই যোৱা বিষ্ণুপ্ৰসাদ ৰাভাৰ প্ৰতিকৃতি যিদিনা বিধানসভা ভৱনত উন্মোচন কৰা হয়, চলিহাৰ চকুত হেনো পানী বিৰিঙিছিল, তেখেত অভিভূত হৈ পৰিছিল। সকলোৱে স্বীকাৰ কৰা চলিহাৰ সেই অনুভূতি বাহ্যিক প্ৰকাশৰ নহয়, অন্তৰৰ। স্বকীয়া আদৰ্শৰ সমাজ আৰু ৰাজনীতি অনুসৰণ কৰাসকলৰ ভিতৰত যিসকলৰ অন্তৰ প্ৰকৃত দেশপ্ৰেম, সংস্কৃতি সাধনা আৰু সকলোৰে অৱদান আহৰণ কৰিব পৰা ক্ষমতা থাকে, কেৱল সেইসকলৰ ক্ষেত্ৰতহে এনে বৈশিষ্ট্য প্ৰকাশ পোৱা সম্ভৱ। চলিহা আছিল তেনে বৈশিষ্ট্যৰে অধিকাৰী।

ভাষা আন্দোলনৰ ঠিক পিচতে যোৰহাটত হিন্দু সাম্প্ৰদায়িকতাবাদী একাংশৰ প্ৰৰোচনাত এটা উৰা বাতৰিক কেন্দ্ৰ কৰি হিন্দু-মুছলমানৰ মাজত ব্যাপক বিৰোধৰ আশঙ্কাই দেখা দিছিল। মনত আছে, সেই সময়ত চলিহা নিজে অসুস্থ অৱস্থাৰেই যোৰহাটলৈ গৈ আৰু কমিউনিষ্টসকল সাম্প্ৰদায়িক মনোভাবৰ ওপৰত বুলি দৃঢ় প্ৰত্যয়েৰে সৈতে আমাৰ লগত আলোচনা কৰি, সেই বিৰোধ বিয়পিব নোৱাৰা কৰিবলৈ আমাৰ কেবাটিও পৰামৰ্শ যথাযথ-ভাৱে অবিলম্বে কামত ৰূপায়িত কৰিছিল।

মোৰ ববদাদা শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত চলিহা পৰিয়ালৰ লগত ছাত্ৰ অৱস্থাৰপৰাই পৰিচিত আৰু দাদাৰ উচ্চ শিক্ষাৰ ক্ষেত্ৰতো তেখেতক সদায়ে আৰ্থিক সাহায্য দিছিল। কিন্তু মুখ্যমন্ত্ৰী থকা কালত মন্ত্ৰী হিচাপে

তেখেতৰপৰা কোনোপ্ৰকাৰৰ সুবিধা আমাৰ পৰিয়ালে পোৱা নাছিল যদিও এটি উদাহৰণ চলিহাৰ কুটীৰ শিল্পৰ প্ৰতি থকা আন্তৰিক আগ্ৰহৰ নিদৰ্শন হিচাপেই উল্লেখযোগ্য। আমাৰ নিজা অঞ্চল কৰঙাত আহোম ৰজাৰ দিনৰপৰা ৰাজকীয় ৰৰটোপ আদি তৈয়াৰ কৰা প্ৰখ্যাত কমাৰসকল বাস কৰি আহিছে। মোৰ দাদাৰ প্ৰচেষ্টাত কৰঙাৰ কমাৰ শিল্পীসকলে বাৰ্মিংহামৰপৰা অসমৰ বাগিছালৈ অহা কলম-কটাৰীৰ পৰিবৰ্তে অসমৰ কমাৰশালত প্ৰথম কলম-কটাৰী তৈয়াৰ কৰে আৰু চলিহাদেৱৰ ওচৰলৈকে প্ৰথমে নিয়ে। চলিহাই কমাৰ শিল্পীসকলক যেনে আগ্ৰহেৰে সোধ-পোছ আৰু তেখেতসকলক নিজে প্ৰথমে প্ৰয়োজনীয় সকলো কলম-কটাৰী লৈ আৰু আনে লোৱাৰ কাৰণেও প্ৰশংসা-পত্ৰ দিলে, দুই-এজন বৰ্তমানেও জীৱিত বৃদ্ধ কমাৰ শিল্পীৰ মুখত সেই কাহিনী এতিয়াও জীৱন্ত। তেখেতৰ প্ৰেৰণাতে অসমত এই শিল্পৰ প্ৰসাৰ ঘটে।

চলিহাদেৱৰ জীৱনৰ এনে বহু বিচিত্ৰ সৰু-ডাঙৰ ঘটনা আনৰ লগতে আমাৰো জনা আছে। সেইখিনিয়ে প্ৰমাণ কৰে, অসমৰ সুন্দৰ ভৱিষ্যতক আদৰি অনাৰ বলিষ্ঠ আশাবাদৰ চলিহা আছিল অন্যতম বাহক আৰু সেয়ে অসমীয়া জাতিৰ মাজত চলিহাক স্মৰণীয় কৰি ৰাখিব।

# চলিহাৰ চৰিত্ৰ-মাধুৰ্য

**হৰেন্দ্ৰনাথ বৰুৱা**

বিমলাপ্ৰসাদ চলিহাৰ লগত যথাক্ৰমে পৰম সৌহাৰ্দ্য, বিসম্বাদ আৰু পুনৰ বন্ধুত্ব—তিনিওটা সম্পৰ্কই আমাৰ হৈছিল আৰু সেই সম্পৰ্ক আৰু অভিজ্ঞতাৰপৰাই কেইআষাৰমান লিখিম।

ৰাজনৈতিক ক্ষেত্ৰত সহকৰ্মীস্বৰূপেই চলিহাদেৱৰ লগত আমাৰ ঘনিষ্ঠতা হয়। স্বাধীনতাৰ আন্দোলনত তেওঁ এজন একান্ত নীতিনিষ্ঠ গান্ধীবাদী বুলি আমি অনুভৱ কৰিছিলোঁ। এই আন্দোলনৰ গঠনমূলক কাৰ্যক্ৰমৰ প্ৰতি তেওঁৰ অধিকতৰ আগ্ৰহ পৰিলক্ষিত হৈছিল। ছাত্ৰাৱস্থাতে তেওঁ এটা উন্নত ধৰণৰ যঁতৰ তৈয়াৰ কৰি মহাত্মা গান্ধীক দেখুৱাই তেওঁৰপৰা আদৰ আৰু উৎসাহ পাইছিল। গঠনমূলক কামত তেওঁৰ ৰাপ আৰু সংগঠন প্ৰতিভা লক্ষ্য কৰিয়েই পিচত নিখিল ভাৰত কংগ্ৰেছ কৰ্তৃপক্ষই তেওঁক সমগ্ৰ পূব ভাৰতৰ আঞ্চলিক খাদী আৰু গ্ৰামোদ্যোগ কৰ্মকৰ্তাৰ পদত নিয়োগ কৰিছিল আৰু এই দায়িত্ব তেওঁ কৃতিত্বেৰে বহন কৰিছিল। অসম বিধান সভাতো মুখ্যমন্ত্ৰী বৰদলৈয়ে চলিহাক অন্যতম সংসদী সচিব পাতি তেওঁক গ্ৰামোন্নয়ন বিভাগৰ দায়িত্বকে দিছিল। উচ্চতৰ ৰাজক্ষমতাৰ কাৰণে তেওঁৰ কেতিয়াও হাবিয়াস দেখা নগৈছিল।

এনে এজন লোকে ১৯৫৮ চনত, তেওঁ অসম বিধান সভাৰ সদস্য নোহোৱা অৱস্থাতো, কংগ্ৰেছ দলৰ অন্তৰ্দ্বন্দ্বৰ কাৰণে মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিয়ে পদত্যাগ কৰাত কংগ্ৰেছ দলৰ নতুন দলপতি তথা অসমৰ নতুন মুখ্যমন্ত্ৰী হ'বলৈ আগবাঢ়ি অহাত কিছু বিস্মিত হৈছিলোঁ। মেধি-বিৰোধী কংগ্ৰেছী উপদলটোৰ এই মেধি-বিৰোধিতাৰ মূলত কোনো নীতিমূলক বা ন্যায়সঙ্গত কাৰণো আমি দেখা নাছিলোঁ। মেধি ডাঙৰীয়াই তেওঁৰ দ্বিতীয় মন্ত্ৰীসভা গঠনত অসমৰ অঞ্চলবিশেষক উপেক্ষা কৰিছিল যদিও আৰু সেই-কাৰণে তেওঁৰ প্ৰতি দলৰ এটা অংশ বিতুষ্ট হৈছিল যদিও তেওঁৰ তৃতীয় মন্ত্ৰীসভা গঠন কৰোঁতে তেওঁ সেই ভুল সংশোধন কৰিছিল আৰু অপেক্ষাকৃত-

ভাৱে কৃতিত্বেৰেই কাৰ্য নিৰ্বাহ কৰিছিল। তথাপি মেধি-বিৰোধী উপদলটোৱে মেধি ডাঙৰীয়াৰ বিৰোধিতা কৰাৰপৰা বিৰত নহ'ল আৰু তেওঁ মুখ্যমন্ত্ৰিত্ব পৰিত্যাগ কৰিব লগা হ'ল আৰু উপদলটোৰ ববমূৰীয়াকেইজনে তেওঁলোকৰ ভিতৰত কোন নতুন দলপতি তথা মুখ্যমন্ত্ৰী হ'ব, সেই বিষয়ে একমত হ'ব নোৱাৰি বিধানসভাৰ বাহিৰত থকা সাত্ত্বিক আৰু তেতিয়ালৈকে অজাতশত্ৰু শ্ৰীচলিহাক ( তেওঁ তৃতীয় সাধাৰণ নিৰ্বাচনত বিৰোধী প্ৰাৰ্থী শ্ৰীখগেন্দ্ৰনাথ বৰবৰুৱাৰ হাতত পৰাজিত হৈছিল ) বিধানসভাৰ কংগ্ৰেছ দলৰ দলপতি পদৰ প্ৰাৰ্থী হ'বলৈ ধৰাত তেওঁ তাত সঁহাৰি দিয়ে।

মুখ্যমন্ত্ৰী হৈও শ্ৰীচলিহাই কেইবছৰমানলৈ তেওঁৰ পূৰ্ববৰ্তী মুখ্যমন্ত্ৰী আৰু মন্ত্ৰীসভাতকৈ অধিক যোগ্যতাৰ পৰিচয় দিব পৰা নাছিল। বৰং নগা সমস্যা, মিজো সমস্যা, পাকিস্তানীৰ অনুপ্ৰৱেশ সমস্যা আৰু ৰাজ্যভাষাৰ সমস্যা আদি সমস্যা জটিলতৰ কৰিহে তুলিছিল। বিধানসভাত নিজৰ কংগ্ৰেছ দলৰ বিপুল সংখ্যাগৰিষ্ঠতা থকা সত্ত্বেও আৰু সেই দলত পাহাৰী সদস্য থকা সত্ত্বেও তেওঁ বিচ্ছেদকামী পাহাৰী নেতা সন্মিলনৰ দলৰ কেইবাজনো এম. এল. এ.ক তেওঁৰ মন্ত্ৰীসভাত সুমুৱাই লৈ তাক কাৰ্যতঃ এখন কোৱালিশ্যন মন্ত্ৰীসভাত পৰিণত কৰে। অথচ তাৰপৰা একো লাভ নহ'ল আৰু পাহাৰী নেতা সন্মিলনে তথা সেই দলৰ মন্ত্ৰীসকলে সুকীয়া পাহাৰী ৰাজ্যৰ কাৰণে আন্দোলন কৰিবলৈ অধিক উৎসাহহে বোধ কৰিলে। পুলিচৰ হাতত ধৰা পৰা বিদ্ৰোহী নগা আৰু মিজো নেতাক মাৰ্জনা আৰু মুক্তি দি তেওঁলোকৰ অন্তৰ জয় কৰিবলৈ আৰু সহযোগিতা লাভ কৰিবলৈ কৰা প্ৰয়াস মৰীচিকাত পৰিণত হ'ল। এইবিলাকৰ কাৰণেও আমি বাতৰি কাকতত চলিহা ডাঙৰীয়া আৰু তেওঁৰ চৰকাৰৰ তীব্ৰ সমালোচনা কৰিব লগা হয়।

কিন্তু কিছুকালৰ পিচত আমি উপলব্ধি কৰিলো যে, ৰাজ-ক্ষমতাৰ লোভত চলিহাই এই দায়িত্ব লবলৈ অহা নাই। ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনৰ পিচত পুনৰ কংগ্ৰেছ দলৰ দলপতি আৰু মুখ্যমন্ত্ৰী হোৱাৰ পিচত তেওঁ অধিক বাস্তৱবাদী আৰু দৃঢ় হ'বলৈ ধৰিলে। তেওঁৰ মন্ত্ৰীসভাৰ একাধিক মন্ত্ৰীৰ অবাঞ্ছনীয় কাৰ্য-কলাপৰ বিষয়েও তেওঁ দৃঢ়তা অৱলম্বন কৰিলে আৰু তেওঁ-লোকে নিজৰ বিৰুদ্ধে এটা উপদল সৃষ্টি কৰালৈও তেওঁ ভ্ৰূক্ষেপ নকৰিলে। ১৯৬২ চনতে প্ৰকাশ পোৱা ১৯৬১ চনৰ চেন্সাছ ৰিপ'ৰ্ট, সেই বছৰতে হোৱা

চীনৰ নেফা অভিযানৰ সময়ত অসমৰ কিছুমান ঠাইৰ বহিৰাগত মুছলমান-সকলৰ কাৰ্যকলাপ, কেন্দ্ৰীয় স্বৰাষ্ট্ৰ মন্ত্ৰীদপ্তৰৰ বিবৃতি, কেইবাঠাইতো পাকিস্তানী গুপ্তচৰৰ গ্ৰেপ্তাৰ, চোৰাংচোৱা বিভাগৰ তথ্যপূৰ্ণ ৰিপ'ৰ্ট, মৌলানা ভাছানি আৰু পাকিস্তানৰ ভূতপূৰ্ব পৰৰাষ্ট্ৰ-মন্ত্ৰী ভুট্টোৱে অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ কৰা দাবী ইত্যাদি তথ্য আৰু ঘটনাই চলিহা ডাঙৰীয়াৰ পাকিস্তানীৰ অনুপ্ৰবেশ সম্পৰ্কীয় আগৰ ধাৰণা সম্পূৰ্ণৰূপে পৰিবৰ্তন কৰিলে। তেওঁ প্ৰত্যয় গ'ল যে, লাখৰ লেখতেই অসমত পাকিস্তানীৰ অনুপ্ৰবেশ হৈছে আৰু ১৯৬১ চনৰ আগৰ দহ বছৰৰ ভিতৰত কেইবালাখো পাকিস্তানীয়ে অনুপ্ৰবেশ কৰিছে। সেই অনুপ্ৰবেশ প্ৰায় অবাধ গতিত চলি আছে আৰু ৰাজনৈতিক উদ্দেশ্যে আৰু পৰিকল্পিতভাৱেই এই অনুপ্ৰবেশ চলিছে। তেওঁ বিশেষ ট্ৰিবিউনেল গঠন কৰি এই অবাঞ্ছনীয় বিদেশী নাগৰিকসকলক বহিষ্কাৰ কৰাৰ ব্যৱস্থা কৰিলে। পুলিচ আৰু চোৰাংচোৱা বিভাগ পাকিস্তানী অনুপ্ৰবেশকাৰীক বিচাৰি উলিওৱাত আগতকৈ সক্ৰিয় হ'ল আৰু হেজাৰ হেজাৰ পাকিস্তানী অনুপ্ৰবেশকাৰী ধৰা পৰিবলৈ ধৰিলে। সাম্প্ৰদায়িক আৰু স্বাৰ্থজড়িত মহলে হৈ-চৈ কৰিবলৈ ধৰিলে যে চলিহা চৰকাৰে পাকিস্তানী অনুপ্ৰবেশকাৰী বুলি অসংখ্য ভাৰতীয় মুছলমান নাগৰিকক পুলিচ লগাই বহিষ্কাৰ কৰিছে; তথাকথিত বিশেষ ট্ৰিবিউনেলৰ বিচাৰপ্ৰাৰ্থী হোৱা লোকসকলে সুবিচাৰ পোৱা নাই। পুলিচে মুছলমান গাওঁবিলাকৰ আৰু মুছলমান অধিবাসীসকলৰ ওপৰত জুলুম আৰু উৎপীড়ন কৰিছে। আনকি কংগ্ৰেছ দলৰ এম্. এল্. এ. সকলেও এনে অভিযোগ উত্থাপন কৰিলে আৰু চলিহা চৰকাৰৰ এনে কাৰ্যৰ প্ৰতিবাদকল্পে মন্ত্ৰীসভাৰ দুজন মন্ত্ৰীক পদত্যাগ কৰিবলৈ আহ্বান জনালে। সংসদতো এই বিষয়ে বিতৰ্ক উঠিল আৰু কেন্দ্ৰীয় গৃহমন্ত্ৰী শ্ৰীগুলজাৰিলাল নন্দ নিজে এই বিষয়ে খবৰ ল'বলৈ আৰু পৰ্যবেক্ষণ কৰিবলৈ অসম পালেহি আৰু পাকিস্তানীৰ ব্যাপক অনুপ্ৰবেশৰ কথা স্বীকাৰ কৰিলে। ভাৰতীয় মুছলমান নাগৰিকৰ ওপৰত চলিহা চৰকাৰ বা পুলিচৰ উৎপীড়নৰ কোনো প্ৰমাণ নাপালে। বৰং নগাওঁ জিলাৰ ম'ৰঝাৰ আদি পমুৱা মুছলমান অধ্যুষিত ঠাইত কেইসপ্তাহমানৰ আগতে তেওঁলোকে সমবেতভাৱে সজ্জিত হৈ পাকিস্তানৰ জয়ধ্বনি কৰি আৰু সংখ্যালঘিষ্ঠ মুছলমান লোকক ভাবুকি দি অশান্তি আৰু উত্তেজনাপূৰ্ণ পৰিস্থিতিৰ সৃষ্টি কৰাৰ প্ৰমাণ পালে আৰু এনে পাকিস্তানৰ অনুগত লোকসকল অসম পৰিত্যাগ কৰি পাকিস্তানলৈ গুচি যোৱা উচিত বুলি ৰাজহুৱা সভাত

মন্তব্য কৰিলে। অসমত পাকিস্তানীৰ অনুপ্ৰবেশ বন্ধ কৰাৰ আৰু পাকিস্তানী অনুপ্ৰবেশকাৰীসকলক বহিষ্কাৰ কৰাৰ কাৰণে তেওঁ বিবিধ ব্যৱস্থা দি গ'ল।

চলিহা ডাঙৰীয়া কিছু আশ্বস্ত হ'ল। ১৯৬৫ চনত পাকিস্তানৰ ভাৰত আক্ৰমণৰ সময়ত ধৰা পৰা অসমৰ কিছুমান পাক-অনুগত তথাকথিত নাগৰিকৰ কাৰ্য-কলাপেও তেওঁক এই বিষয়ে দৃঢ়তা অৱলম্বন কৰিবলৈ প্ৰেৰণা দিলে। কিন্তু ইমানতো তেওঁৰ বিৰুদ্ধে ভাৰতীয় মুছলমানসকলক উৎপীড়ন আৰু বহিষ্কাৰ কৰাৰ মিছা অভিযোগৰ অন্ত নপৰিল। মুছলমান এম্. এল্. এ. সকলৰ পক্ষৰপৰা বিশেষ ট্ৰিবিউনেলবিলাক উঠাই দিয়াৰ, পাকিস্তানী অনুপ্ৰবেশকাৰীৰ বিচাৰ সাধাৰণ আদালতবিলাকত দিয়াৰ আৰু স্থানবিশেষৰ অসমীয়া মুছলমান নাগৰিকসকলক যাতে পাকিস্তানী অনুপ্ৰবেশকাৰী বুলি পুলিচে সন্দেহ আৰু জুলুম কৰিব নোৱাৰে, সেই অৰ্থে তেওঁলোকক নাগৰিকৰ ৰাষ্ট্ৰীয় ৰেজিষ্টাৰ অনুসাৰে একোখন চৰকাৰী চিনাক্ত কাৰ্ড দিয়াৰ দাবী উঠিবলৈ ধৰিলে আৰু এইবিলাক দাবী মুছলমান মন্ত্ৰীকিজনেও সমৰ্থন কৰিলে। এই পিচৰ দাবীটো কেন্দ্ৰীয় গৃহমন্ত্ৰী শ্ৰীনন্দয়ো প্ৰথমতে বিবেচনাৰ যোগ্য বুলি ভাবিছিল। কিন্তু মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই এই দাবী পূৰণ কৰাৰ অসুবিধা আৰু অনিষ্টকাৰিতাৰ বিষয়ে কেন্দ্ৰীয় গৃহমন্ত্ৰীক বুজনি দি এই প্ৰস্তাৱৰ দৃঢ়ভাৱে বিৰোধিতা কৰিলে। অসম বিধান সভাৰ কংগ্ৰেছ দলৰ সংখ্যাগৰিষ্ঠ ভাগেও এই প্ৰস্তাৱৰ বিৰোধিতা কৰিলে। ফলত কেন্দ্ৰীয় চৰকাৰে এই বিষয়ে চলিহা চৰকাৰক হেঁচা দিয়াৰপৰা বিৰত হ'ল। চলিহা ডাঙৰীয়াৰ এই দৃঢ়তাৰ কাৰণে তেওঁক ধন্যবাদ জনাই, "পাকিস্তানীৰ সমস্যাটো আপুনি আগেয়ে অতি লঘু কৰি নাচাইছিলনে?" বুলি আমি এদিন কওঁতে তেওঁ তেওঁৰ সেই ভুল মুক্তকণ্ঠে স্বীকাৰ কৰিছিল।

চলিহাৰ নিজৰ ভুল স্বীকাৰ কৰাৰ আৰু আৱশ্যক হ'লে শক্তিশালী সহযোগী আৰু সহকৰ্মীৰ বিৰুদ্ধেও থিয় দিয়াৰ এনে নৈতিক সাহসৰ উদাহৰণ আৰু বহুত দিব পাৰি। প্ৰবন্ধৰ কলেবৰ বৃদ্ধি হোৱাৰ ভয়ত, ১৯৬৭ চনৰ ১৩ জানুৱাৰীত একৰকম তেওঁৰ সম্মতিক্ৰমেই কেন্দ্ৰীয় চৰকাৰে অসমখন পাহাৰ আৰু মৈয়াম, ছুখন স্বায়ত্তশাসিত উপৰাজ্যৰ এখন সমষ্টি ৰাজ্যত পৰিণত কৰিবলৈ কৰা গুৰুত্বপূৰ্ণ প্ৰস্তাৱটোৰ কথা উল্লেখ কৰিয়েই এই প্ৰসঙ্গৰপৰা বিৰত হ'ম। এইটোহে কাৰ্যতঃ এখন আঞ্চলিক ফেডাৰেশ্যন স্থাপনৰ প্ৰস্তাৱ

আৰু এই নব-ব্যৱস্থাৰ ফলত যে অসমৰ আগৰ স্বাতন্ত্ৰ্য বহু পৰিমাণে ক্ষুণ্ণ হ'ব সেই কথা চলিহা ডাঙৰীয়াই প্ৰথমতে উপলব্ধি কৰিব পৰা নাছিল। পিচত সেই কথা উপলব্ধি কৰিব পাৰি তেওঁ এই ব্যৱস্থাৰ বিৰোধী জনমতৰ লগত সুৰ মিলালে আৰু ফলত কেন্দ্ৰৰ এই অনিষ্টকৰ পৰিকল্পনা ওফৰাই দিয়াটো অসমৰ পক্ষে সহজ হ'ল।

আনবিধ সাহসতো চলিহা অগ্ৰগণ্য আছিল। তাৰ উদাহৰণো বহুত আছে। এই লিখকৰ এই প্ৰসঙ্গত বিশেষকৈ মনত পৰিছে ১৯৪২ চনৰ আগষ্টৰ কথা। বোম্বাইত ৯ আগষ্টৰ দিনা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে মহাত্মা গান্ধীৰ "ভাৰত ত্যাগ কৰা" দাবী অনুমোদন কৰিবলৈ সিদ্ধান্ত কৰাৰ লগে লগেই নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সেই অধিবেশনত যোগ দিয়া কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ উপৰিও সমগ্ৰ দেশতে নেতৃস্থানীয় কংগ্ৰেছীসকলক বিদেশী চৰকাৰে গ্ৰেপ্তাৰ কৰিবলৈ ধৰে। ভিন্ ভিন্ ৰাজ্যৰ এভাগ নেতৃস্থানীয় কংগ্ৰেছীয়ে পুলিচৰ ওচৰত ধৰা নিদি আৰু আত্মগোপন কৰি এই আন্দোলন পৰিচালনা কৰাত মনোনিবেশ কৰে। অসমৰ আন্দোলন পৰিচালনা কৰিছিল অতিশয় ৰোগগ্ৰস্ততাৰ কাৰণে চৰকাৰে গ্ৰেপ্তাৰ নকৰা ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই তেওঁৰ ৰোগশয্যাৰপৰা। তেওঁ এই লিখককো গ্ৰেপ্তাৰ নোহোৱাকৈ থাকিবলৈ পৰামৰ্শ দিয়ে আৰু অবিলম্বে উজনি অসমৰ তেতিয়াও গ্ৰেপ্তাৰ নোহোৱাকৈ থকা নেতা কেইজনমানক লগ ধৰি, এই আন্দোলন কেনে ধৰণেৰে চলাব লাগিব, সেই বিষয়ে তেওঁৰ ব্যৱস্থা আৰু কিছু টকা দিবৰ কাৰণে পঠিয়াই দিয়ে। সেইমতে আগষ্ট মাহৰ মাজভাগত অন্যান্য ঠাইৰ নেতা কেইজনমানক লগ ধৰাৰ পিচত শিৱসাগৰত চলিহা ডাঙৰীয়াকো গোপনে লগ ধৰো। চলিহা ডাঙৰীয়াই ত্যাগবীৰৰ পৰামৰ্শ আৰু কাৰ্যসূচীৰ কথা গভীৰভাৱে বিবেচনা কৰি আমাক এইদৰে সমিধান দিয়েঃ "হেম বৰুৱা ডাঙৰীয়াৰ এই আঁচনি ভাল হৈছে। কিন্তু এইবিলাক কাৰ্যকৰী কৰিবৰ কাৰণে আৰু আন্দোলন ব্যাপক আৰু তীব্ৰ কৰি তুলিবৰ কাৰণে আমি শিৱসাগৰ নগৰত কেইদিনমানৰ পিচতে এক বিৰাট মহকুমা সমাবেশ পাতিছোঁ। সেইদিনা এই মহকুমাৰ বিভিন্ন ঠাইৰপৰা ভালেমান সমদল এই নগৰলৈ আহিব, জীৱন পণ কৰি এই স্বাধীনতাৰ যুঁজ চলাই যোৱাৰ—'কৰিম কিম্বা মৰিম' সংকল্প গ্ৰহণ কৰিবলৈ। সেইদিনা চৰকাৰ পক্ষৰ আক্ৰমণত আমি কিমান হতাহত হওঁ, ক'ব নোৱাৰোঁ। কিন্তু কেইজনমান মৰিম বুলি ধৰি লৈছোঁ। তেতিয়াহে

আন্দোলন তীব্ৰতৰ আৰু ব্যাপক হ'ব আৰু আমাৰ ত্যাগ অথলে নাযাব বুলি মই ভাবোঁ। হেম বৰুৱা ডাঙৰীয়াক মোৰ এই কথা ক'বগে।"

মই চলিহা ডাঙৰীয়াৰ এই আয়োজন আৰু সঙ্কল্পৰ কথা জানি অভিভূত হ'লোঁ। তথাপি ত্যাগবীৰৰ নিৰ্দেশ পালন কৰি তেওঁক ক'লোঁ, "মই হেম বৰুৱা ডাঙৰীয়াক আপোনাৰ এই পৰিকল্পনাৰ কথা ক'বলৈ নাপাবও পাৰোঁ, তাৰ আগতে ক'ৰবাত ধৰা পৰিব আৰু গ্ৰেপ্তাৰ হ'বও পাৰোঁ। কিন্তু আপোনালোকে এই পৰিকল্পনা পালন কৰিলেও অন্ততঃ আপুনি ইয়াত সক্ৰিয় অংশ গ্ৰহণ নকৰি আঁতৰি থকাই বোধহয় উচিত হ'ব। বৰুৱা ডাঙৰীয়াই আপুনি অন্ততঃ ছুমাহমানলৈ আত্মগোপন কৰি থকাটো বৰকৈ কামনা কৰে।" —তেওঁ উত্তৰ দিছিল যে নিজে এই পৰিকল্পনা কৰি কাৰ্যক্ষেত্ৰত তাৰপৰা আঁতৰি থকাটো তেওঁৰ পক্ষে বৰ টান কথা। যি কি নহওক, তেওঁ এই বিষয়ে বন্ধু-বান্ধৱসকলেৰে সৈতে পৰামৰ্শ কৰিব।

ইয়াৰ কেইদিনমানৰ পিচতে শিৱসাগৰত উক্ত ঘটনা অনুষ্ঠিত হ'ল। সেইদিনা শিৱসাগৰ নগৰৰ খেল পথাৰত ইংৰাজ চৰকাৰক ভাৰত ত্যাগ কৰাবলৈ সমগ্ৰ মহকুমা জুৰি আন্দোলনৰ পাতনি মেলিবলৈ ভিন্ ভিন্ ঠাইৰ-পৰা সমদলবিলাকৰ ওপৰত নগৰৰ বাহিৰতে পুলিচে লাঠী চালনা কৰি বহুত লোকক জখম আৰু তেজেৰে বাঙলী কৰে। পুলিচৰ আক্ৰমণলৈ আওকাণ কৰিও আহতসকলক শুশ্ৰূষাৰ কাৰণে নগৰলৈ অনা হয় আৰু খেলপথাৰ লোকে লোকাৰণ্য হৈ পৰে আৰু "ইংৰাজ চৰকাৰ ভাৰত ত্যাগ কৰা" ধ্বনিৰে গগন মুখৰিত কৰে। জিলাধিপতি আৰু পুলিচ চাহাবে কেইবা ভজনো সশস্ত্ৰ চিপাহী লৈ আহি জনতাক ততালিকে তাৰপৰা দিহাদিহি যাবলৈ হুকুম দিয়ে আৰু জনতাই সেই নিৰ্দেশলৈ আওকাণ কৰাত সশস্ত্ৰ পুলিচ বাহিনীক গুলী চলাবলৈ সাজু হ'বলৈ নিৰ্দেশ দিয়া হয় আৰু পুলিচ বাহিনীয়ে জনতালৈ বন্দুক টোঁৱাই সষ্টম হয়। অলপ আঁতৰত আত্মগোপন কৰি অৱস্থা পৰ্যবেক্ষণ কৰি থকা চলিহাই আৰু থিৰেৰে থাকিব নোৱাৰিলে। তেওঁ বেগেৰে ওলাই আহি মঞ্চত উঠিল আৰু জনতাক তেওঁলোকৰ সাহস আৰু সঙ্কল্পৰ কাৰণে ধন্যবাদ দি শান্তিপূৰ্ণভাৱে তাৰপৰা আঁতৰি যাবলৈ আবেগপূৰ্ণভাৱে আহ্বান জনালে। জনতাই তেওঁলোকৰ প্ৰিয় নেতাৰ আহ্বানত সঁহাৰি জনালে আৰু পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিয়েই ক্ষান্ত হয়।

এইদৰেই চলিহা ডাঙৰীয়াই ১৯৬৭ চনত মুখ্যমন্ত্ৰী স্বৰূপেও এদল ক্ষুব্ধ

আৰু উত্তেজিত ছাত্ৰ আৰু যুৱকৰ সন্মুখীন হৈছিল। ওপৰত উল্লেখ কৰা অসমৰ পাহাৰ আৰু ভৈয়ামৰ আঞ্চলিক ফেডাৰেশ্বনৰ পৰিকল্পনাত চলিহা ডাঙৰীয়াৰ পোনপটীয়া বা পৰোক্ষ সহযোগিতা আছে বুলি বিবেচনা কৰি এই যুৱক দলটোৱে তেওঁ নতুন দিল্লীৰপৰা শ্বিলঙলৈ প্ৰত্যাবৰ্তন কৰাৰ পথত গুৱাহাটীৰ ভৰলুৰ দলঙৰ ওচৰত তেওঁক বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ সাজু হৈ থাকে। তেওঁৰ ওপৰত শাৰীৰিক আক্ৰমণো হ'ব পাৰে বুলি সন্দেহ কৰি পুলিচ কৰ্তৃপক্ষই তেওঁক বৰঝাৰ বিমান বন্দৰৰপৰা আন এটা পথেদি শ্বিলঙলৈ যাবলৈ কিম্বা সশস্ত্ৰ প্ৰহৰীবেষ্টিত এখন বিশেষ গাড়ীত যাবলৈ অনুৰোধ কৰাত তেওঁ ইয়াৰ কোনোটো অনুৰোধকে ৰক্ষা নকৰি নিজৰ গাড়ীতে অকলে আহি উক্ত যুৱকদলৰ সন্মুখীন হয় আৰু তেওঁলোকৰ দ্বাৰা কিছু পৰিমাণে আক্ৰান্ত হয়। পুলিচৰ ৰৰমূৰীয়াই দলটোৰ ওপৰত লাঠী চালনা বা আন ধৰণৰ আক্ৰমণ কৰিবলৈ উদ্যত হয়। চলিহা ডাঙৰীয়াই তাত দৃঢ়ভাৱে বাধা দিয়ে আৰু ডেকাদলৰ সেই আক্ৰমণ নিৰুদ্বেগচিত্তে অতিক্ৰম কৰি বিপুল সাহস আৰু ধৈৰ্যৰ আদৰ্শ দাঙি ধৰে।

শত্ৰুপক্ষ বা বিৰোধী দলৰ ষড়যন্ত্ৰ আৰু আক্ৰমণত চলিহা ডাঙৰীয়া ৰৰকৈ বিচলিত নহৈছিল; তেওঁলোকৰ লগত খেলোৱাৰসুলভ মনোবৃত্তিৰেই যুঁজিছিল। বিধানসভাৰ নিৰ্বাচনত তেওঁ তেওঁৰ ব্যক্তিগত প্ৰতিদ্বন্দ্বীজনকো পৰোক্ষভাৱে সহায় কৰাৰ কথা বহুতে কয়। কিন্তু নিজৰ দলৰ বা নিজৰ চৰকাৰৰ কোনো লোকৰ শৃঙ্খলাহীনতা আৰু অবাঞ্ছনীয় কাৰ্য-কলাপ তেওঁ সহ্য কৰিব নোৱাৰিছিল। তেওঁক মুখ্যমন্ত্ৰী ভাঙিবলৈ বা তেওঁৰ মন্ত্ৰীসভাৰ সালসলনি ঘটাবলৈ দলৰ কিছুমান সদস্যই কৰা তল-খুচৰীয়া কাৰ্যত তেওঁ ক্ষোভ প্ৰকাশ কৰিছিল আৰু তেনে কাম কৰা কেইবাজনো সদস্যই তেওঁৰ ওচৰত তাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিব লগা হৈছিল। তেওঁৰ চৰকাৰৰ কোনো কোনো ৰৰমূৰীয়াই তেওঁক বা চৰকাৰক ভুল তথ্য বা ভুল বুজনি দিয়াৰ কাৰণে চলিহাই তেওঁলোকক কৰ্কথনা কৰা বা শাস্তি বিহাৰ কথাও আমি জানো। নিজৰ চৰকাৰৰ বিষয়াইহে নালাগে, কেন্দ্ৰীয় চৰকাৰৰ দায়িত্বশীল বিষয়াই তেওঁৰ মুনিব মন্ত্ৰীক বা চৰকাৰক ভুল আৰু বেয়া পৰামৰ্শ দিয়াটোও চলিহা ডাঙৰীয়াই সহ্য কৰিব নোৱাৰিছিল। ওপৰত উল্লেখ কৰা ভাৰতীয় মুছলমান (অসমৰ) নাগৰিকসকলক চৰকাৰে চিনাক্তকৰণ কাৰ্ড বা পৰিচয়-পত্ৰ দিবলৈ কৰা প্ৰস্তাৱ আৰু অসমৰ পাকিস্তানী অনুপ্ৰৱেশ সমস্যা সম্পৰ্কীয় অন্যান্য

বিষয়ৰ আলোচনাৰ কাৰণে এবাৰ মুখ্যমন্ত্ৰী চলিহাই বিধানসভাৰ কংগ্ৰেছ দলৰ সম্পাদক শ্ৰীশৰৎচন্দ্ৰ গোস্বামী প্ৰমুখ্যে কেইজনমান মুখিয়াল সদস্যক লৈ তেতিয়াৰ কেন্দ্ৰীয় গৃহমন্ত্ৰী শ্ৰীনন্দৰ ওচৰলৈ গৈছিল। আলোচনা প্ৰসঙ্গত চলিহা ডাঙৰীয়াই মুছলমান নাগৰিকসকলক সেইদৰে চিনাক্তকৰণ কাৰ্ড দিয়াটো কিয় সঙ্গত নহ'ব আৰু তেনে কৰাৰপৰা অসমৰ কি অসুবিধা আৰু ক্ষতি হ'ব, সেই বিষয়ে কেন্দ্ৰীয় গৃহমন্ত্ৰীক বুজাবলৈ চেষ্টা কৰে। এনেতে গৃহদপ্তৰৰ আই. চি. এছ. সচিবজনে কেন্দ্ৰীয় চৰকাৰৰ সেই প্ৰস্তাৱৰ পক্ষে তৰ্ক কৰিবলৈ প্ৰয়াস পায়। তেওঁৰ এনে কাৰ্যত চলিহা ডাঙৰীয়াই তেওঁৰ ক্ৰোধ আৰু বিৰক্তি সম্বৰণ কৰিব নোৱাৰিলে। তেওঁ খঙেৰে গৰজি উঠিল, "বুজিছোঁ, এইটো আপোনালোক বৰমূৰীয়া বিষয়াসকলৰে মন্ত্ৰণা। আপোনালোকে এইদৰেই মন্ত্ৰীসকলক আৰু চৰকাৰক ভুল বুজনি আৰু পৰামৰ্শ দিয়ে। আপোনালোকে আমাক অসমবাসীক শান্তিত থাকিবলৈ দিব নোখোজে।" গৃহমন্ত্ৰী নন্দই সদায় নৰম সুৰত কঁথা কোৱা খাঁটী ভদ্ৰলোক চলিহা ডাঙৰীয়াৰ এই মূৰ্তি দেখি তৰধ মানিলে আৰু এই প্ৰস্তাৱৰ সিমানতে যৱনিকা পৰিল। আমি সেই আলোচনাত উপস্থিত থকা চলিহা ডাঙৰীয়াৰ সতীৰ্থ এজনৰপৰাই এই কাহিনী পাইছোঁ।

চলিহা এজন সাত্বিক লোক আছিল বুলি বহুতেই জানে আৰু আমিও জানিছিলোঁ। তেওঁ কেতিয়াৰপৰা নিয়মিতভাৱে উপাসনা কৰিবলৈ ল'লে, এই বিষয়ে চাৰি বছৰমানৰ আগতে ধেমালিৰ সুৰতে এদিন প্ৰশ্ন কৰাত তেওঁ হাঁহি হাঁহি উত্তৰ দিলে, "মই ঈশ্বৰৰ ওপৰত সদায় বিশ্বাসী যদিও আগতে আনুষ্ঠানিকভাৱে তেওঁক উপাসনা কৰা নাছিলোঁ সঁচা; পিচে প্ৰদেশ কংগ্ৰেছ কমিটিৰ প্ৰধান সম্পাদক হৈ গুৱাহাটীৰ উজান বজাৰৰ সেই ভাড়া ঘৰটোত থকা কালত এবাৰ অতিপাতৰূপে বাতগ্ৰস্ত হ'লোঁ। ভৰি বৰকৈ উখহি উঠিল। বিষৰ প্ৰকোপত তৎ নাই। একো ঔষধ-পাতিয়ে কাম দিয়া নাই। বিষত কান্দি থকা অৱস্থা। ককাইদেউ যাদৱ চলিহাই কলিকতা বা শিৱসাগৰৰ ঘৰলৈ চিকিৎসা-শুশ্ৰূষাৰ কাৰণে নিব খুজিলে। যাবৰ মন নগ'ল; হাতত ভালেখিনি কামো আছিল। নিঃসহায়ভাৱে গীতাখনত চকু ফুৰাবলৈ ধৰিলোঁ। গীতাখন যে কি অপূৰ্ব গ্ৰন্থ! তাত যেন নথকা কথা একো নাই। তেনে দুখগ্ৰস্ত অৱস্থাত কি কৰিব লাগে, তাৰো ব্যৱস্থা তাত পালোঁ।..." —এই বুলি তেওঁ তাৰ এটা শ্লোক মাতি ক'লে যে, তাৰপৰা




বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে শিৱসাগৰৰ বাজহুৱা সভাত চলিহাই বক্তৃতা দিছে



চলিহাৰ অনাতাঁৰ ভাষণ



যোৰহাটৰ ৰাজহুৱা সভাত চলিহাই বক্তৃতা দিছে

এই অৱস্থাত তেওঁৰ সহ্য কৰাৰ আৰু ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাহিৰে আন একো উপায় নাই বুলি বুজিব পাৰিলে আৰু তাকে কৰিবলৈ সঙ্কল্প কৰিলে। "তাৰ পিচত মই মোৰ বিষ-বেদনা বহু পৰিমাণে উপশম হ'ল বুলি অনুভৱ কৰিলোঁ। তেতিয়াৰপৰাই কিছু নিয়মিতভাৱে উপাসনা কৰিবলৈ ধৰিলোঁ।"

চলিহা ডাঙৰীয়াৰ সাত্বিকতা আৰু আধ্যাত্মিকতাৰ এইটো এটা প্ৰকৃষ্ট নিদৰ্শন। এনে সাত্বিকতা আৰু নৈতিকতাৰ ফালৰপৰা বিবেচনা কৰিয়েই তেওঁ ১৯৬৯ চনত কংগ্ৰেছৰ দলাদলিৰ সময়ত প্ৰধান দলক সমৰ্থন কৰিবলৈ বৰ টান পাইছিল। কিন্তু অসমৰ স্বাৰ্থৰ কাৰণে ৰাজনৈতিক বিবেচনাত পিচত সেই দলকে সমৰ্থন কৰিবলৈ বাধ্য হ'ল। পাকিস্তানীৰ অনুপ্ৰৱেশ আদি অসমৰ কিছুমান বিশেষ আৰু গুৰুতৰ সমস্যা নথকা হ'লে আৰু তেওঁ প্ৰধানমন্ত্ৰীৰ বিৰোধী কংগ্ৰেছ দলত যোগ দিয়াৰ ফলত অসমৰ প্ৰশাসনৰ ক্ষমতা সেই বিশেষ সমস্যাবিলাকৰ তথা অসমৰ স্বাৰ্থৰ প্ৰতি উদাসীন লোক-সকলৰ হাতত পৰাটো অৱশ্যম্ভাৱী নোহোৱা হ'লে তেওঁ যে সেই দলক সমৰ্থন নকৰিলেহেঁতেন আৰু তাৰ কাৰণে মুখ্যমন্ত্ৰী পদ বিসৰ্জন দিবলৈকো কুণ্ঠিত নহ'লহেঁতেন, তাত আমাৰ অলপো সন্দেহ নাই।

সাধাৰণতঃ গহীন, গম্ভীৰ আৰু অল্পভাষী চলিহা যে এজন খুব সদালাপী আৰু ৰসিক লোক আছিল, সেই কথা হয়তো বহুতেই নাজানে। তেওঁৰ ৰসিকতাৰ দুটামান উদাহৰণ দি এই প্ৰবন্ধৰ সামৰণি মাৰিম। গুৰুতৰ কথাৰ মাজতো তেওঁ কেতিয়াবা ৰসিকতা কৰিছিল।

তেওঁ সংসদী সচিব হৈ থকা অৱস্থাতে এদিন তেওঁৰ ঘৰত কেইজনমানে নানান কথা পাতি আছোঁ। এনেতে তেওঁৰ প্ৰিয় সতীৰ্থ আৰু এম্. এল্. এ. হৰিনাৰায়ণ বৰুৱাই 'ছিৰিয়াছ' কথাৰ অৱতাৰণা কৰি তেওঁৰ সমষ্টিৰ কিছুমান দাবীৰ কথা উলিয়ালে। চলিহাই তেওঁক কথাৰ মাজতে বাধা দি সমিধান দিলে, "এই বয়সতো নিজৰ বিয়াখনকে পাতিব নোৱাৰা মানুহজনে আকৌ এইবিলাক ডাঙৰ কাম কৰিবলৈ ওলাইছে! দেউতাক নহ'ল বুলিয়েইনো বিয়াখন পাতিব নালাগেনে? ককাইদেৱেৰাক আঁকোৰগোজভাৱে ধৰিব নোৱাৰে?" আমালৈ আঙুলিয়াই ক'লে, "বৰুৱাদেৱক সোধকচোন, আমি বৰ ককাইদেউহঁতক কেনেকৈ নাকত ধৰি মঙ্গলদৈলৈ লৈ গৈছিলোঁ আমাক বিয়া কৰাই দিবৰ কাৰণে। (তেওঁৰ বৰককাইদেৱেক তাৰাপ্ৰসাদ চলিহা প্ৰভৃতিৰ

লগত আমি মঙ্গলদৈত তেওঁৰ বিয়াত যোগ দিয়াৰ ইঙ্গিত কৰিয়েই তেওঁ এই কথা কৈছিল)। চলিহাৰ এই কথা শুনি আটাইকিজনে হাঁহিবলৈ ধৰিলে আৰু হৰিনাৰায়ণ বৰুৱাৰ হাঁহিৰ ৰোলেই আনসকলতকৈ প্ৰবল হৈছিল। এদিন সেইদৰে মই অসমৰ কিছুমান গুৰুতৰ সমস্যাৰ আৰু সেইবিলাকৰ প্ৰতি অসমীয়াৰ যথোচিত তৎপৰতাৰ অভাৱৰ কথা উল্লেখ কৰি আমাৰ ভৱিষ্যত অন্ধকাৰ বুলি মন্তব্য কৰোঁতে চলিহাই উত্তৰ দিয়ে, "বৰুৱাদেৱ, আপুনি ইমান নিৰাশাবাদী হৈছে কিয়? ভয় নাই, আমি অসমীয়া জাতিটো নানান বিষয়ত এটা উন্নত আৰু চহকী জাতি। কোঁচ-কলিতা, আহোম-চুতিয়া, কছাৰী-ৰাজবংশী আদি ইয়াৰ শাখা জাতিসকল ঐতিহাসিক ক্ষত্ৰিয় আৰু শাসক জাতি। আনসকলৰো ভিন্ ভিন বৈশিষ্ট্য আছে। ব্ৰাহ্মণসকলৰ জ্ঞান-গৰিমাৰ কথাই নাই, কায়স্থসকলনো কমনে?"

মই চলিহা মুখ্যমন্ত্ৰীজনতকৈ চলিহা মানুহজনৰ কথা বেছিকৈ কোৱাৰ অৰ্থ এয়ে যে, চলিহা মুখ্যমন্ত্ৰীজনতকৈ চলিহা মানুহজন বেছি ডাঙৰ আছিল বুলি মই অনুভৱ কৰোঁ আৰু ভাবোঁ যে, তেওঁক ডাঙৰ কৰিছিল তেওঁৰ মহত্ত্ব আৰু চৰিত্ৰ-মাধুৰ্যই। চলিহা ডাঙৰীয়াৰ সফলতা আৰু বিফলতা উভয়েই আমাৰ কাৰণে খুব শিক্ষাপ্ৰদ।

# চলিহাৰ জীৱনৰ সৰু সৰু কথা

**লীলা গগৈ**

বিমলাপ্ৰসাদ চলিহা অসম বুৰঞ্জীৰ এক লেখত লবলগীয়া ব্যক্তি। এযুগ, অৰ্থাৎ বাৰ বছৰ জুৰি মুখ্যমন্ত্ৰীৰ বিষয়বাব লৈ অসমৰ ৰাজনীতিত কি ৰবগুণি দি গ'ল, সেয়া ৰাজনীতিবিদৰ বিচাৰ্য। প্ৰকৃততে বিমলাপ্ৰসাদ চলিহা মৃদু অথচ অল্পভাষী আৰু সৰ্বসাধাৰণে সহজতে মন-নোপোৱা এক অনন্যসাধাৰণ ব্যক্তি। এক প্ৰাচীন, অভিজাত আৰু ধনী পৰিয়ালত জন্মিও গান্ধীজীৰ আদৰ্শত উদ্বুদ্ধ হৈ সাময়িক সুখ ত্যাগ কৰি ৰ'দে-বৰষুণে, বোকাই-পানীয়ে, গাঁৱে-ভূঞে টলৌ-টলৌকৈ ফুৰি গ্ৰামোন্নয়নৰ কামত আত্মনিয়োগ কৰিছিল। বহুতৰ দৰে চলিহাই দেশৰ নেতৃত্ব কৰিবলৈ নপতা ফুকন হৈ ওলোৱা নাছিল বা গোনা ম'হৰ দৰে যুঁজিবলৈ টাং-পাতি ফুৰা নাছিল। তেওঁৰ চৰিত্ৰ, সততা, ব্যক্তিত্ব আৰু যোগ্যতাই তেওঁক দেশৰ কৰ্ণধাৰ হবলৈ আহ্বান জনাইছিল। তেওঁৰ কাৰ্যকালত কি হ'ল বা নহ'ল তাৰ সমীক্ষা ইয়াত দাঙি ধৰিব খোজা নাই। কিছুমান সৰু সৰু ঘটনাৰপৰা চলিহাৰ ব্যক্তিত্ব আৰু চৰিত্ৰ সম্পৰ্কে বঢ়িয়াকৈ জানিব পৰা যায়। আমি জনা তেনে কেইটিমান টুকুৰা-টুকুৰ কাহিনীকে ইয়াত সন্নিবিষ্ট কৰিলোঁ।

এজন বিৰোধী দলৰ কৰ্মী চলিহাৰ ঘৰত আলহী আছিল। ৰাতি ভাত-পানী খাই মানুহজন শুই থাকিল। ৰাতিপুৱা দেখে মানুহজন নাই। লগতে বিচনা কৰিবলৈ দিয়া কাপোৰ-কানিকেইখনো লৈ গ'ল। ঘটনাটো গম পাই চলিহাই মানুহজনক বিচাৰি গাড়ী এখন পঠিয়াই দিলে। ঘৰৰপৰা এমাইলমান দূৰত কাপোৰ-কানি লৈ যোৱা মানুহজনক লগ পালেগৈ। বুধি-বুধা কৰি তেওঁক গাড়ীত তুলি লৈ আহিল। চলিহাৰ আগত থিয় কৰালত তেওঁ কিয় কাপোৰ-কানিবোৰ লৈ গ'ল সুধিলে। তেওঁৰ পুৰণি-চিনাকি আলহীজনে উত্তৰ দিলে, "মোৰ ঘৰত কাপোৰ-কানি নাই। বিচনাখন মোক একেবাৰেই দিলে বুলি ভাবি মই লৈ গৈছিলোঁ। যদি মোক দিয়া নাই,

ৰাখি থওক।” চলিহাই ওঁঠৰ তলতে হাঁহি এটা মাৰি মানুহজনক আৰু টকা পাঁচোটা দি কাপোৰ-কানিখিনি লৈ যাবলৈ কলে। এইবেলি কিন্তু মানুহজন গহীন হৈ লাহে লাহে গুচি গ’ল।

এদিন জনচেবেক মানুহ এটা নামঘৰ সাজিবলৈ তেওঁৰ ওচৰত দান বিচাৰি গৈছিল। মানুহকেইজনৰ দুজনমানৰ সততাত চলিহাৰ সন্দেহ আছিল; অথচ তেওঁবিলাক আদৰ্শ সম্পৰ্কে বৰ উন্নাসিক আছিল। চলিহাই বিনয়েৰে কলে, “মই যি পাৰোঁ দিম। কিন্তু চাওক, মই ৰাজনীতি কৰোঁ, মোক সমৰ্থন লাগে; মোৰ বাগিছা আছে, মোক ধন লাগে; মোৰ ল’ৰা-তিৰোতা আছে; মোক শক্তি লাগে; মোক যশ লাগে; মোক মান লাগে; মোক ঐশ্বৰ্য-বিভূতি লাগে। মুখেৰে ৰাম নাম লৈ, ‘অথিৰ ধন-জন’ বুলি মনেৰে ঐশ্বৰ্য-বিভূতি, যশ-মান খেদি ফুৰিলে মই প্ৰকৃততে নিজকে প্ৰতাৰণা কৰা নহবনে? সেইবাবে মই শক্তি-পূজা কৰোঁ। বেয়া কৰিছোঁনে?” মানুহকেইজন নিমাতে থাকিল। চলিহাই পাৰ্যমানে দান দি বিদায় দিলে।

এবাৰ এজন মানুহে চলিহাক দেখা কৰিবলৈ গৈছিল। ভালেমান সময় কথা-বতৰা পতাৰ পিচত মানুহজন যাবলৈ উঠিল। তেওঁ চলিহাৰ ফালে হাতখন আগবঢ়াই বহুমূলীয়া মণি-মুক্তা খচিত এটি দামী উপহাৰ দিবলৈ উদ্যত হ’ল। চলিহাই হাত পাতি উপহাৰটো লৈ তৎক্ষণাৎ উত্তৰ দিলে,—“আপুনি নিশ্চয় মোক ভাল পায় আৰু সেইবাবেই মোক এই দামী উপহাৰটো দিছে। এই উপহাৰটো মই সাদৰেৰে গ্ৰহণ কৰিলোঁহেঁতেন, যদিহে মই অসমৰ মুখ্যমন্ত্ৰী নহলোঁহেঁতেন। এতিয়াও আপোনাক অনুৰোধ কৰিছোঁ, আপুনি বস্তুটো ঘূৰাই লওক। যদি মোৰ প্ৰতি আপোনাৰ শ্ৰদ্ধা আছে, আপুনি ওলোটাই লবলৈ বেয়া নাপাব।” মানুহজনে ঘূৰাই ললে আৰু নমস্কাৰ দি উঠি গ’ল। সেই দামী উপহাৰটোৰ অন্তৰালত বা কি অভিপ্ৰায় লুকাই আছিল কোনে জানে?

আৰু এটা কথা। চলিহাৰ ওচৰ-সম্পৰ্কীয় এজনে হিন্দু অথচ আন এটা সম্প্ৰদায়ৰ এগৰাকী কন্যাৰ পাণি গ্ৰহণ কৰিবলৈ ওলোৱাত ৰক্ষণশীলসকল জিকৃজিকাই উঠিল। অৱশেষত চলিহাৰ গাত ভাৰ পৰিল শেষ সিদ্ধান্ত কৰিবলৈ। চলিহাই সাদৰেৰে সম্মতি দিলে আৰু মন্তব্য কৰিলে, “আত্মাই আত্মাক চিনি পায়। তাৰেই পৰিণতি স্বৰূপে মানুহৰ মনত প্ৰেম ভাব

ওপজে। যদি সমাজে বা সমাজৰ কোনোবাই স্বভাৱজ প্ৰেমত বাধা দি মিলনৰ পৰিবৰ্তে বিচ্ছেদ ঘটাব খোজে, তেন্তে আত্মা অতৃপ্ত হৈ ৰয়। অতৃপ্ত আত্মাই মৃত্যুৰ পিচতো শান্তি নাপায়।”

এদিনৰ কথা। চলিহাৰ ল'ৰা দুজনমানক তেওঁৰ সম্পৰ্কীয় এঘৰত খাবলৈ মাতিছিল। খাই-বৈ সিহঁতে ধেমালি কৰিবলৈ ধৰিলে। ইপিনে ঘৰুৱা শিক্ষকজন যথাসময়ত আহি বাট চাই বৈ আছে। ল'ৰা অহা নাই। চলিহাই পিচফালে কাৰোবাক পঠিয়াই মতাই আনিলে। লগে লগে হাতত চেকনি এছাৰি লৈ কোবাই কোবাই সৈ কঢ়ালে। শিক্ষকক বহুৱাই থৈ অপমান যাতে নকৰে, তাৰ বাবে সিহঁতক সাৱধান কৰি দিলে।

এবাৰ এজন বিধানসভাৰ সদস্যই বাটকুৰি বাই মুখ্যমন্ত্ৰীক দেখা কৰিবলৈ গ'ল। মুখ্যমন্ত্ৰী চলিহাৰ আগত তেওঁৰ বক্তব্যখিনি কবলৈ দি সুধিলে, “আপোনাৰ আৰু কিবা কাম শ্বিলঙত আছে নেকি?” সদস্যজনে কলে, “নাই। ইয়াৰ সমিধান পালেই, মই আজিয়েই উলটি যাম।” “আহক তেনেহলে”—চলিহাই কলে। দুয়ো গাড়ীত উঠিল। শ্বিলঙৰপৰা নামি আহি গুৱাহাটী পালেহি। কাৰো মাত-বোল নাই। গাড়ী গৈ বৰঝাৰ পালেগৈ। একো সঁহাৰি নাই। বৰঝাৰত কোনোবা এজন কেন্দ্ৰীয় মন্ত্ৰীক আদৰণি জনাই গুৱাহাটী চাৰ্কিট হাউছ পালেহি। সদস্যজনৰ বিৰক্তি লাগিল। চাৰ্কিট হাউছতো তেওঁক বহুৱাই থৈ কেন্দ্ৰীয় মন্ত্ৰীৰ লগত আলোচনা কৰিলে। আলোচনাৰ শেষত ওলাই আহি সদস্যজনক এটি ইতিবাচক সমিধান দিলে। সেয়া কেইবাঘণ্টাও পিচৰ কথা।

এবাৰ চলিহাৰ নিজা সমষ্টিত এখন ৰাজহুৱা সভা হৈছিল। সভাত সমজুৱাৰ বক্তৃতাত এজন মানুহে থিয় হৈ বক্তৃতা দিবলৈ ধৰিলে, “আমি একালত একেলগে কংগ্ৰেছৰ কাম কৰিছিলোঁ। ভীমকল এচকলেৰে ফিকা চাহপানী খাই, ব'দ-বৰষুণ নেওচি, বোকা-পানী গৰকি গাঁৱে গাঁৱে ফুৰিছিলোঁ। কেতিয়াবা লঘোণে-ভোকে ৰাতি কটাইছিলোঁ। কিন্তু এতিয়া মুখ্যমন্ত্ৰী হৈ শ্বিলঙৰ পকীঘৰত থাকে, লাখটকীয়া গাড়ী দৌৰায়, মানুহক লগ পাবলৈ আজৰি নাই……।” চলিহাই দৃঢ়তাৰে তাৰ উত্তৰ দিলে, “সঁচা কথা। ফিকা চাহ-পানী খাই, বোকা-পানী গৰকি গাঁৱে গাঁৱে ফুৰিছিলোঁ। কিন্তু এতিয়া মই ৰাইজৰ প্ৰতিনিধি। সদৌ অসমৰ ৰাইজৰ মুখ্যমন্ত্ৰী। তাহানি চাইকেলেৰেই হৈছিল; আজিকালি গোটেই প্ৰদেশৰ মানুহৰ কথা জানিবলৈ, তেওঁবিলাকক

লগ পাবলৈ এখন গাড়ীয়েই যথেষ্ট নহয়, হয়তো এখন হেলিকেপ্তাৰ লাগে। এজন মানুহৰ বা মোৰ এজন ব্যক্তিগত বন্ধুৰ সমস্যাই দেশৰ সমস্যা নহয়।" এইদৰে চলিহাই বক্তৃতা দি চুঙা চাই সোপা দিবলৈ ধৰাত তেওঁৰ বন্ধু কৰ্মীজন সুৰুকৃকৰে কেনিবা আঁতৰি পলাল।

শিৱসাগৰ নগৰৰ ওচৰতে এটা সৰু শিৱদৌল আছে। চলিহাৰ পৰিয়ালৰ-পৰা সেই মন্দিৰলৈ নিয়মীয়াকৈ পা-পইচা দি থাকে আৰু পূজাৰীয়ে মাজে-সময়ে প্ৰসাদ-নিৰ্মালি পঠিয়াই থাকে। এবাৰ শিৱৰাত্ৰিৰ কথা। শিৱৰাত্ৰি মিলিছিল মাজ ৰাতি। চলিহাই লগত দুজনমান মানুহ লৈ ৰাতি এঘাৰমান বজাত মন্দিৰ পালেহি। দেখে, মন্দিৰত চাকি-বাতি একো নাই। পূজাৰী শুই নিঃপালি দিলে। কিজানিবা সদাশিৱৰ প্ৰসাদ খাই পূজাৰী তুষ্ট হৈয়ে আছিল। দুৱাৰত ঢকিয়াই 'পূজাৰী' 'পূজাৰী' বুলি মাতিলত ভিতৰৰপৰা কোনোবাই উত্তৰ দিলে, "পূজাৰীৰ টোপনি"। মুখৰ ভিতৰতে ভোট-ভোটাই ভিতৰৰ মানুহজনে কঁলে, "ক'ৰবাৰ মানুহ, ঘোটা-ফোটা খাই আহি ইয়াত ভৰ ৰাতিখন চিঞৰ-বাখৰ কৰিছেহি!" পূজাৰীক উঠিবলৈ বাধ্য কৰিলে। পূজাৰী ওলাই আহি চলিহাক দেখি অবাক হ'ল। তেওঁ হাতযোৰকৈ বহিবলৈ অনুৰোধ জনালে। চলিহাই থোৰতে কলে, "মন্দিৰৰ পূজা-সেৱা কৰিবলৈকে আপোনাসকলক দেৱোত্তৰ ব্ৰহ্মোত্তৰ মাটি দিছে। আমিও আমাৰ ঘৰৰপৰা নিয়মীয়াকৈ পা-পইচা দি থাকোঁ। শিৱৰাত্ৰি মিলিছে মাজ ৰাতি। মাজ ৰাতি পূজা কৰা দূৰৰ কথা, ফুট গধূলিতে শুই আছে!" পূজাৰীয়ে কাবৌ-কোকালি কৰি মিহি মিহিকৈ উত্তৰ দি চলিহাক পতিয়ন নিয়াবলৈ চেষ্টা কৰিলে আৰু মন্দিৰৰ দুৱাৰ মেলি পূজাত বহিলগৈ।

এ-চি-এচ্ পৰীক্ষা দি চলিহাৰ এজন সম্পৰ্কীয় তেওঁৰ ওচৰলৈ আহি লোকসেৱা আয়োগৰ সংশ্লিষ্ট ব্যক্তিক ধৰি-মেলি চাকৰি এটা দিবলৈ একপ্ৰকাৰ টানি ধৰিলে। চলিহাই তাৰ উত্তৰত কলে, "তুমি পৰীক্ষা দিছা, ভাল কৰিছা। পাছ কৰি চাকৰি এটা পালে মই ভাল পাম। চোৱাঁ, মই অসমৰ মুখ্যমন্ত্ৰী। মই সকলোৰে। মই সকলোকে সমান চকুৰে চাব লাগে। অসমৰ সকলো নিবনুৱা ডেকাই চাকৰি পাব লাগে। মই কেৱল তোমাক এটা চাকৰি দিবলৈ প্ৰভাৱ পেলাব খুজিলে অন্যায় কৰা নহবনে?" ডেকাজনে পিচত চাকৰি পালে নে নাই কব নোৱাৰোঁ; কিন্তু যাবৰ সময়ত তেওঁ ভোৰ-ভোৰাই কৈ গ'ল, "আপোনাৰ মন্ত্ৰীসভাৰ কিমান মন্ত্ৰীয়ে নিজৰ নিজৰ

বিভাগত অস্থায়ীকৈ স্বজনপ্ৰীতি দেখুৱাই নিয়োগ কৰি আছে, আপুনিহে নকৰে।" চলিহা স্বজনপ্ৰীতিৰ বহুত উৰ্ধত আছিল।

চলিহাই জনজাতীয় লোকক ভাল পাইছিল। তেওঁ কেইবছৰমান আগতে অসমৰ মুখ্যমন্ত্ৰী হোৱা হলে অসমৰ ৰাজনৈতিক পছোৱাৰ গতি সলনি হ'লহেঁতেন বুলি ভাবিবলৈ অনেক থল আছে। নগাৰাজ্যৰ বিদ্ৰোহী নেতাৰ মুখতো আমি চলিহাৰ প্ৰশংসা শুনিছোঁ। পাৰ্বত্য জনজাতিৰ প্ৰতি চলিহাৰ দৃষ্টিভঙ্গী আছিল মানৱীয় আৰু সুদূৰপ্ৰসাৰী।

চলিহাৰ সতকাই খং নুঠিছিল। কিন্তু খং উঠিলে খঙত কঁপি-জপি উঠিছিল। এবাৰ শিৱসাগৰ চাৰ্কিট হাউছত এজন আই-এ-এচ্ বিষয়াই কিবা এটা কথাৰ অসঙ্গত উত্তৰ দিয়াত এনেকৈ খঙত জ্বলি-পকি উঠিছিল যে ভয়ত বিষয়াজন কেনিবা পলাইছিল। বহুতো মানুহৰ সন্মুখতে বিষয়াজনৰ দায়িত্বহীনতাৰ বাবে তিৰস্কাৰ কৰিছিল। তেওঁৰ ধৈৰ্যও আছিল অসীম। কোনোবা মানুহে যিহকে তিহকে কলেও সহি থাকিব পাৰিছিল। তেনেকুৱা কথা শুনিবলৈ মন নগলে বহী থকা চকীৰ হাতত বা খুটাত আঙুলিৰে শব্দ কৰি এটা সুৰ বজাই নিবিষ্টমনে বহি আছিল। সেই সময়ত কাষত থকা মানুহজনে গালিয়েই পাৰক বা সমালোচনাই কৰক, তেওঁৰ কাণত নপৰিছিল। বহুতো মানুহে উলটি আহি তেওঁ কোৱা কথাখিনি চলিহাই ধৈৰ্যেৰে শুনিলে বুলি গৌৰৱ কৰিছিল, সিপিনে চলিহাই কাণে-বাটেও পৰশা নাছিল।

এদিনৰ কথা। অসমৰ তেতিয়াৰ শিক্ষামন্ত্ৰীয়ে সভাপতিত্ব কৰা সভা এখনত ৰংপুৰীয়া ডেকা এজনে বক্তৃতা দি সাম্প্ৰতিক শিক্ষাৰ অসাৰ্থকতা আঙুলিয়াই বক্তৃতা দিছিল। চলিহাও সভাত উপস্থিত আছিল। তেতিয়া তেওঁ প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি। সেই সময়ত কংগ্ৰেছৰ নীতিৰ সমালোচনা কৰাটো একপ্ৰকাৰ অপৰাধেই আছিল। পিচদিনা উক্ত ডেকাজনে এখন চাৰ্টিফিকেট বিচাৰি চলিহাৰ ঘৰলৈ যাওক! চলিহাই ডেকাজনক সাহসী, বুধিয়ক, চৰিত্ৰবান বুলি চাৰ্টিফিকেট দি পঠিয়ালে। আন কোনোবা ৰাজনৈতিক নেতা হোৱা হলে তেওঁক চাৰ্টিফিকেট দিবলৈকে ইচ্ছা নকৰিলেহেঁতেন।

আমাৰ সৰু কালত চলিহাই গাঁৱে গাঁৱে চাইকেল চলাই খাদী আৰু গ্ৰামোদ্যোগৰ কাম কৰি ফুৰা দেখিছিলোঁ। এদিন এনেকৈ ক'ৰবালৈ যাবলৈ ওলাইছিল। ঘৰৰপৰা কেইমাইলমান যাওঁতেই এজাক মৌচেপা বৰষুণে

পালে। চলিহাই বাটৰ কাষৰ এঘৰ মানুহৰ ঘৰত সোমাল। তেতিয়া '৪২ চনৰ আন্দোলন আৰম্ভ হোৱা নাই। খদ্দৰৰ প্ৰচলনৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। যিঘৰ মানুহৰ ঘৰত সোমাল, তেওঁবিলাক কংগ্ৰেছৰ সভ্য নহয়; কিন্তু বুঢ়াজনে অসহযোগ আন্দোলনৰ সময়ত ছুৰাতিমান কানি দোকানত পিকেটিং কৰাৰ অপৰাধত কাটেক খাইছিল। কিন্তু মানুহঘৰৰ ল'ৰা-বুঢ়া সকলোৱেই সূতা কাটিব জানিছিল। চলিহা সোমোৱাত মানুহঘৰে বৰ বং পালে আৰু তেওঁবিলাকে কটা সূতা, বোৱা কাপোৰ উলিয়াই চলিহাক দেখুৱালে। চলিহাই সেইবোৰ দেখি পৰম সন্তোষ পালে। যাবৰ সময়ত কৈ গ'ল, "স্বাধীনতা আহে যদি, আপোনাসকলৰ নিচিনা নীৰৱ কৰ্মীৰ কামৰ মাজেদিহে আহিব। এই অভ্যাস নেৰিব।"

চলিহাৰ জীৱনৰ এনেকুৱা সৰু সৰু কথা অনেক আছে। আমি জনা গোটাচেৰেক ঘটনা মাত্ৰ উল্লেখ কৰিলোঁ। মন্তব্য নিষ্প্ৰয়োজন ভাবি একো দিয়া নাই, পাঠকে নিজেই মন্তব্য কৰিব।

# বিমল ব্যক্তি বিমলাপ্ৰসাদ

**তীৰ্থনাথ শৰ্মা**

বিমলাপ্ৰসাদ চলিহাৰ ব্যক্তিত্বই গঢ় লোৱাৰ কালছোৱাত তেখেতৰ লগত জনাশুনা হোৱাৰ সুযোগ মোৰ হোৱা নাছিল। চলিহাৰ সান্নিধ্যৰ প্ৰথম সুযোগ যেতিয়া পাওঁ তেতিয়া তেখেতৰ ব্যক্তিত্ব পৰিনিষ্ঠাৰ পথত আগ বাঢ়িছিল। অসম চৰকাৰৰ সংসদী সচিবৰ পদ ত্যাগ কৰি তেখেতে তেতিয়া অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ ভাৰ গ্ৰহণ কৰিছিল। এপাকেদি চালে ব্যক্তি-ৰূপ অধ্যয়নৰ কাৰণে এনে বিধৰ শেহতীয়া পৰিচয় আৰু সান্নিধ্য অধিকতৰ উপযোগী। ছবি এখন আঁচ মৰা অৱস্থাৰপৰা নিতৌ চাই থকাজনে আঁকি অঁতোৱাৰ পিচত সম্পূৰ্ণ ছবিখন চাই যিমান ৰস পাব লাগে সিমান নাপাবও পাৰে। এই কথা সকলো ক্ষেত্ৰত ধ্ৰুৰূপ সত্য বুলি মানি লব নোৱাৰি সঁচা, কিন্তু একেবাৰে মিছা বুলি দলিয়াই পেলাবও নোৱাৰি। ব্যক্তি অধ্যয়নৰ বেলিকা এই কথাৰ তাৎপৰ্য অন্যথা নহয় বুলিয়েই ভাব হয়।

ৰাজনীতিৰ ক্ষেত্ৰত ক্ষমতা পাবলৈ হাবাথুৰি খোৱা, পুব পছিম যেনিয়ে সুবিধা তেনিয়ে ঢাপলি মেলা, আৰু কিবা পালে এৰিব নোখোজা নেতাৰ দৃষ্টান্ত দিওঁ বুলিলে ভু-ভাৰতত বহুত ওলাব; আকৌ নেতৃত্বই খেদি বিচাৰি স্বয়ং বৰণ কৰা ৰাষ্ট্ৰপুৰুষো এই ভাৰতত বিৰল নহয়। নেতৃত্বই উপযাচি বৰণ কৰি লাগ দিয়াসকলৰ ভিতৰত চলিহাও এজন। কৌশলেৰে দান মাৰি চক্ৰ-ৰচনা কৰাত পটু বুলি তেখেতৰ খ্যাতি বা কুখ্যাতি থকাৰ কথা বাইজে শুনা নাই। মন্ত্ৰিত্বৰ হেপাহত পদূলি সুঙাৰ অভ্যাসো তেখেতৰ আছিল বুলি শত্ৰুৱেও কব নোৱাৰে। চলিহাক অসম চৰকাৰৰ সংসদী সচিব কৰি লোকপ্ৰিয় বৰদলৈয়ে নিজ বাছনিৰে মাতি আনিছিল। আকৌ নিজ ৰুচি আৰু আদৰ্শমতে কাম কৰাৰ সুচল নাপাই তেখেতে স্বেচ্ছাই এই আসন এৰিও দিছিল। মুখ্যমন্ত্ৰীৰ নিচিনা শীৰ্ষ-পদবীও তেখেতে খুজি বিচাৰি লোৱা নাছিল, এই পদবী তেখেতৰ ভাগ্যত সৰি পৰাদি পৰিছিল বুলি কোৱাৰ যুক্তি আছে। এই পদবীকো এৰি দিবলৈ তেখেতে কেবাবাৰো সঙ্কল্প প্ৰকাশ

কৰিছিল; কিন্তু ৰাইজ আৰু কেন্দ্ৰৰ হস্তক্ষেপত সেই গুৰুভাৰ নমাই থওঁ বুলিও থব পৰা নাছিল। ভাওনাত ৰজা হৈ ওলাই অভিনয়ৰ অন্তত ৰাজ-সাজ সোলোকাই "যি সেই সেই" হব লগা হোৱাত ভাৱৰীয়াৰ যেনেকৈ মনত অকণো দুখ নালাগে, শীৰ্ষস্থানীয় মন্ত্ৰীৰ পদৱীকো চলিহাই গাত পিন্ধা চোলাৰ দৰে কৰ্তব্যবোধেৰে গ্ৰহণ কৰিছিল আৰু প্ৰয়োজন হলে নিৰ্বিকাৰ চিত্তে পৰিহাৰ কৰিবলৈকো অহৰহ সাজু আছিল। ১৯৩৭ চনত পোন প্ৰথমবাৰৰ কাৰণে কংগ্ৰেছী মন্ত্ৰী-মণ্ডল গঠিত হোৱাৰ পিচত মাদ্ৰাজৰ প্ৰধানমন্ত্ৰী (তেতিয়া মুখ্যমন্ত্ৰী আখ্যাৰ উদ্ভৱ হোৱা নাছিল) চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীয়ে কৈছিল —"সদায় মন্ত্ৰী হৈ থাকিম, এই ভাবি আমি কাম কৰি যাম, আৰু কাইলৈকে পদত্যাগ কৰিব লাগিব বুলিও সাজু হৈ থাকিম।" বিমলাপ্ৰসাদ চলিহাই মুখেৰে এনে কথা উচ্চাৰণ নকৰিলেও মনে চিতে এই কথাকে সাৰোগত কৰি কামত আগবাঢ়িছিল যেন লাগে।

চলিহাই যে নিজেই এইভাৱে চলিছিল এনে নহয়, আনেও পদৱীৰ লোভত হামৰাও কঢ়াবাৰ তেখেতে ভাল নাপাইছিল। এই কথা তেখেতৰ মুখৰপৰাই এদিন গম পাইছিলোঁ। কামৰূপ জিলাৰ এটা সমষ্টিৰ উপ-নিৰ্বাচন উপলক্ষে চলিহাও সেই সমষ্টিৰ কেইঠাইমানলৈ গৈছিল। সেইদিনা এখন স্কুলৰ মঞ্জুৰী দিম বুলি লিখি দিবলৈ ডাঠি ধৰিছিল। নিৰ্বাচন সংক্ৰান্ত আদান-প্ৰদান স্বৰূপে মই এই কাম কেতিয়াও নকৰোঁ বুলি চলিহাই সুদৃঢ় স্বৰে প্ৰত্যুত্তৰ দিছিল। তেখেত অলপ ক্ৰোধান্বিতো হৈছিল। গুৱাহাটীলৈ উভতি আহোঁতে তেখেতৰ লগতে মইও সেইখন গাড়ীতে আহিছিলোঁ। তেখেতে বিৰক্তিৰ ভাবত সেই কথাকে পৰ্যালোচনা কৰি আহিছিল। ৰাইজৰ আপত্তি আৰু খং আছিল স্কুলবোৰ্ডৰ পীঠাধীশজনৰ কিবা কামৰ ওপৰত। যিহেতু সেই পীঠাধীশজন কংগ্ৰেছী আছিল, তেওঁৰ কামৰ কাৰণে ৰাইজ কংগ্ৰেছৰ ওপৰতে অসন্তুষ্ট হৈছিল, অন্ততঃ এনে ভাব দেখুৱাইছিল। চলিহাই বাটে বাটে ইয়াকে কৈ বিৰক্তি প্ৰকাশ কৰিছিল। সেই লানতে কথাই কথাই কৈছিলোঁ যে শিক্ষাবোৰ্ডৰ গুৰি ধৰিবলৈ কংগ্ৰেছী ৰাজনীতিৰ লোকক দিয়াতকৈ অৱসৰপ্ৰাপ্ত শিক্ষাসেৱীসকলক পৰাখিনি ক্ষেত্ৰত এই ভাৰ দিব নোৱাৰিনে? শিক্ষাবোৰ্ডৰ ভাৰ কংগ্ৰেছীলোকক দিয়া বাবেহে বিবাদ-বাহী কামবোৰৰ কাৰণে কংগ্ৰেছ জগৰীয়া হব লগা হৈছে। চলিহাই কলে, "সেইটো কৰা হলে ভাল হ'লহেঁতেন, পিছে আমাৰবোৰৰো খকটো কম জানো?" তেখেতে ঠিক এই

'খৰু' শব্দটোকে ব্যৱহাৰ কৰিছিল। খণ্ডৰ বেগত ওলোৱা সেই শব্দটোৱেই বাক্যৰ বিৰক্তি উজাবি দিছিল, পদবী-লালসাৰ প্ৰতি তেখেতৰ বিজাতীয় মনোভাব স্পষ্টকৈ বেকত কৰিছিল।

ৰাজাগোপালাচাৰীয়ে কোৱা মন্ত্ৰিত্ব কৰাৰ কৌশলটোৱেই প্ৰকাৰান্তৰে গীতাত উপদেশ দিয়া কৰ্ম কৰাৰ কৌশল বা যোগ—যোগঃ কৰ্ম্মসু কৌশলম্। শুনিছোঁ, চলিহা ডাঙৰীয়া যথাসম্ভৱ নিয়মিত গীতাধ্যায়ী আছিল। তেখেত অকল গীতাধ্যায়ীয়েই নহয়, গীতাচাৰীও আছিল বুলিলে অত্যুক্তিৰ দোষে নোচোৱে।

চলিহা ডাঙৰীয়াক প্ৰথম লগ পাওঁ উজানবজাৰৰ কংগ্ৰেছ অফিচত। তেতিয়া তেখেত অসম কংগ্ৰেছৰ সভাপতি। তাৰ আগেয়ে তেখেতক দেখিলেও কথা-বতৰা হোৱাৰ সুযোগ পোৱাও নাছিলোঁ আৰু তেনে সুযোগ লবলৈকো কাৰণ উপস্থিত হোৱা নাছিল। সেইদিনা গৈছিলোঁ নতুনকৈ আৰম্ভ কৰা 'গান্ধী সাহিত্য পৰিষদ' নামৰ অনুষ্ঠান এটাৰ বিষয়ে দিহা-পৰামৰ্শ লবলৈ। গান্ধী সাহিত্য পৰিষদখন আৰম্ভ কৰা হৈছিল গান্ধী-সাহিত্যৰ অধ্যয়ন, গবেষণা আৰু প্ৰচাৰৰ কাৰণে। সেই উদ্দেশ্যে গান্ধী-গ্ৰন্থৰ আৰু গান্ধী-বিষয়ক গ্ৰন্থৰ এটি সৰু গ্ৰন্থালয় স্বৰ্গীয় হৰিকৃষ্ণ দাসৰ বাহিৰা ঘৰ এটাৰ কোঠা এটাত আৰম্ভ কৰা হৈছিল। পিচত সেই গ্ৰন্থালয় গান্ধী-স্মাৰকৰ তত্ত্বপ্ৰচাৰ সমিতিক দিয়া হ'ল। গান্ধী-সাহিত্যৰ অসমীয়া অনুবাদ আৰু তাৰ প্ৰকাশৰ কেনে দিহা কৰিব পৰা যায়, তাৰ বিষয়ে আলোচনা কৰাই সেই সাক্ষাতৰ উদ্দেশ্য আছিল। তেখেতে সেই সময়ত তল-মূৰকৈ সূতা কাটি আছিল আৰু মোৰ লগতো সূতা কাটি কাটিয়েই কথা পাতিছিল। মনত আছে, মশ্ৰুৱালাৰ 'গান্ধীবিচাৰদোহন' নামৰ কিতাপখনৰ তেখেতে বৰকৈ প্ৰশংসা কৰিছিল আৰু সেই কিতাপৰ অসমীয়া ভাঙনি এটা যুগুত কৰি প্ৰকাশ কৰাৰ পৰামৰ্শ দিছিল। পিচত শুনিছিলোঁ, বোলে তেখেতে নিজেই 'গান্ধীবিচাৰদোহন' নামৰ কিতাপখন অসমীয়ালৈ অনুবাদ কৰিছিল; কিন্তু তাৰ পাণ্ডুলিপিখন কেনেবাকৈ নোহোৱা হ'ল। সেইদিনা যি তন্ময়তা আৰু নিষ্ঠাৰে তেখেতে সূতা কাটি আছিল সেইখিনি কথা কবলৈহে ইমানখিনি ওৰা পাতিব লগা হ'ল। গান্ধীজীৰ আদৰ্শত অকপট দৃঢ় নিষ্ঠা আৰু সেই আদৰ্শেৰে দৈনন্দিন জীৱনৰ গতি-ধাৰাক বলবতী কৰাৰ আভুৱাহীন প্ৰচেষ্টাৰ চিন সেই প্ৰথমদিনাৰ সাক্ষাততে চলিহাৰ গাত দেখা পাইছিলোঁ।

চলিহা ডাঙৰীয়াই মীৰাবেনৰ পৰামৰ্শমতে এবাৰ বিহাৰলৈ গৈ সূতা কটাৰ প্ৰশিক্ষণ লৈ আহিছিল। উভতি আহি শিৱসাগৰত এটা প্ৰশিক্ষণ শিবিৰ খুলি বহুতক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থাও কৰিছিল। সেই প্ৰশিক্ষিত কৰ্মীসকলেই ভালেমান ঠাইত সূতাকটাৰ কেন্দ্ৰ স্থাপন কৰি প্ৰশিক্ষণবো দিহা কৰিছিল। তেখেতে হেনো নিজ হাতে এটা সূতা-কটা যন্ত্ৰও নিৰ্মাণ কৰিছিল আৰু গান্ধীজীৰ পৰামৰ্শমতে সবৰমতী আশ্ৰমত গৈ তাৰ পৰীক্ষণ-নিৰীক্ষণ চলাইছিল। পিচত কি হ'ল, যন্ত্ৰটো সুফলদায়ক হ'ল নে নহ'ল, একো গম নাপাওঁ। গান্ধীজীৰ আদৰ্শৰ প্ৰতি চলিহা ডাঙৰীয়াৰ নিষ্ঠা বৌদ্ধিক প্ৰৱণতাৰ ফল মাথোন নহয়, তেখেতে ইয়াক নিজৰ কৰ্মজীৱনৰ সাধনমাৰ্গ স্বৰূপেই গ্ৰহণ কৰিছিল। এবাৰ এটা প্ৰশিক্ষণ শিবিৰৰ শিক্ষাৰ্থীসকলে শিবিৰৰ নিয়মলৈ আওকাণ কৰি ৰাতিৰ সাঁজৰ চৌ-কেৰাহী আদি পাক-পাত্ৰবোৰ নোধোৱাকৈ এৰি শুইছিল। চলিহাই নিজেই শিবিৰৰ দেখা-শুনা আৰু পৰিচালনা কৰিছিল। কাৰোবাঁৰ মুখে এই কথা শুনি চলিহাই নিজেই আহি আগদিনাৰ চৌ-কেৰাহীবোৰ ধুবলৈ লাগি গৈছিল। তাকে দেখা পাই সেইদিনাৰপৰা প্ৰশিক্ষাৰ্থীসকলে পাক-পাত্ৰবোৰ পেলাই থৈ অহাৰ অভ্যাস এৰি দিছিল। এই কথা সেই শিবিৰত থকা কৰ্মীসকলে আজিও উৎসাহেৰে সৌৰৱে আৰু চলিহাৰ বৃত্তান্ত ওলালেই শ্ৰদ্ধা আৰু গৌৰৱেৰে উল্লেখ কৰে।

চলিহা ডাঙৰীয়া চাহ-বাগিছাৰ মালিক আছিল; ধন-সম্পদৰ গৰাকী আছিল। অসমৰ পুঁজিপতিৰ শাৰীত তেখেতৰ লেখ লওঁ বুলিলেও লব পাৰি হবলা। তেনেহলে গান্ধীবাদৰ লগত চাহ-বাগিছাৰ স্বত্ব-স্বামিত্বক তেখেতে কেনেকৈ খাপ খুৱাইছিল! এনে এটা প্ৰশ্ন কাৰো কাৰো মনত কেতিয়াবা উদয় হব পাৰে। ভিতৰৰ ঘৰুৱা কথা জনাবিলাকে ইয়াৰ সমিধান ভালকৈ দিব পাৰিব। আমি জনাত তেখেতে স্বোপাৰ্জিত ধন কেৱল নিজৰ ভোগৰ কাৰণেই খৰচ কৰা নাছিল। বহুত সহকৰ্মীৰ দুখ-দুৰ্দশা মোচন কৰিবলৈ অকাতৰে ধন ব্যয় কৰিছিল। তেখেতৰ দানেৰে বহুত অনুষ্ঠানে জীপ পাইছিল, সৰু-সুৰা দানৰ লেখেই নাই। তেখেতৰ দান আছিল সাত্বিক দান, সোঁ-হাতেৰে দিয়া দানৰ কথা বাওঁ-হাতে গম নাপাইছিল। দান ধৰ্মেৰে যশস্যা আৰ্জন কৰাৰ ৰাজসিকতা তেখেতৰ স্বভাৱত নাছিল। চলিহাই ক'ত কি দান দিছিল তেখেতৰ ল'ৰা-ছোৱালীক সুধিলেও কব নোৱাৰিব। এটা বিশেষ ছাত্ৰাবাসৰ কাৰণে তেখেতে এটা শকত ধনৰ পুঁজি দিম বুলি প্ৰতিশ্ৰুতি দিছিল। কিছুদিনৰ

পিচত সেই কথা সোঁৱৰাই চিঠি এখন দিয়াত তেখেতে এটা তাৰিখ ধৰি সেইদিনা আবেলি তিনি বজাত লগ ধৰিবলৈ অনুৰোধ কৰি চিঠি দিলে। উক্ত ছাত্ৰাবাসৰ উত্তোক্তাসকলে সেইমতে তেখেতৰ ছিলঙৰ বাস-ভৱনলৈ গৈ গম পালে, তেখেতৰ ১০২ ডিগ্ৰী জ্বৰ, দেখা কৰিব নোৱাৰে। পিছে দেখা কৰিব নোৱাৰিলে হয়, তেখেতৰ সহধৰ্মিণীয়ে কুৰি হাজাৰ টকাৰ টোপোলা এটা আনি হাতত দিলে আৰু চাহ-জলপান খুৱাই বিদায় দিলে। তেখেতক দিয়া ৰচিদত নাম থাকিল কিন্তু ৰচিদৰ সংলগ্ন-পত্ৰত কেৱল 'এজন সহযোগী' এই আখৰ মাত্ৰ থাকিলেই হব বুলি সহধৰ্মিণীৰ যোগে নিৰ্দেশ দি পঠাইছিল আৰু সেইমতেই ৰচিদ লিখি দিয়া হৈছিল। সৰহীয়াকৈ ধন উপাৰ্জন কৰিলেই গান্ধীবাদৰ আৰ্হিৰ বিপৰীতে প্ৰবৰ্তা কথাষাৰ সঁচা নহয়, উপাৰ্জিত ধন খৰচ কৰাৰ নীতিতহে গান্ধীজীৰ উপদিষ্ট মাৰ্গত চলিছে নে নাই বিচাৰ কৰিব পাৰি। আমি জনাত চলিহা ডাঙৰীয়াই উপাৰ্জনৰ এক বৃহৎ অংশ পৰাৰ্থে খৰচ কৰি গান্ধী-নীতি যথাসম্ভৱ মানি চলিছিল।

নতুন যুগৰ আদৰ্শই চলিহাৰ ব্যক্তিত্বৰ এটা দিশ সমুজ্জ্বল কৰিছে, পুৰণি গুণ আৰু সংস্কাৰেও তেখেতৰ চৰিত্ৰক এটা স্বকীয়া মহিমা দান কৰিছে। আদি-পুৰুষ শ্ৰীৰামৰায় চলিহাৰ দিনৰেপৰা চলিহা-বংশ দক্ষিণপাট সত্ৰৰ নিষ্ঠাবান সেৱক। শ্ৰীৰামৰায় চলিহাৰ বিষয়ে বনমালীদেৱ-চৰিতত দ্বিজ বলৰামে এইদৰে লিখিছে:

প্ৰভুৰ প্ৰধান শিষ্য ভক্ত অনুপাম।
কায়স্থ কুলত শ্ৰেষ্ঠ নামত শ্ৰীৰাম॥
চলিহা চলিহা বুলি প্ৰভুৱে ডাকয়।
সি কাৰণে শ্ৰীৰাম চলিহা বুলি কয়॥
যি স্থানত তেহো আসি নিবাস কৰিল।
শ্ৰীৰাম চাপৰি নাম অদ্যাপি ৰহিল।

বিমলাপ্ৰসাদ চলিহাৰ দেউতাকো এগৰাকী সাধু পুৰুষ আছিল। দক্ষিণপাটৰ যাদৱৰায় মন্দিৰ পুনৰ্নিৰ্মাণত এটাইতকৈ সৰহীয়া দান দিছিল। শিৱসাগৰত কালীপ্ৰসাদ উকীল বুলিয়েই জনসাধাৰণে জানিছিল, যদিও তেখেতৰ চিনাকী দিবলগীয়া গুণ-কাম বহুত আছিল। তেখেতৰ ঘৰত সাধু-সন্ন্যাসীৰ কাৰণে দুৱাৰ মুকলি থকাৰ কথা লোকমুখে আজিও শুনা যায়। পূজা-পাৰ্বণ নাম-প্ৰসঙ্গ সৰ্বদায় লাগিয়ে আছিল। এনে এখন প্ৰাচীন ঐতিহ্যশালী ঘৰত ডাঙৰ

হোৱা বিমলাপ্ৰসাদো ধৰ্মপৰায়ণ আৰু পুৰণি সুসংস্কাৰ-প্ৰিয় লোক আছিল। তেখেতেও পূৰ্বপুৰুষসকলৰ দৰে সামাজিক আধ্যাত্মিক সম্বন্ধ ঘনিষ্টভাৱে ৰক্ষা কৰিছিল। ৰাজকাৰ্যৰ জুমুৰিৰ মাজতো থাপ মাৰি হলেও সময় উলিয়াই গুৰুঘৰবপৰা পাক মাৰি অহা নিয়ম তেখেতে এৰা নাছিল। কেৱল সামাজিক আৰু পাৰিবাৰিক পৰম্পৰা ৰক্ষা কৰিবলৈহে চলিহা ডাঙৰীয়াই এনে কৰিছিল, সেই আষাৰ নহয়, গুৰুঘৰৰ প্ৰতিও তেখেতৰ আন্তৰিক অনুৰক্তি আছিল। এবাৰ দক্ষিণপটীয়া গোঁসাই ঈশ্বৰ গুৱাহাটীত থাকোতে প্ৰাগজ্যোতিষ কলেজৰ নবনিৰ্মিত সভা-ভৱনত বাহৰৰ ব্যৱস্থা কৰি দিয়া হৈছিল। প্ৰভুৱে এটা বিশেষ কাৰণত চলিহাক দেখা কৰিব খুজি মোক ফোন এটা কৰি জনাবলৈ কলে। মই ভাবিছিলোঁ, ফোনত কলেই মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়া ঘপ কৰে ক'ত আহিব! তথাপি ফোন কৰি জনালোঁ যে তেখেতক দক্ষিণপটীয়া গোঁসাই ঈশ্বৰে সোনকালে লগ পাবলৈ ইচ্ছা কৰিছে। পিচদিনাই ফোন পালোঁ যে সেইদিনা গধূলি ৭-বজাত তেখেত পাবহি। সেইদিনা ঠিক ৭ বজাত তেখেত আহি প্ৰাগ্‌জ্যোতিষ কলেজৰ পিচফালেদি সোমাল, লগত তেখেতৰ সহধৰ্মিণী। ভেট স্বৰূপে ফল-মূল, জহা-চাউল, গৰু-ঘিঁউ আদি প্ৰভুৰ সমুখত থৈ স্বামী-স্ত্ৰী উভয়ে ভক্তিভৰে বহুত পৰ ধৰি সেৱা কৰি থকা দৃশ্যটো দেখি সেইদিনা মনত এটা উল্লাস অনুভৱ কৰিছিলোঁ। উৎফুল্ল হৈছিলোঁ এই ভাবি যে এনে এজন ভক্তিপ্ৰাণ ৰাষ্ট্ৰ-পুৰুষৰ হাততে ধৰ্মেণ ৰাজ্যশাসন সম্ভৱ হব পাৰে। অসমৰ ভাগ্য ভাল, এই হেন পুৰুষক ৰাষ্ট্ৰৰ ৰাঘজৰী ধৰিবলৈ ঈশ্বৰে সুযোগ দিছে।

আধুনিক বিজ্ঞানৰ অনুশীলন আৰু ৰাজ্যখনৰ উন্নয়নত তাৰ কাৰ্যকাৰিতাৰ কথা চলিহাই উপলব্ধি কৰিছিল। তাৰ কাৰণে পৰাখিনি পোষকতা উৎসাহিত চিত্তেৰে তেখেতে চৰকাৰৰ ফালৰপৰা আগবঢ়াইছিল। আকৌ আনপিনে এক অদৃশ্য শক্তিৰ ওপৰতো তেখেত সমানে আস্থাবান আৰু নিৰ্ভৰশীল আছিল। এনে শক্তিৰ গুৰিত প্ৰপন্ন আৰু নিৰ্ভৰশীল আছিল বাবেই বিপদ-বিপ্লৱৰ বা-মৰলীৰ সোঁ-মাজত থাকিও ধীৰ-বুদ্ধিৰে চিন্তা কৰিব পাৰিছিল, মত-বৈকল্য ঘটিবলৈ নাপাইছিল, চিত্তৰ দৃঢ়তা সোলোক-ঢোলোক নোহোৱাকৈ ৰাজ্যধুৰা বহন কৰিব পাৰিছিল। আনকি ঘৰুৱা জীৱনতো নিজৰ শৰীৰৰ আৰোগ্যৰ কাৰণে এপিনে যেনেকৈ তেখেতে আধুনিক বিজ্ঞানৰ অত্যুত্তম চিকিৎসাৰ আশ্ৰয় লৈছিল, আনপিনে সকাম-নিকাম দান-দক্ষিণা আদি দৈৱী চিকিৎসাতো

বিশ্বাস কৰিছিল। বিশ্বাস কৰিবৰ কথাও; এদিনাখন এজনী বুঢ়ীয়ে আহি তেখেতক কৈছিল, "আপুনি অলপ সাৱধানে থাকিব, মই সপোনত আপোনাৰ অসুখ হোৱা দেখিলোঁ।" সেই সময়ত চলিহা সম্পূৰ্ণ সুস্থ আছিল; কিন্তু কেইদিনমান পিচতে অসুখত পৰে। এই কথা চলিহা ডাঙৰীয়াৰ নিজ মুখৰ-পৰা শুনা।

পুৰণি অসমীয়া ডা-ডাঙৰীয়াসকলৰ স্বভাৱৰ গাম্ভীৰ্য আৰু ব্যৱহাৰৰ দৃঢ়তা এটা বিশেষ লক্ষণ আছিল। চলিহা ডাঙৰীয়াও পুৰণি অসমীয়া ডাঙৰীয়াৰ নিচিনা স্বভাৱ-গম্ভীৰ পুৰুষ আছিল। হাঁহি-খিকিন্দালিও কৰা দেখা নাছিলোঁ; কিন্তু গোঙোৰা-মুখীয়াও নহয়। সময় বুজি আনন্দ-আমোদতো সৰ্বান্তঃকৰণে যোগ দিছিল। সুজন-যোগ্য আদৰ-সাদৰৰপৰা কাকো বঞ্চিত নকৰিছিল, সেইবুলি গাঢ় সৌহাৰ্দ্যৰ আবেগ আপ্লুতি দেখুৱাবলৈকো চেষ্টা নকৰিছিল। এইটো অসমীয়া লোকৰ জাতীয় স্বভাৱ—চলিহাৰ চৰিত্ৰত সেয়ে বিশেষৰূপে বিকশিত হৈছিল। অযথা বাক-ব্যৱহাৰ বা আন কথাত চেলেপু-বৃত্তিক আজিকালি smartness আৰু sociability-ৰ নামত ভাল গুণ হিচাপে ছাব মৰা হৈছে; কিন্তু আগৰ দিনত তাক কৰ্ষণীয় গুণ বুলি মানুহে নধৰিছিল।

নতুন আদৰ্শৰ প্ৰতি আগ্ৰহ আৰু পুৰণি সু-সংস্কাৰৰ প্ৰতি শ্ৰদ্ধা, এই দুয়োটা ক্ষীৰ-নীৰৱৎ সানমিহলি হৈ বিমলাপ্ৰসাদ চলিহাৰ ব্যক্তিত্ব বীৰ্যবন্ত আৰু শ্ৰীমন্ত কৰি তুলিছিল—"যেন মধুমিশ্ৰ দুগ্ধ স্বাদ বাঢ়ি যায়।"

ইংৰাজীত যাক finished gentleman বা perfect gentleman বোলা হয়, চলিহা ডাঙৰীয়াকো অসমীয়াত 'উত্তম সুজন' বুলি বৰ্ণাব পাৰি। তেখেতৰ সৌজন্যৰ কথা কওঁতে দুদিন দুটা তিতা-মিঠা অভিজ্ঞতাৰ কথা মনত পৰিছে। জৱাহৰলাল নেহৰু এবাৰ অসমলৈ আহি উভতি যাবৰ দিনা বিমান কোঠত বিদায় দিবলৈ যোৱা মানুহ আৰু গাড়ীৰ পয়োভৰ হৈছিল। হোৱাৰ কথাই। জৱাহৰলালৰ বিমান উৰা মৰাৰ লগে লগে বিদায় দিবলৈ অহা মানুহ নিজ নিজ গাড়ীৰে গুৱাহাটীলৈ উভতিবলৈ ধৰিলে। মই যিজনৰ গাড়ীত গৈছিলোঁ তেওঁ মোক এৰি আনবোৰ গাড়ীৰ পিচত কেতিয়া ঢাপলি মেলিলে টলকিবই নোৱাৰিলোঁ। এনেতে শান্তিপুৰৰ ফালে যোৱা আন এখন গাড়ী দেখি তাতে উঠিবলৈ গলোঁ। গাড়ীৰ গৰাকীয়ে আহক আহক বুলি অত্যন্ত আগ্ৰহ দেখুৱাই তুলি ললে সঁচা, কিন্তু শান্তিপুৰলৈ যোৱা বাটৰ

ওচৰ পোৱাৰ লগে লগে সময়ৰ অভাৱ দেখুৱাই মোক নামিবলৈ সুবিধা দি গাড়ী ৰখাই দিলে। সেই ঠাইৰপৰা মোৰ ঘৰলৈ তামোল এখন খোৱাৰ বাটো নহয়; পিছে তেখেতৰ সময় নাছিল।

আন এদিনৰ কথা। জালুকবাৰীত বিশ্ববিদ্যালয় ভৱনত হোৱা সভা এখনলৈ কিবা বাব এটা লৈ গৈছিলোঁ। চলিহা ডাঙৰীয়াই সেই সভা উদ্বোধন কৰিছিল। সভাৰ অন্তত তেখেতৰ লগতে ছমহলাৰপৰা নামি দুৱাৰমুখ পালোঁহি। তেখেতে মোৰ গাড়ী আছে নেকি সুধিলে। নাই বুলি কোৱাত "মোৰ গাড়ীতে বলক" বুলি মোক গাড়ীত উঠিবলৈ ক'লে। ভৰলু দলং পাৰ হোৱাৰ পিচতে মই ড্ৰাইভাৰক গাড়ী ৰখাবলৈ ক'লোঁ, কাৰণ মোৰ ঘৰলৈ তাৰপৰা নিচেই অলপ দূৰ। চলিহাই সেই কথা নুশুনিলে। তেখেতে ক'লে, "বাটত নামি যাব কেলেই, ঘৰত থৈ আহোঁগৈ।" গভীৰ সৌজন্যবোধ নাথাকিলে এখন ৰাজ্যৰ মুখ্যমন্ত্ৰীয়ে এনে সৰু-সুৰা কথা একোটাতো অনুকৰণীয় ব্যৱহাৰ দেখুৱাবলৈ সময় উলিয়াব নোৱাৰে। সত্যনিষ্ঠা, উদাৰ ব্যৱহাৰ আৰু সৌজন্যৰ গুণতে এদিন তেখেত নিৰ্বাচনত পৰাজিত হব লগা হৈছিল বুলি সেই সমষ্টিৰ বহুত মানুহে কোৱা-গোৱা কৰা শুনিবলৈ পাওঁ। সৌজন্য গুণটো কিছুমানৰ কাৰণে পোছাকী সাজ আৰু কিছুমানৰ অন্তৰৰ সৌষ্ঠৱ। পোছাক খহিলে আচল ৰূপ ওলাই পৰে, অন্তৰৰ সৌষ্ঠৱ মৰণান্তিক হলেও নুগুচে। নহলেনো মৃত্যুৰ মুখত পৰাজনে "মোতকৈ তোমাৰ প্ৰয়োজন বেছি" বুলি কব পাৰেনে?

এবিধ মানুহে কথা-বতৰাত নিজকে উদঙাই প্ৰকাশ কৰে, দোষবোৰো ঢাকিব নোৱাৰে, গুণবিলাকো জাহিৰ কৰে। মুঠতে এই মানুহবিলাকে অজ্ঞাতসাৰে নিজৰ দোষ-গুণ উজাৰ-জাৰ কৰি দিয়ে। এনে প্ৰকৃতিৰ মানুহক আমি সাধাৰণ কথা-বতৰাত 'ব'মভোলা' মানুহ বা ভোলানাথ মানুহ বুলি বৰ্ণনা দিওঁ। তেনে মানুহ যদি ৰাষ্ট্ৰনিয়ামক হয় তেনেহলে নিজেও বিপদত পৰে আৰু ৰাষ্ট্ৰকো শ'লঠেকত পেলোৱাৰ সম্ভাৱনা থাকে। সুজান ৰাজপুৰুষ বহুবক্তী হব নোৱাৰে আৰু তেওঁৰ আকাৰ-ইঙ্গিতত হৃদগত ভাব স্পষ্টকৈ প্ৰকাশ নাপায়। মনু, কৌটিল্য আদি ৰাজধৰ্মোপদেশকসকলে ৰাজপুৰুষৰ এই গুণৰ ওপৰত গুৰুত্ব দিছিল। আজি কুৰি শতিকাতো এই গুণৰ দাম কমা নাই। বহুবক্তী আৰু খাৰাংখাচ কথা কোৱা মন্ত্ৰীৰ শত্ৰু আৰু বিপদ পিছে পিছে চোৰাংকৈ ফুৰে। চলিহা ডাঙৰীয়াৰ কথা আৰু

মুখৰ ভাবৰপৰা তেখেতৰ চিন্তাৰ গতি ধৰা দুৰূহ কাম আছিল। এই গুণটোৱে তেখেতক বহুত আহুকালৰপৰা ৰক্ষা কৰিছিল আৰু সেই কাৰণেই অৰক্ষণীয় প্ৰতিশ্ৰুতিৰ দোষেও তেখেতক চুব নোৱাৰিছিল। এজন সত্যসন্ধ ব্যক্তি আছিল বাবেই চতুৰ ৰাজনীতিকৰ দৰে 'বাক্, চাম', 'চেষ্টা কৰিম' আদি গা-সৰা কথাৰে তেখেতে কাকো আভুৱা নাভাবিছিল। প্ৰতিশ্ৰুতি দি ৰক্ষা কৰিব নোৱাৰিলেই এজন মানুহক সত্যভ্ৰষ্ট বুলি কব নোৱাৰি। প্ৰতিশ্ৰুতি দিওঁতে মানুহজন সত্য-সংকল্প আছিল নে নাই তাৰ ভেটিতহে সত্য-মিথ্যাৰ নিৰ্ণয় হব পাৰে। চলিহা ডাঙৰীয়াই ৰাইজক কোনো প্ৰতিশ্ৰুতি নিদিছিল, এনে নহয়; কিন্তু সেই প্ৰতিশ্ৰুতি মুখৰ কথা বা কপটাচাৰযুক্ত নাছিল। এই এটা কাৰণেই তেখেত সকলো শ্ৰেণীৰ মানুহৰ আস্থাভাজন হব পাৰিছিল।

একো কাম নকৰি শুই বহি থকা মানুহক ভাল বুলিবলৈকো নাই, বেয়া বুলিবলৈকো নাই। ৰাইজৰ হিতাৰ্থে আপোন মনে কাম কৰা সংসাৰ-ত্যাগী মানুহৰো শ্ৰেণীসম্প্ৰদায় নিৰ্বিশেষে সকলো মানুহে গুণ গাব পাৰে। ৰাজনীতিৰ নিচিনা কণ্টকাকীৰ্ণ বহু-জঞ্জলিত ক্ষেত্ৰত স্বাৰ্থসংঘাতৰ অনিয়া-অনিৰ মাজত মধ্যবিন্দুৰূপে থকা মানুহজনো যে গোটেই ভাৰততে সংলোক আৰু মহৎলোক বোলা অখণ্ডিত খ্যাতিৰ অধিকাৰী হব পাৰিছিল, এইটোহে চলিহাৰ ব্যক্তিত্বৰ অনন্যভব বৈচিত্ৰ্য। তেখেতৰ কালছোৱাত ভাষাৰ মৰ্যাদা লৈ খৰিয়াল আছিল, পৰ্বত-ভৈয়ামৰ সম্পৰ্কত ঘূণে ধৰিছিল, নিয়োগৰ ক্ষেত্ৰত থলুৱা, প্ৰবসুৱা আৰু উৰি আহি পৰাবিলাকৰ মাজত টনা-আঁজোৰা চলিছিল, সুৰঙ্গ-ভেদী পাকিস্তানী প্ৰবজনৰ লগত জড়িত সম্প্ৰদায়বিশেষৰ মন-বিহৰোৱা প্ৰচাৰ বিয়পিছিল। এনে আউলীয়া পৰিস্থিতিত তেখেতে সকলোকে সন্তুষ্ট কৰিব যে পাৰিছিল, এনে নহয়। ক্ষেত্ৰবিশেষে অনমনীয় মূৰ্তিও ধাৰণ কৰিবলগীয়া হৈছিল। তথাপি, অসমীয়া বঙালী, হিন্দীভাষী, হিন্দু, মুছলমান, পাৰ্বত্যজন, অনুসূচিত, যাকে সোধা একবাক্যে স্বতসে দ্বিধাহীনভাৱে কব, "তেখেত এজন মহান ব্যক্তি।" লোকৰঞ্জন বিমল ব্যক্তি-চৰিত্ৰৰ বিমলাপ্ৰসাদ এটি জলমলীয়া আৰু প্ৰেৰণাময় উদাহৰণ।

# বিমলাপ্ৰসাদ চলিহাৰ জীৱনালেখ্য

## ভুবনচন্দ্ৰ সন্দিকৈ

১৯৪৪ চনৰ এটা দিন। বতৰ বেয়া। জাৰো ভালকৈয়ে পৰিছিল। কৰ্মযোগী ভুবনচন্দ্ৰ গগৈদেৱৰ আসাম পলিটেক্‌নিক স্কুলত কাম কৰি থাকোতে আমাৰ বহাঘৰৰ বাজৰ কোঠা এটাত একুৰা জুইৰ কাষত বহি আমি দুজনমান শিক্ষকে সেই সময়ৰ দেশৰ কথাকে পাতি আছিলো। বহুত কংগ্ৰেছ-কৰ্মীকে বৃটিছ চৰকাৰে আটক কৰি আন্দোলন যাতে শাম কাটে তাৰ ব্যৱস্থা লৈছিল। অসম পলিটেক্‌নিক অনুষ্ঠানখনৰ সেই সময়ত বৃটিছৰ চকুত 'hot-bed of politics' বুলি এটি খ্যাতি আছিল। সেই কাৰণেই চৰকাৰৰ ঘৰৰপৰা পোৱা যৎসামান্য ধনৰ সহায়ো বন্ধ হৈ আছিল। সেই কাৰণে আমাৰ কেউজন শিক্ষকৰে মাহৰ প্ৰথম দিনৰেপৰা জেপ খালী হৈ থাকে। পেটে কিবা অভাৱৰ কথা অনুভৱ কৰিলেও মনে কিন্তু একেবাৰে অভাৱ অনুভৱ কৰিব পৰা নাছিল। মদৰ বাগীত থাকিলে যেনেকৈ সংসাৰৰ ভাব-চিন্তা ক'ৰবালৈ উৰি যায়, তেনেকৈ ৰাজনীতিৰ নিচাত আমি সকলোৱে মতলীয়া। কংগ্ৰেছ আন্দোলন গুৰুতৰ হৈ আহিছে। কি হ'ব কি নহ'ব তাৰে আলোচনা আমি কৰি আছিলো। এনে সময়তে বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ। আমি ভাবিলোঁ, আগন্তুকৰ মতলব কি? কাৰণ, সেই দিনত ঘৰৰ ভিতৰতো ৰাজনীতিৰ কথা আলোচনা কৰি থকা অৱস্থাতে, বহুা ভাতকে একেবাৰেই পুলিচে ৰাজঘৰীয়া আলহী কৰি লৈ গৈছিল আৰু যিকোনো লোক যাবলৈ বাধ্য হৈছিল। দুৱাৰমুখৰপৰা গহীন সুৰদী মাতেৰে আগন্তুকে সুধিলে, "সন্দিকৈ আছে নেকি?" ভুমুকি মাৰি চাই দেখিলোঁ, গাত ভাঠ খদ্দৰৰ পোছাকেৰে মুৰ পৰ্যন্ত ঢাকি সেইজন চলিহাদেৱ। তেখেত জেলৰপৰা মুকলি হোৱাৰ খবৰটো অৱশ্যে পোৱা নাছিলোঁ। "আহক আহক, বহক বহক" বুলি তিনিও আৰৰি আনি জুইৰ কাষতে বহুৱালোঁ। আসন গ্ৰহণ কৰি তেখেতে স্বাভাৱিক সুৰদী হাঁহিটি মাৰিলে। সকলোৱে কুশল-বাতৰি লৈ তেখেতে জেল-জীৱনৰ কথাখিনি থাউকতে ক'লে। স্কুলৰ দুৰৱস্থাৰ কথা শুনি ক'লে, "অলপ ধৈৰ্য ধৰক। ভাল দিন আহিব লাগিছে।"

এই স্কুলখনি চলিহাদেৱৰ বৰ আদৰ আৰু হেঁপাহৰ বস্তু আছিল। আগতে প্ৰায়েই তেওঁ ভুবনচন্দ্ৰ গগৈদেৱৰ ওচৰলৈ আহিছিল আৰু দেশৰ নানা সমস্যাৰ পৰামৰ্শ গ্ৰহণ কৰিছিলাহি। বহুত সময় কথন-মথনৰ পিচত কৈছিল, "আমাৰ এই স্বাধীনতা সংগ্ৰামত নগৰ-গাৱঁৰ অসংখ্য ডেকা-ডেকেৰী, বুঢ়া-বুঢ়ীয়ে যি দেশপ্ৰেমৰ আদৰ্শ দাঙি ধৰিছে আৰু

ৰি ত্যাগ কৰিছে সি অথলে নাযায়। সেই লোকসকলৰ চমুকৈ হ'লেও একোটি জীৱন-আলেখ্য যুগুত কৰক।"

আজি মনত পৰিছে, যিজন লোক নিজৰ সহকৰ্মীসকলৰ কৰ্মময় জীৱন-চৰিত সম্পৰ্কে সচেতন, যিজন লোকে মুখ্যমন্ত্ৰী পদত থাকোঁতেও স্বাধীনতা সংগ্ৰামীসকলৰ জীৱনৰ বুৰঞ্জী লিখিবলৈ চেষ্টা কৰিছিল, আজি সেইজন আজীৱন দেশ আৰু সমাজৰ কামত দেহা পাত কৰা বিমল-বন্ধুৰ জীৱন-চৰিত লিখিবলৈ এতিয়াও বাকী আছে।

অসমীয়াই বুৰঞ্জী ভাল পায়। ভাৰতৰ ভিতৰত অসমৰ সেই খ্যাতি আছে। সঁচাকৈয়ে যদি অসমৰ আধুনিক বুৰঞ্জী লিখা হয়, তেন্তে অন্ততঃ ১৯৫৭ চনৰপৰা ১৯৭০ চনলৈকে—এই বিভিন্ন সমস্যা উদ্ভৱ হোৱা, বিপদৰ ক'লা ডাৱৰে ছাটি ধৰা, নানা বেমেজালি আৰু ঠোটা-মোজা লগা সময়ছোৱাত আমাৰ অসম দেশত গধুৰ নেতৃত্বৰ ভাৰ বহন কৰা বিমলা চলিহাৰ এটি বুজন অধ্যায় বাদ পৰি যাব নোৱাৰে।

## জন্ম আৰু শৈশৱ

এইজন লোকৰ জন্ম হয় ১৯১২ চনৰ ২৬ মাৰ্চত। বিমলাৰ সোণাময় ল'ৰাকাল; নাই একো আহকাল। আমাৰ এটি প্ৰবচন আছে যে যি লাই বাঢ়িব তাৰ দুপতীয়াতে চিন। আজিকালি কলিকালত এই কথা সকলোতে নাখাটে যদিও অনেকৰ গাত ফলিয়ায়। চলিহাৰ গাত সেই কথাষাৰি প্ৰমাণিত হৈছিল।

এইখিনিতে আৰু এটি কথা মনত ৰাখিবলগীয়া যে, গুৰি গছ ভাল হ'লে সকলো ভাল। আজিকালি অৱশ্যে বৃহৎ গণতন্ত্ৰৰ দিনত এনে কথা ক'বলগীয়া নহয়। তথাপি অসমীয়া সমাজে ইয়াক এৰিব পৰা নাই। চলিহাৰ গাতো শেষলৈকে ইয়াৰ প্ৰমাণ পোৱা গ'ল। তেখেতৰ বংশলতাত পোৱা যায় যে স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ দিনতে এই পৰিয়ালৰ লোক শ্ৰীৰামৰায় কায়স্থ অসমলৈ আহে। শ্ৰীৰামৰায়ৰ পুত্ৰ ৰামৰাম, তৎপুত্ৰ ৰামহৰি, তৎপুত্ৰ ৰংহৰি, তৎপুত্ৰ ৰংনাথ, তৎপুত্ৰ পৰশুৰাম চাংকাকতি, তৎপুত্ৰ মণি, তৎপুত্ৰ শিশু, চিয়ানৰীচ, তৎপুত্ৰ কৃষ্ণদাস, তৎপুত্ৰ কালীপ্ৰসাদ। এই কালীপ্ৰসাদ চলিহাদেৱৰে ক্ৰমে অজয় (সকতে মৃত্যু হয়), তাৰাপ্ৰসাদ, যাদৱপ্ৰসাদ, গুৰুপ্ৰসাদ আৰু বিমলাপ্ৰসাদকে ধৰি পাঁচ পুত্ৰ আৰু সম্প্ৰতি জীৱিত ডাঃ নিৰ্মল চলিহাকে লৈ পাঁচ-গৰাকী কন্যা। কালীপ্ৰসাদ চলিহাদেৱৰ এটি দুখ যে, একমাত্ৰ ডাঃ নিৰ্মল চলিহাৰ বাহে কেউগৰাকী কন্যা পৰলোকগামী হৈছে। তেখেত এজন ধীৰ, স্থিৰ আৰু উদাৰ প্ৰকৃতিৰ লোক আছিল। সেই সময়ত কালীপ্ৰসাদ উকীলৰ নাম গোটেই অসমতে জনাজাত আছিল। ওকালতি কৰাৰ উপৰিও তেখেত এজন চাহ-খেতিয়ক। বিমলাপ্ৰসাদ চলিহাৰ মাতৃৰকালৰপৰাও গৌৰৱৰ স্থল আছিল। তেখেতৰ মাতৃদেৱী আছিল সাতাৱন-সালৰ বিদ্ৰোহৰ অসমীয়া-নেতা মণিৰাম দেৱানৰ জীয়েক ললিতাৰ জীয়েক নিৰুপ চলিহা।

বিমলা চলিহাই পিতৃস্নেহ তালকৈ অনুভৱ কৰিব নোৱাৰিলে। তেওঁৰ মাত্ৰ দুই বছৰ বয়স হওঁতেই দেউতাকে ইহলীলা সম্বৰণ কৰে। মাতৃৰ মৰম আৰু ককায়েক-সকলৰ, বিশেষকৈ ডাঙৰ ককায়েক তাৰাপ্ৰসাদ চলিহা বাবিষ্টাৰৰ মৰম আৰু শাসনত তেওঁ ডাঙৰ-দীঘল হয়। সৰুতে পাঠশালা স্কুলত বিদ্যা আৰম্ভ হোৱা নাছিল; ঘৰতে বৰুৱা ওজাৰেও ঘৰপে পৰুৱা মাষ্টৰ ওৰফে পূৰ্ণ দত্তই পঢ়ুৱাইছিল। ১৯২১/২২ চনত শিৱসাগৰ চৰকাৰী ইংৰাজী উচ্চ বিদ্যালয়ত তেওঁ নাম লগায়। সেই সময়ত বিদ্যালয়ৰ প্ৰধান শিক্ষক পণ্ডিত লক্ষ্মীনাথ শৰ্মা, সহকাৰী প্ৰধান শিক্ষক গিৰীন গুপ্ত আছিল। প্ৰধান শিক্ষকক ধৰি আটাইকেইজন শিক্ষকৰে তেওঁ মৰমৰ ছাত্ৰ আছিল। ঘৰত পঢ়ুৱাবৰ নিমিত্তে শিৱসাগৰৰ প্ৰাক্তন প্ৰধান শিক্ষক আৰু নৰ্মাল স্কুলৰ প্ৰাক্তন চুপাৰিণ্টেণ্ডেণ্ট শ্ৰীগোলাপ গোস্বামী আছিল। একেলগে পঢ়া আৰু ৰং-ৰহইচ কৰা সখি হিচাপে সম্প্ৰতি সোণাৰিত থকা শ্ৰীকামাখ্যাপ্ৰসাদ বৰুৱা, শ্ৰীবিমলা খাটনীয়াৰ, শ্ৰীপাৰ্বতী গোস্বামী, মাধৱ বেজবৰুৱা, শ্ৰীলক্ষ্মীভূষণ বৰুৱাকে লৈ কেবাজনো বন্ধুৰ মুখত সেই ল'ৰালি কাল সম্পৰ্কে কিছু কথা শুনিবলৈ পোৱা যায়।

চলিহা সৰুৰেপৰা সকলো সময়তে সৰবৰহী আৰু দেখনিয়াৰ আছিল। জ্ঞানদীপিকা সভা, বাণী লাইব্ৰেৰী, হাতেলিখা 'বীণাপাণি' আলোচনী, এই সকলোতে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। সেই অৱস্থাতে তেওঁ বাণী লাইব্ৰেৰীলৈ এটি আলমাৰী দান কৰিছিল। জ্ঞানদীপিকা সভাৰ তৰ্কসভা, বক্তৃতা, ৰচনা পাঠ আদিত সহযোগ কৰিছিল। সেই সৰু সময়ৰেপৰা তেওঁ কিন্তু গহীন স্বভাৱৰ আছিল। সভাই-সমিতিয়ে বক্তৃতা দিছিল যদিও কেতিয়াও কথাচহকী ভলভলীয়া নাছিল। কম কথা কয় আৰু তাকো জুখি-মাখি 'দৰিয়প' কৰিহে কৈছিল। সেই গুণ শেষ অৱস্থালৈকে আছিল। অল্পভাষী আছিল যদিও সকলোৰে লগত নানা ধৰণৰ খেল-ধেমালি কৰি, সভা-সমিতিত যোগ দি, নৃত্য, গীত, অভিনয় আদিত নিজকে সমনীয়াৰ লগত বিলাই দিছিল।

সেই অৱস্থাতে এদিন বৰ ককায়েক তাৰাপ্ৰসাদ চলিহাই তেওঁক দুটকামান দি বজাৰলৈ পঠিয়ালে আৰু কি কি বস্তু কিনা হয় তাৰে এখন ফৰ্দ লিখি আনিবলৈ ক'লে। অন্যান্য বস্তু কিনাৰ লগতে চলিহাই চুৰটো কিনিলে আৰু লগৰীয়াৰ লগত খালে। ফৰ্দত কিন্তু চুৰট কিনাৰ কথাটো দাম সহ লিখি ককায়েকৰ হাতত দিলে। ফৰ্দ চাই ককায়েকে সুধিলে, "মইনা, চুৰট কিয় কিনা হৈছিল আৰু কি কৰা হ'ল?" তেতিয়া তেওঁ চুৰট কিনি লগৰীয়াৰে সৈতে খোৱাৰ কথা অকণো লুকঢাক নোহোৱাকৈ কৈছিল। এই আচৰণত ককায়েকে মাত্ৰ মৰমেৰে বুজনিহে দিছিল আৰু ভৱিষ্যতে তেনে কাম নকৰিবলৈ সতৰ্ক কৰি দিছিল। সৰুকালৰেপৰা সত্যক আশ্ৰয় কৰি তাক চিৰকাল অৱলম্বন কৰাৰ এনে বহুত প্ৰমাণ পোৱা যায়।

চলিহা বৰ চোকাবিধৰ ছাত্ৰ নাছিল যদিও হাইস্কুলত এবছৰো নোবোৱাকৈ ১৯২৮ চনত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয় আৰু সেই চনতে কলিকতাৰ চিটি কলেজত

আই.এছ.চি. শ্ৰেণীত ভৰ্তি হয়। সেই সময়ত তেওঁৰ নলে-গলে লগা বন্ধু আছিল প্ৰাক্তন ডেপুটী স্পীকাৰ শ্ৰীদণ্ডেশ্বৰ হাজৰিকা। এই চেঙেলীয়া কালছোৱাত চলিহাৰ মনটো আন এটা কথাই আকৰ্ষিত হৈছিল। সেইটো হৈছে দেশৰ জাগৰণ। কিন্তু সেই সময়ত তেওঁ কোনো সক্ৰিয় অংশ গ্ৰহণ কৰা নাছিল। কলেজ এৰি অহাৰ পিচত চলিহাক সুকুমাৰ কলাৰ প্ৰতি আকৰ্ষিত হোৱাও দেখা গৈছিল। বাদ্যযন্ত্ৰৰ ভিতৰত তবলা শিকিছিল আৰু বজাবও পাৰিছিল। সেই অভ্যাস বহুত দিনলৈকে এৰিব পৰা নাছিল। সম্পূৰ্ণৰূপে ৰাজহুৱা জীৱন যাপন কৰিও কথা-প্ৰসঙ্গতে মাজে মাজে টেবুলতে আঙুলিৰে তবলাৰ চেও ধৰিছিল। কথা কৈ আমনি লাগিলেই তেনে কৰে, অৱশ্যে এটি মিচিকিয়া হাঁহিৰে সৈতে। শিৱসাগৰ নাট্যশালাত তেখেতৰ ভাও আৰু নৃত্য আমি দেখিছিলোঁ। এই সম্পৰ্কে তেওঁৰ ধাৰণাও পৰিষ্কাৰ আছিল। চলিহাৰ ঘৰখন আদিৰে-পৰা পুৰণা নীতি-নিয়মৰ অধীনত আছিল। আহোম যুগত পুৰণা বা-বিষয়াৰ আভিজাত্য গুণটোও নথকা নহয়; কিন্তু সি মাৰ্জিত আৰু সৰল আছিল। সকলোৰে প্ৰতি সৰবৰহিতা আৰু সহানুভূতি প্ৰকাশ পাইছিল। ন-ধনীৰ দৰে ডাঙোপ মৰা, কু-প্ৰকৃতি আদিয়ে ঠাই নাপাইছিল। কেউজন ককায়েক আছিল গহীন-গম্ভীৰ, সৰল, অমায়িক। বিমলাৰ গাতো সেই গুণ শেষ অৱস্থালৈকে থাকি গ'ল। সেই কাৰণেই তেওঁক বেয়া পোৱা লোকৰ সংখ্যা অতি কম।

## স্বাধীনতা আন্দোলন

অসমত ১৯২১ চনৰেপৰা আৰম্ভ হোৱা স্বাধীনতা আন্দোলনে কংগ্ৰেছ আন্দোলন নাম লৈ নগৰে-চহৰে বিয়পি পৰিছিল। ১৯৩০ চনৰপৰা আন্দোলন পুনৰ সবল হৈ পৰিল। ১৯৩০ চনতে কলিকতাৰ কলেজৰ আই.এছ.চি. পৰীক্ষাৰ দেওনা পাৰ নোহওঁতেই চলিহাই কলিকতা এৰি ঘৰলৈ উভতিলে। কংগ্ৰেছৰ কৰ্মীসকলৰ ত্যাগ আৰু মহাত্মাৰ আহ্বানে চলিহাক ৰবকৈ টানিলে। সেই সময়তে তেওঁ ডেকা কংগ্ৰেছৰ কৰ্মীসকলৰ ভিতৰৰ এজন হৈ পৰিল। কংগ্ৰেছত যোগ দিয়াত তেওঁৰ অলপো অসুবিধা নাছিল। কেউজন ককায়েকেই কংগ্ৰেছৰ প্ৰতি সহানুভূতিশীল। যাদৱ চলিহা আছিল অসম কংগ্ৰেছৰ সক্ৰিয় সভ্য আৰু নিঃস্বাৰ্থ কৰ্মী। সেই সময়ত শিৱসাগৰ জিলা কংগ্ৰেছৰ গুৰি ধৰা ভুবন গগৈ, দুৰ্গা বৰুৱা, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, সোণাৰাম দত্তকে ধৰি বহুজন নেতৃস্থানীয় লোকৰ বুদ্ধি-ভাবনা আৰু সকলো প্ৰকাৰৰ সহায় যাদৱ চলিহাই যোগাইছিল। তেনে এটি পৰিয়ালত বিমলা অন্য ধৰণৰ হোৱাটো অস্বাভাৱিক।

'ঐশ্বৰ্য-বিভূতি বলে-সমে' এই পৰিয়ালে নিষ্কাম দেশসেৱা কৰি গ'ল। কেৱাখনো চাহ-বাগিছাৰ মালিক হৈ বাগানো চলাইছিল, লগে লগে স্বাধীনতা আন্দোলনো চলাই গৈছিল। ১৯৩০ চনতে কলেজ এৰি আহি কংগ্ৰেছী হৈ ১৯৭১ চনত গতায়ু পৰ্যন্ত চলিহা কংগ্ৰেছী হৈয়েই থাকিল। কাহানিও মতৰ দেওনা পাৰ নহৈছিল। ১৯৩৭ৰপৰা

১৯৩২ চন পৰ্যন্ত সক্ৰিয়ভাৱে কংগ্ৰেছৰ আন্দোলনত নমা নাছিল, কিন্তু মহাত্মাৰ গঠনমূলক কামত আত্মনিয়োগ কৰিছিল।

১৯৩২ চনৰ এটি ঘটনাৰপৰাই তেওঁ আন্দোলনৰ জলা জুইত জঁপিয়াই পৰিল। ১৯৩২ চনৰ কোনোবা এটা দিনত শিৱসাগৰ বিদ্যাপীঠৰ ছমহীয়া পৰীক্ষা হৈ যোৱাৰ পিচত তাৰ শিক্ষক সোণাৰাম দত্ত, শ্ৰীদুৰ্গাধৰ বৰুৱা আৰু শ্ৰীপুষ্পধৰ চলিহাকে ধৰি কেইজনমানে তাচ খেলি চাহ খাই নানা ধৰণৰ আলোচনাত আছিল। এই কেউজন লোক সেই সময়ত উৎসাহী কংগ্ৰেছ কৰ্মী। ইতিমধ্যে তিনি সবীমান 'আৰ্মড্ পুলিচ' আহি বিদ্যাপীঠৰ কাষত হাজিৰ। অলপ পিচতে তিনিওজনকে গ্ৰেপ্তাৰ কৰি লৈ গ'ল। এওঁলোকক লৈ যাওঁতে বাটতে বিমলাক পাই শ্ৰীপুষ্পধৰ চলিহাই মাত লগাই বিদায় লৈছিল। সেই সময়ত চলিহা বিতত হৈছিল আৰু চকু চলচলীয়া হৈ ঘৰলৈ উভতিছিল। ঘৰলৈ গৈয়েই মাকৰ আগত গোটেই ঘটনাটো বিৱৰি ক'লেগৈ আৰু লগতে তেওঁ কংগ্ৰেছ আন্দোলনত নামিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ মাকক জনালে।

অলপ দিনৰ পিচতে যুৱক দলৰ নেতৃত্বত বিমলাই ১৪৪ ধাৰা আইন অমান্য কৰিলে। সেই অপৰাধতে পুলিচে তেওঁক হাতকেৰেয়া দি জেললৈ নিলে। কিছুদিনৰ মূৰত জেলত আগতে আটক হোৱা শ্ৰীপুষ্পধৰ চলিহাই বিমলাক দেখি আচৰিত হ'ল। বিমলাক বোলে নগাৱঁৰ জেলতহে ৰখা হৈছিল। কিন্তু মই সেই সময়ত নগাৱঁৰ জেলত থাকোঁতে তেওঁৰ সৈতে এদিনো দেখা-সাক্ষাত হোৱা নাছিলোঁ, বোধহয় অচিনাকি হোৱা হেতুকে। ছমাহ ফাটেকৰ ভাত খাই মুকলি হ'ল। সেই সময়ত জেলৰ শাসন-প্ৰণালী কঠোৰ আছিল। অত্যাচাৰো কম নাছিল। তথাপি সি যেন স্বৰ্গপুৰীহে আছিল—এনে লাগিছিল।

জেলৰপৰা মুকলি হৈ আহিয়েই চলিহাই মহাত্মা গান্ধীৰ গঠনমূলক পথকে বাছি ল'লে। হয়তো ভাবিছিল, দেশ এদিন স্বাধীন হ'বই। কিন্তু ৰাজনৈতিক স্বাধীনতাতকৈ অৰ্থনৈতিক আৰু সামাজিক স্বাধীনতা বেছি কঠোৰ। আজি এই কথাৰ দেখ্‌দেখ্ প্ৰমাণ পাইছোঁ—ৰাজনৈতিক স্বাধীনতা পোৱা ভাৰতে ২৫ বছৰেও অৰ্থনৈতিক স্বাধীনতা পাবলৈ সক্ষম হোৱা নাই।

গঠনমূলক কামত বিমলাৰ দৃঢ়বিশ্বাস আছিল। কংগ্ৰেছৰ সক্ৰিয় কৰ্মী আৰু দেশ শাসনৰ গুৰি ধৰি থাকোঁতেও এই বিশ্বাস দূৰ হোৱা নাছিল। কিন্তু দুৰ্ভাগ্যৰ কথা যে, ই দেশত ভালদৰে নফলিয়ালে; শেষত গঠনমূলক কামবোৰ, সভা-সমিতি, উদ্বোধন, প্ৰদৰ্শনী আৰু বক্তৃতাৰ ফুলজাৰিৰ লগত উৰি গ'ল। দুই-এঠাইত কিছুদিন চলিছিল যদিও "আজু ওপজিয়া পুতা ভৈলি পৰদেশী" হ'ল।

বিমলাৰ খদ্দৰত বৰ বিশ্বাস আৰু ৰাপ আছিল। নিজে হাতে-কামে লাগি গৈছিল আৰু গাওঁ-ভূঁইৰ সহকৰ্মী সকলোকে ইয়াত শৰণ দিছিল। তেওঁ নিজে এটা 'যেকানো ছেট' কিনি আনি সৰু সৰু নাথিয়াৰে কাঠৰ এটি উন্নত ধৰণৰ যঁতৰ সাজিছিল। তেনেকৈ টাকুনি বা টাকুৰীও সাজি প্ৰচাৰ কৰিছিল। এই সকলোবোৰ নিজৰ মগজেৰেই কৰিছিল।

ভাত-পানী এৰি, সকলো কাম-বন এৰি কেৱল খঁতৰ, চাকৰী, নেওঠনি, সূতা কটাত লাগি গৈছিল।

১৯৩৪ চনত মহাত্মা গান্ধী শিৱসাগৰলৈ আহোঁতে এই উন্নত ধৰণৰ খঁতৰ তেখেতক দেখুৱাইছিল। ডেকা চলিহাৰ সৃজনী-শক্তি দেখি গান্ধীজী মোহিত হৈছিল আৰু দেয়েহে তেওঁক মথুৰাদাস পুৰুষোত্তমৰ লগত খাদী সম্বন্ধে শিক্ষা ল'বলৈ বিহাৰলৈ পঠিয়ায়। বিহাৰৰপৰা আহিয়েই খাদী কামত উঠি-পৰি লাগে। অলপ দিনৰ পিচতে চলিহা সৰ্বভাৰতীয় স্পীনাৰ এছোচিয়েচনৰ অসম শাখাৰ সম্পাদক নিৰ্বাচিত হয়।

শিৱসাগৰলৈ আহিয়েই এই অঞ্চলৰ ১৯২১ চনৰপৰা লাগি থকা অকৃত্ৰিম কংগ্ৰেছসেৱী শ্ৰীতৰুণ বৰুৱা, শ্ৰীউমা ৰাজকোঁৱৰ, শ্ৰীবাবুলা ৰাজখোৱা, শ্ৰীভদ্ৰ দুৱৰা আৰু ভোলা কোঁৱৰক লৈ লাকুৱা, ন কাটনি আৰু শিৱসাগৰত খাদী কেন্দ্ৰ খোলে। শ্ৰীঅযেশ্বৰ ভুঞা আৰু শ্ৰীলক্ষেশ্বৰ গগৈৰ নামো উল্লেখযোগ্য।

## সংগঠনৰ দায়িত্ব

ভাৰতীয় মহাকংগ্ৰেছৰ তৰফৰপৰা তেওঁক আঞ্চলিক সংগঠকৰ দায়িত্ব দিয়া হয়। অসম, মণিপুৰ, ত্ৰিপুৰাকে লৈ উত্তৰ ভাৰতৰ বিভিন্ন স্থানত তেওঁ কংগ্ৰেছৰ গঠনমূলক কাম আৰম্ভ কৰে। এই দায়িত্বত তেওঁ ১৯৪২ চনলৈকে আছিল। সমবায়, কুটীৰ-শিল্প, গো-পালন, মৌমাখি পোহা, আত্মসাহায্যমূলক কাম, পঞ্চায়ত আদিৰ আলম লৈ গাওঁবোৰৰ অৰ্থনৈতিক উন্নয়নত গুৰুত্ব আৰোপ কৰিছিল। ভুবনচন্দ্ৰ গগৈদেৱৰ শিক্ষাৰ মাধ্যমেৰে অৰ্জন কৰা আৰু স্বাৱলম্বী হোৱাৰ নীতি-শিক্ষা ক্ষেত্ৰত তেওঁ সম্পূৰ্ণৰূপে সমৰ্থন কৰিছিল। এই কামত পাৰদৰ্শিতা দেখুওৱাৰ কাৰণেই নিখিল ভাৰত কংগ্ৰেছৰ সভাপতি ধেবৰে ১৯৫২ চনত চলিহাক পূৰ্বাঞ্চলৰ আঞ্চলিক সংগঠক হিচাপে নিযুক্ত কৰে। এইবাৰ তেওঁৰ কাৰ্যক্ষেত্ৰ আৰু বহল হ'ল। পশ্চিমবঙ্গ, বিহাৰ, উৰিষ্যা, অসম, মণিপুৰ, ত্ৰিপুৰাকে লৈ সমগ্ৰ অঞ্চলত তেওঁ ভ্ৰমণ কৰি তাৰ কৰ্মীসকলৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি তোলে।

কংগ্ৰেছৰ আন্দোলনৰ কামতকৈ গঠনমূলক কামত অধিক একাগ্ৰতা আৰু হেঁপাহ থকাৰ কাৰণে 'দৈনিক লোকমান্য'ৰ সম্পাদকে কৈছিল, "চলিহা ১৯৫৭ চনত অসমৰ মুখ্যমন্ত্ৰী হয় যদিও তেখেতৰ লোকসেৱাৰ ব্ৰত বহুত পুৰণি।"

১৯৪৭-৪৮ চনত প্ৰথমতে ৰাজ্যিক বিধানসভাৰ সদস্য হৈ সংসদী সচিব পদত থাকোঁতে চলিহাৰ ওপৰত ঘাইকৈ গাওঁ উন্নয়ন বিভাগটো জাপি দিয়ে। গাৱঁৰ সৰ্বপ্ৰকাৰ উন্নয়নৰ কাৰণে সেই সময়ৰ সমবায়, শিল্প, পঞ্চায়ত, মীন পালন, বোৱা-কটা আৰু ৰেছম আদি বিভাগৰ সচিব মিঃ টি. টি. এচ. হেইলী চাহাবৰ লগত এক হৈ উন্নয়নৰ আঁচনিসমূহ অতি সোনকালে যাতে গাৱঁত কৃতকাৰ্যতাৰে চলাব পাৰি তাৰ কাৰণে দেহ-মন অৰ্পণ কৰি কামত লাগিছিল। 'জয়সাগৰ ৰুৰেল পলিটেক্‌নিক' (পঞ্চায়ত প্ৰশিক্ষণ কেন্দ্ৰ)ত গোটেই অসমৰে পৰ্বত-ভৈয়ামৰ গাওঁ-উন্নয়ন বিভাগৰ কৰ্মচাৰীসকলক প্ৰশাসন সম্পৰ্কে

শিক্ষা দিয়াৰ উপৰিও খাস্ত, মাটিৰ খাপৰী বনোৱা, বেহুম, কুকুৰা-হাঁহ পোহা, গো-পালন, উন্নত ধৰণৰ খেতি আদিৰ শিক্ষা বাধ্যতামূলকভাৱে প্ৰশিক্ষণ কেন্দ্ৰত চলাবলৈ দিছিল। কিন্তু পিচলৈ উচ্চপদস্থ বিষয়াসকলৰ চকুত এই হাতে-কামে লগা কুটীৰ-শিল্পকে ধৰি অন্য বিষয়বোৰ ভাল নেলাগিল আৰু শেষত সকলোবোৰ অনুষ্ঠানৰপৰা বাদ দিলে। সেই সময়ত ১৯৪৮ চনৰপৰা ১৯৬৮ চনলৈকে উক্ত অনুষ্ঠানত মই অধ্যক্ষ থকা সময়ত প্ৰতি বছৰে তেওঁ এই অনুষ্ঠানলৈ আহিছিল। তেওঁ স্বভাৱতে আশ্ৰমপ্ৰেমী আছিল, কিন্তু সেই আশ্ৰমত ভগবানৰ পূজা-সেৱা আৰাধনাতকৈ তাত নানা ধৰণৰ গঠনমূলক কামৰ আৰাধনাহে প্ৰচলন কৰাৰ পোষকতা কৰিছিল।

তেওঁৰ মন্ত্ৰিত্বৰ শেষ সময়ত শিৱসাগৰ মহকুমাত সাপেখাটী মৌজাৰ চতিয়না-গুৰিত "পূৰ্বাঞ্চল গঠনমূলক অনুষ্ঠান" স্থাপন কৰে। সেই অনুষ্ঠান আশ্ৰমৰ আৰ্হিৰ। তাতো বিভিন্ন প্ৰকাৰৰ গঠনমূলক কামৰ আঁচনি লৈ কাম আৰম্ভ কৰে। তেওঁৰ ব্যক্তিগত অৰ্থও ইয়াত যথেষ্ট খৰচ হয়। আশ্ৰমখনি আছে; কিন্তু তাত বিমলাৰ মনটো আজি আছেনে নাই ক'ব পৰা নাই।

চলিহাৰ গঠনমূলক কাম শিৱসাগৰত আৰম্ভ হয় ১৯৩৭-৩৮ চনত। সেই সময়ত এই লিখকো গঠনমূলক কামতে আছিল আৰু বিভিন্ন গঠনমূলক কেন্দ্ৰবোৰলৈ গৈছিল। সমতলৰ জনজাতি, মিৰি সম্প্ৰদায়ৰ তেওঁ বৰ আপোন আছিল। সৰল মিৰি ৰাইজে চলিহাক ভক্তি আৰু মৰম সমানে কৰিছিল। মিৰি গাৱঁৰ মদাৰগুৰি শিল্প প্ৰতিষ্ঠানলৈ গৈহে দেখিছিলোঁ বিমলা চলিহা মিৰি সম্প্ৰদায়ৰ লোক নে সম্ভ্ৰান্ত কায়স্থ কুলৰ ধনী পৰিয়ালৰ লোক বুজা টান। এই মদাৰগুৰি কেন্দ্ৰত তেওঁ পোনপ্ৰথমে তেলঘানীৰ কাম আৰম্ভ কৰে। খাদীৰ উপৰিও মিৰি জীমৰ কাম আৰম্ভ কৰে। শিৱসাগৰত বাদেও যোৰহাটৰ ঢেকীয়াখোৱাত শশীধৰ মলীয়া বৰুৱাৰদ্বাৰা এটি খাদী অনুষ্ঠান আৰম্ভ কৰে। এইকেইখনৰ বাহিৰেও অন্যান্য মহকুমাতো তেওঁ খাদী প্ৰতিষ্ঠান আৰম্ভ কৰিবলৈ মন মেলিছিল।

ওপৰত উল্লেখ কৰা শিল্প অনুষ্ঠানবোৰত প্ৰথমতে বোৱা-কটা, সূতা-কটা আদিৰ বিষয়েহে শিকোৱা হৈছিল। এদিন বৰ ককায়েক তাৰাপ্ৰসাদ চলিহাদেৱে এখন অনুষ্ঠানলৈ গৈ এইদৰে কৈছিল, "তোমালোকে যদি অকল শিকোৱাটোকে কৰি থাকা, শিকা মানুহ দেখাৰ হ'ব, কিন্তু কাম কৰা মানুহ নহ'ব। শিকোৱাৰ লগতে উপাৰ্জন কৰিবলৈকো ল'বা।" তেতিয়াৰপৰা এই অনুষ্ঠানে উৎপন্ন হোৱা বস্তুবোৰ বেচিবলৈ লয়। সেই অমায়িক মহৎ লোকজনে অকল যে মুখেৰে উৎসাহহে দিছিল, এনে নহয়; বহু সময়ত বস্তু সামান্য হ'লেও নিজে কিনিছিল আৰু মাজে-সময়ে ধন-বিত দিও সহায় কৰিছিল। সেই সময়ত কংগ্ৰেছ কৰ্মীসকলে যিভাৱে গঠনমূলক কামত আত্মনিয়োগ কৰিছিল, স্বাধীনতা পোৱাৰ পিচতো যদি তাক এৰি নিদি ৰাজনৈতিক পেলনেৰে সন্তুষ্ট নহ'লহেঁতেন, তেনেহ'লে সেই গাৱঁৰ ঢুখীয়া দেশসেৱকসকল নিশ্চয় স্বাৱলম্বী হৈ উঠিলহেঁতেন। চলিহাই ৰাজনীতিত

সক্ৰিয়ভাৱে লাগি সুদীৰ্ঘকাল শাসনৰ বাঘজৰী ধৰিও ইয়াৰ লক্ষ্যত উপনীত হ'ব নোৱাৰিলে। সংসদী ৰাজনীতি আৰু বাবে বুধি জটিল সমস্যাই তেওঁক ইয়াৰ কথা ভাবিবলৈ সময় নিদিছিল।

## ১৯৪২ চনৰ আন্দোলন

১৯৪২ চনৰ গণ-আন্দোলনে গোটেই ভাৰতভে মানুহবিলাকক জুইত পৰিণত কৰিলে। ভাৰতী আইৰ মুক্তি-যজ্ঞত হাজাৰ-বিজাৰ স্বদেশপ্ৰেমিকে দেহ আহুতি দিলে। অসমত ই ব্যাপক ৰূপ ল'লে। বিমলাইও '৪২ৰ গণ-আন্দোলনৰ নেতৃত্ব বহন কৰিলে শিৱসাগৰত। তেওঁ 'ভাৰত ত্যাগ' মন্ত্ৰ মাতি মাতি আইন ভঙ্গ কৰি গ্ৰেপ্তাৰ হয় আৰু সুদীৰ্ঘ দুবছৰ কাল কাৰাবাস খাটে। ১৯৪২ চনৰপৰা ১৯৪৪ চন পৰ্যন্ত তেওঁ জেলত আবদ্ধ থাকে। সেই সময়ত গোটেই ভাৰতভে সৰু-বৰ সকলো নেতা জেলত। গতিকে, মহাত্মাৰ নিৰ্দেশত প্ৰতিজন কংগ্ৰেছ কৰ্মীয়েই একোজন নেতাৰ দায়িত্ব বহন কৰিবলগীয়া হ'ল। বিমলাই জেলৰপৰাও কিবা উপায়েৰে আমালৈ নানা প্ৰকাৰৰ দিহা-পৰামৰ্শ আগবঢ়াইছিল। জেলৰপৰা মুক্তি লাভ কৰি মাজতে কেবাবছৰো তেওঁ কংগ্ৰেছৰ গঠনমূলক কাম কৰিছিল। ১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত শিৱসাগৰ পশ্চিম সমষ্টিৰপৰা অসম বিধানসভালৈ তেওঁ নিৰ্বাচিত হয়। নিৰ্বাচনী প্ৰচাৰকাৰ্য চলোৱাৰ সময়ত চলিহা, ৰাম বৰা উকীল, বাপু কছাৰী আৰু এই লিখকে জনজাতি অঞ্চল পানীদিহিং, নিতাই-পুখুৰী মৌজাত কেবাদিনো ধৰি প্ৰচাৰ কাৰ্যত ফুৰিছিলোঁ। সেই সময়ত আমাৰ শিৱসাগৰত ট্ৰাইবেল লীগ, আহোম মহাসভা, মুছলিম লীগ আদি কংগ্ৰেছৰ বিৰোধী দলবোৰ অতি শক্তিশালী আছিল। সেই দেউৰী, মিৰি, কছাৰী, আহোম জনবহুল অঞ্চলত খোজ কাঢ়ি আমি যেতিয়া কংগ্ৰেছৰ উদ্দেশ্য সম্পৰ্কে ৰাইজক কৈছিলোঁ, সেই সময়ত বিৰুদ্ধ দলসমূহৰ সন্মুখীন ভালকৈয়ে হ'বলগীয়াত পৰিছিলোঁ। কিন্তু বিমলাৰ অমায়িক আৰু যুক্তিপূৰ্ণ কথাত আৰু ব্যৱহাৰত সকলোৰে মন কোমল হৈছিল। চলিহাৰ কংগ্ৰেছী জীৱনৰ প্ৰথম ভাগতে নেতৃত্ব বহন কৰাৰ নিদৰ্শন পোৱা গৈছিল।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰত স্বাধীন হ'ল। লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ মন্ত্ৰীসভাৰপৰা পোনপ্ৰথমতে তেওঁ চৰকাৰৰ অবৈতনিক প্ৰাদেশিক গাওঁ উন্নয়ন সংগঠক হৈছিল। ভাৰতত যেতিয়া পঞ্চায়ত শাসন প্ৰৱৰ্তন কৰাৰ সিদ্ধান্ত লয়, সেই সময়ত গোটেই ভাৰতৰ ভিতৰত অসমতেই বিধানসভাৰ আইন অনুসৰি চৰকাৰীভাৱে অসমত গাওঁ উন্নয়ন বিভাগ খুলি গোটেই অসমতে প্ৰাথমিক পঞ্চায়ত আৰু গাওঁ পঞ্চায়ত স্থাপন হয়। এই গাওঁ উন্নয়ন বিভাগৰে চলিহা পৰিচালক আছিল। এই দায়িত্বত থকা কম কালছোৱাৰ ভিতৰতে তেওঁ পঞ্চায়ত, আত্মসাহায্য, সমবায়, কুটীৰ-শিল্প আদি বিষয়ত এটি নতুন জাগৰণ আনিব পাৰিছিল। তেওঁ অসম সমবায় এপেক্স বেঙ্ক আৰু অসম সমবায় কুটীৰ-শিল্প এছোচিয়েচনৰ প্ৰথম চেয়াৰমেন পদৰ দায়িত্ব বহন কৰে।

১৯৫০ চনত চৰকাৰী কামৰপৰা অব্যাহতি লৈ অসম প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদকৰ ভাৰ গ্ৰহণ কৰে। দুবছৰৰ পিচতে ১৯৫২ চনত সিদ্ধিনাথ শৰ্মাদেৱৰ অসম কংগ্ৰেছৰ সভাপতিৰ কাল অন্ত হোৱাত চলিহাদেৱক অপ্ৰতিদ্বন্দ্বীভাৱে সেই পদলৈ নিৰ্বাচন কৰে। এই দায়িত্বত থকা কালছোৱাতে চলিহাদেৱে কংগ্ৰেছৰ নিয়ম-প্ৰণালীৰ কিছু পৰিবৰ্তন কৰি সংস্কাৰ কৰে। তেওঁৰ দিনতে কংগ্ৰেছ পুনৰ সবল হয়। তাৰ এবছৰৰ পিচতে সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইদেৱৰ অকাল মৃত্যুত শূন্য হোৱা শিৱসাগৰ সমষ্টিৰ লোকসভাৰ আসনৰ উপনিৰ্বাচনত বিপুল ভোটেৰে সৈতে তেওঁ লোকসভালৈ নিৰ্বাচিত হয়।

বিমলা চলিহাৰ দায়িত্বৰ অন্ত নাই; তথাপিও অম্লান বদনে যিমানেই গধুৰ নহওক, সকলো ধীৰ-স্থিৰ মনে বহন কৰি গৈছিল। একোতে বিভত্ নহৈ দেহে-কেহে গহীন প্ৰকৃতিৰে কাম হাতত লৈছিল। কোনো সহকৰ্মীৰ মনত আঘাত নিদিয়াকৈ সহযোগ আদায় কৰিছিল।

## মুখ্যমন্ত্ৰীৰ আসনত

প্ৰবীণ দেশসেৱক শ্ৰীবিষ্ণুৰাম মেধিদেৱক মাদ্ৰাজৰ ৰাজ্যপাল নিযুক্তি দিয়াত ১৯৫৭ চনৰ ডিচেম্বৰ মাহত বিমলা চলিহাই অসমৰ মুখ্যমন্ত্ৰীৰ পদ গ্ৰহণ কৰে। সেই সময়ৰপৰা ১৯৭১ চনৰ ৩০ অক্টোবৰলৈকে সুদীৰ্ঘ তেৰ বছৰ কাল মুখ্যমন্ত্ৰিত্বৰ পদ এদিনো খালী নোহোৱাকৈ তেওঁ বহন কৰিছিল। এই গধুৰ দায়িত্বত একেবাৰে শৰীৰ ভাগি পৰাতহে তেওঁ স্ব-ইচ্ছাই সেই পদ ইস্তফা দিছিল।

এই সুদীৰ্ঘ কাল কংগ্ৰেছ দলৰ দলপতি স্বৰূপেও তেওঁ সমগ্ৰ ভাৰতক দেখুৱাই দিবলৈ সমৰ্থ হৈছিল অসমৰ কংগ্ৰেছী দলৰ ৰাজনীতি কিমান স্থিৰ। যি সময়ত ভাৰতৰ বিভিন্ন ৰাজ্যবিলাকত সঘনে মুখ্যমন্ত্ৰী ভঙা-পতা হৈছিল, ৰাজ্যপালৰ শাসনো চলিছিল, সেই সময়ত অসমতহে একেজন নেতাৰ তলতে ঐক্য আৰু শৃঙ্খলাবদ্ধভাৱে দেশৰ শাসন চলিছিল। চাবলৈ গ'লে ই অসমীয়া জাতিৰ গৌৰৱৰ কথা। বিশেষকৈ, ১৯৬০ চনৰপৰা ভাৰতৰ মূৰৰ ওপৰেদি ক্ষয়ক্ষতি কেবাটাও ধুমুহা বৈ গৈছিল। তাৰ ভিতৰত ১৯৬২ চনৰ চীনা আক্ৰমণ, ১৯৬৫ চনৰ পাকিস্তানৰ আক্ৰমণ আৰু মাজতে ভাৰতৰ গণনেতা, আন্তৰ্জাতিক ৰাজনৈতিক পুৰুষ নেহৰুৰ লোকান্তৰ। কিন্তু সেই সময়ছোৱাত অসমৰ ইমূৰৰপৰা সিমূৰলৈকে ১৯৫০ চনৰ বৰ ভুইকঁপতকৈও বেছি কম্পনেৰে আমাৰ ওচৰ-চুবুৰীয়া একে পৰিয়ালৰে নগা আৰু মিজো ৰাইজৰ বিদ্ৰোহ, ১৯৬০ চনৰ আপদীয়া ভাষা-আন্দোলন, ১৯৬২ চনত অসমৰ সীমান্তত চীনৰ আক্ৰমণ, ১৯৬৫ চনত পাকিস্তানৰ আক্ৰমণ, ১৯৬৬ চনত খাদ্য আন্দোলন—তাৰ পিচতে তেল শোধনাগাৰ আন্দোলন, প্ৰবল বানপানী আদিয়ে কঁপাই আছিল। তেওঁৰ শেষকালত উদ্ভৱ হোৱা অসমৰ অঙ্গচ্ছেদ আৰু লানি নিছিগাকৈ আজি ইখন কালিলৈ সিখনকৈ জিলা অসমৰ বুকুৰপৰা ছিটিকি গৈ অন্য ৰূপত স্থিতি লোৱা আদি ঘটনাৰ বাবে তেওঁ বৰ কষ্ট পাইছিল।

একেজন শাসনৰ গুৰি ধৰা লোকৰ আমোলত ইমানবোৰ ঘটনা ঘটাটো অন্য স্থানত বিৰল। বোধহয় নৈতিক সাহস, মানসিক স্থিৰতা আৰু উচ্চ আদৰ্শবাদত ব্ৰতী বিমলাই সেইবোৰ অতিক্ৰম কৰি গৈছিল। শৰীৰ ভাগি গৈছিল; কিন্তু মন ভগা নাছিল। এই সমস্যাবোৰ সমাধান কৰোঁতে চলিহাই কিমান কৃতকাৰ্যতা লাভ কৰিছিল বা অসমৰ ভাগত কিমান লাভৰ অংশ বৈছিলগৈ, সেইবোৰ ৰাজনৈতিক পণ্ডিতসকলে বিচাৰ কৰিব।

এই সমস্যাসমূহৰ বহুতবোৰৰে সূচনা চলিহাই মুখ্যমন্ত্ৰী পদ লোৱাৰ আগৰ। নগা সমস্যাকে যদি ধৰা যায়, তেন্তে বহু আগৰেপৰা ইয়াৰ পম খেদিব লাগিব। স্বৰ্গদেউসকলৰ শাসনৰ কালত নগাপৰ্বত আৰু ভৈয়ামৰ মাজত অনেকবাৰ ৰণ-বিগ্ৰহ হৈছিল। কিন্তু আনহাতে নগা ৰাইজ আৰু অসমীয়া ৰাইজ একেটা পৰিয়ালৰ দৰে আছিল। ৰাজনৈতিক, বৈবাহিক সূত্ৰ, সামাজিক সূত্ৰ, সাংস্কৃতিক সূত্ৰ, বাণিজ্য সূত্ৰ ছিগা নাছিল। আনকি সেই সময়ত গোটেই নগা আৰু অন্যান্য পৰ্বতীয়া ৰাজ্যবোৰৰ ৰাজ্যিক ভাষা অসমীয়াহে আছিল। বৃটিছৰ দিনত সেই সূত্ৰ ছিগি গ'ল। অসমীয়া হিন্দু সমাজৰ তথাকথিত অস্পৃশ্যতা আদি হীন মনোভাব আৰু আচৰণে তেওঁলোকক আৰু বিদূৰ কৰিলে। স্বাধীনতা পোৱাৰ পিচত অকল নগা ৰাইজেই নহয়, খাছীয়া, মিজো, গাৰো আদি ৰাইজেও অসমীয়াক সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। বহুতে কয়, তেওঁলোকে এই কাম কৰিছিল অন্যৰ প্ৰৰোচনাত পৰি। কিন্তু লোকৰ ওপৰত দোষ জাপি নিজৰ দোষ-বোজা পাতলাবলৈ যত্ন কৰাটো আৰু দোষণীয় বুলি চলিহাই আমাক কৈছিল। নগা বিদ্ৰোহে ভয়াবহ ৰূপ ধাৰণ কৰাত ১৯৬৪ চনতে চলিহা, শ্ৰীজয়প্ৰকাশ নাৰায়ণ আৰু ৰেভাৰেণ্ড্ মাইকেল্ স্কট্ চাহাবক লৈ নগালেণ্ড শান্তি মিছনৰ জন্ম হয় আৰু ই ১৯৬৬ চনলৈ জীৱিত থাকে। এই মিছনৰ আটাইতকৈ কৃতী সদস্যজন হ'ল চলিহা।

সেই সময়ত ভুবাৰমানো চলিহাদেৱে শিৱসাগৰৰ তেখেতৰ ঘৰলৈ মোক মতাই নি নগাসকলৰ লগত স্বৰ্গদেউসকলৰ বিয়া-বাৰু কৰোৱা, বা-বিষয় দিয়া, নগাক আহোমৰ জাতলৈ তোলা, তেওঁলোকৰ লগত খোৱা-বোৱা ইত্যাদি অলেখ কথাৰ টোকা লৈছিল বোধকৰোঁ নগা ৰাইজৰ মাজত খোলা মনেৰে পূৰ্বৰ সম্পৰ্কৰ কথা কৈ তেওঁলোকৰ মাজত সোমাই পৰিবলৈ। সঁচাকৈয়ে অন্য দুজনা নেতাতকৈ বিদ্ৰোহীয়েই হওক বা বিদ্ৰোহ নকৰাই হওক, সকলো নগা ৰাইজৰ অন্তৰ জয় কেৱল চলিহাইহে কৰিব পাৰিছিল। প্ৰায় পৰ্বতীয়া ৰাইজেই কয়, "চলিহা আমাৰহে মানুহ"। সেই সময়ত তেওঁ বহুত দিন অটব্য অৰণ্যৰ মাজে-মাজে ওখ-চাপৰ পৰ্বতৰ টিং খোজ কাঢ়ি, ডেই, আত্মগোপনকাৰীৰ ভয়াবহ চোংবোৰত ওলাইছিলগৈ।

কেতিয়াবা কেতিয়াবা খোলা জীপেৰে আৰু বেছি সময় পদব্ৰজে তেওঁ শান্তিৰ বাণী লৈ নগাপাহাৰত চাঙৰ উপৰি চাং বগাই ফুৰিছিল। বতাহ, বৰষুণ, হিংস্ৰ জন্তু, ডাঁহ-মহ-জোক, একোলৈকে কেৰেপ্ নকৰি এইদৰে ঘূৰি ফুৰা দেখিয়েই বিদ্ৰোহী নগাবিলাকে

আচৰিত হৈছিল আৰু তেওঁৰ সাহসৰ প্ৰশংসা কৰিছিল। তাৰ পিচত কথা-বতৰা পাতি তেওঁৰ সৰলতা, সাধুতাৰ সম্পৰ্কে নগাসকলে বুজি পাই তেওঁৰ কথা ধৈৰ্য্যৰে শুনিছিল। মূঠৰ ওপৰত ক'বলৈ গ'লে তেওঁৰ যত্নতেই ১৯৬৪ চনত অস্ত্ৰ-বিৰতিৰ সূচনা হয়। চলিহাৰ একান্ত উদ্দেশ্য আছিল নগা বাইজ যাতে অসমীয়াৰপৰা পৃথক হৈ নাযায়। কিন্তু তেওঁৰ দিনতেই ১৯৬৩ চনত নগা ৰাজ্যৰ জন্ম হয়। নগাৰাজ্য অসম ৰাজ্যৰপৰা বেলেগ হ'ল হয়; কিন্তু অসমীয়াৰ লগত বুজা-পৰা হোৱা আৰু সম্ভাৱ স্থাপন হোৱাত চলিহাই অন্য প্ৰকাৰে কৃতকাৰ্য হ'ল যেন লাগে।

## উত্তৰ-পূব অঞ্চলৰ পৰিবৰ্তন

সেইদৰে অলপতে খাচী-জয়ন্তীয়াক লৈ মেঘালয় স্বকীয়া ৰাজ্য হ'ল। মিজোৰাম আঁতৰি গ'ল। নেফাও স্বকীয়া ৰাজ্য হোৱাৰ উপক্ৰম হ'ল। সমগ্ৰ উত্তৰ-পূব অংশৰ এই পৰিবৰ্তনে ভৱিষ্যতৰ এটা ডাঙৰ সমস্যা সাধন কৰিলে বুলিব লাগিব। ইয়াৰ অন্যথায় হয়তো ভৱিষ্যতে গোটেই ভাৰতত, বিশেষকৈ অসমৰ ৰাজনীতিত আৰু সংহতিত ভয়ানক আউল লাগিলহেঁতেন। ছশ বছৰীয়া স্বৰ্গদেউসকলৰ শাসনকালতো নগা, জয়ন্তীয়া, মণিপুৰকে ধৰি এই অঞ্চলসমূহ বেলেগ বেলেগ ৰাজ্য হিচাপে আছিল। কিন্তু ৰণ-বিগ্ৰহৰ মাজেদিও যে অসম আৰু এই ৰাজ্যসমূহৰ মাজত এটি জাতীয় সংহতি স্থাপন হৈছিল তাক বুৰঞ্জীয়ে প্ৰমাণ কৰে স্বৰ্গদেউ ৰুদ্ৰসিংহৰপৰাই। মাটি আৰু মানুহ বেছি হ'লেই এটা জাতি শক্তিশালী নহয়। মাননীয় শ্ৰীকামাখ্যাপ্ৰসাদ ত্ৰিপাঠীদেৱৰ মতে, "He had the vision that the people of Assam would help to integrate and ultimately led the entire eastern region including NEFA, Nagaland, Manipur and Tripura to become a great state of India. In fact, he wanted to make Assam the magnet which will draw closer together this entire region as the eastern wing of India, ( The Assam Tribune, 27th March, 1971 ).

চলিহাদেৱৰ বুৰঞ্জীৰ প্ৰতি আসক্তি আছিল। তেখেতে এবাৰ আলোচনা প্ৰসঙ্গত ধেমেলীয়াভাৱেই আমাক কৈছিল যে, শক্তিমন্ত বৃহৎ অসম কৰিবলৈ হ'লে অকল ব্ৰহ্মপুত্ৰৰ ভৈয়ামেই নহ'ব। স্বৰ্গদেউ ৰুদ্ৰসিংহই ভাৰতৰপৰা মোগলৰ শাসন ওফৰাবলৈ বুলি অসম, ত্ৰিপুৰা, পৰ্বতীয়া ৰাজ্যসমূহ, বঙ্গদেশ, কোঁচবিহাৰ, ৰাজপুত ৰজাসকলকে ধৰি অন্যান্য শক্তিৰ লগত সংযুক্ত মৰ্চা গঠন কৰিছিল। বুৰঞ্জীত পুনৰাভিনয় হৈ থাকে। এতিয়াও সেয়েই হ'ল। এসময়ত বৃটিছে গঠন কৰি দিয়া আৰু কোনোমতে সানমিহলি হ'বলৈ সুবিধা নিদিয়া অসমখন পুনৰ প্ৰায় আগৰ অসম হৈ পৰিল। এতিয়া মাত্ৰ আমাৰ সজ প্ৰচেষ্টা হ'ব লাগে যাতে সীমাবিবাদ ন্যায়ৰ মাজেৰে সমাধা হৈ সামাজিক, অৰ্থ-নৈতিক, সাংস্কৃতিক সম্পৰ্ক ভালৰূপে স্থাপন হয়। চলিহাৰো সেয়ে মত আছিল।

চলিহাৰ পৰ্বতীয়া নীতি কৃতকাৰ্য হ'লনে নাই সেই বিচাৰ ৰাজনীতিবিদসকলৰ

ওপৰত। কিন্তু তেওঁৰ সেই নীতিয়ে অসমৰ কেউফালে যেৰ পাতি অৱস্থান কৰা পৰ্বতৰ ভাই-ভনীসকলক সন্তোষ দিব পাৰিছিল যেন লাগে। তেওঁলোকে এতিয়াও কয়, "চলিহাটো আমাৰহে মানুহ আছিল।"

চলিহাৰ মৃত্যুৰ পিচত শোক প্ৰকাশ কৰি নিকেটু ইৰুলুৱে লিখিছিল, "But some of the people who will be missing him terribly, with the pain of sorrow and contrition are many men and women in the villages and small towns in North-East India. Some of them are men of the Naga underground whether still in jungles or scattered in political jails in different parts of India. They mourn a real friend whom they respected and fully trusted.

১৯৬৪ চনৰপৰা ১৯৬৬ চনলৈকে নগা শান্তি মিছনৰ কঠোৰ শাৰীৰিক পৰিশ্ৰম আৰু মানসিক চিন্তাৰ ফলত চলিহাৰ স্বাস্থ্য ভাগি পৰিছিল। নগা ৰাইজে ভাবে, "Many of our people understand this and we are sorry and pained that such a good friend had to pay such a great price for our sake." (*Niketu Irulu*)

## ভাষা-আন্দোলন

১৯৬০ চনৰ ভাষাৰ বিষময় আন্দোলনে গোটেই দেশকে অস্থিৰ কৰি তুলিছিল। সেই সময়ত চলিহাৰ ৰাজ্যিক ভাষাৰ নীতিক অসমৰ খ্যাতনামা বিদ্বান লোকসকলে কটু সমালোচনা কৰিছিল। উঠি অহা চামে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহেই ঘোষণা কৰিছিল। বিধানসভাও গৰম হৈ উঠিছিল। চলিহা কিন্তু বিতত্ নহৈছিল। তেওঁ নিজৰ মতত অচল-অটল হৈ আছিল। সেই নীতি ভালেইনে বেয়া আমি ক'ব খোজা নাই। কিন্তু ভাৰতৰ প্ৰধানমন্ত্ৰী নেহৰুৱে এই সম্পৰ্কে কৈছিল, "ভাষা-সমস্যা সম্পৰ্কে শ্ৰীচলিহাদেৱে লোৱা সিদ্ধান্তই একেবাৰে উচিত শুদ্ধ সিদ্ধান্ত। কাৰো ওপৰত সুবুজা ভাষা এটা জোৰ কৰি জাপি দিব নোৱাৰি। চলিহাৰ এই কথা মই সমৰ্থন কৰিছো। চলিহাই এইদৰেই ব্ৰহ্মপুত্ৰ উপত্যকা, পাহাৰী অঞ্চল আৰু কাছাৰৰ অধিবাসীসকলক একেলগে মিলাই অসম দেশৰ একতা সুদৃঢ় কৰিছে।"—চলিহাৰ মূৰৰ ওপৰেদি এই আপদীয়া ধুমুহা বৈ গ'ল।

তেওঁৰ আমোলতে উত্তৰফালৰপৰা ক'লা মেঘে প্ৰলয় সৃষ্টি কৰিছিল। ১৯৬২ চনত চীনৰ অসমৰ সীমান্ত আক্ৰমণ। ভাৰতৰ প্ৰধানমন্ত্ৰীকে ধৰি নেতাসকলে অসমক ভাগ্যৰ ওপৰলৈ ঠেলি দিছিল। সেই সময়ত চলিহাই অসমৰ অন্যান্য নেতাসকলৰ সহযোগত দেশৰ আভ্যন্তৰীণ অৱস্থা সুস্থিৰ কৰি ৰাখিলে। ক্ষয়-ক্ষতি হ'ল যদিও দেশ ৰক্ষা পৰিল।

তাৰ পিচতে আহিল পাকিস্তানৰ ভাৰত আক্ৰমণ ১৯৬৫ চনত। পাকিস্তান অসমৰ গাতে লাগি থকা বিপক্ষৰ দেশ। তাতোকৈও নিচেই ঠেক মাটিখণ্ডই অসমক ভাৰতৰ অন্য অংশৰ লগত লগ লগাই থৈছে। সেই সময়তো প্ৰজাৰ মনোবল দৃঢ় কৰি ৰখাত তেওঁ কৃতকাৰ্য হৈছিল।

দ্বিতীয় বিশ্ব মহাৰণ, চীনৰ আক্ৰমণ, পাকিস্তানৰ ৰণ-হুঙ্কাৰ আৰু প্ৰতি বছৰে হোৱা প্ৰলয়ঙ্কৰী বানে অসমৰ অৰ্থনৈতিক ভেটি বুৰাই পেলালে। উৎপাদন কম হোৱাত আৰু হোৱাবোৰো নষ্ট হোৱাত আৰু বাহিৰৰ খাদ্য-বস্তু চলাচলত বাধাৰ সৃষ্টি হোৱাত দেশত খাদ্য-সঙ্কটে দেখা দিলে। তাৰ ফলস্বৰূপে খাদ্য আন্দোলনে দেখা দিলে। অতি দক্ষভাবে চলিহাই এই সমস্যাৰ কিছু অংশ সমাধা কৰিলে যদিও এই সমস্যা আজিও সম্পূৰ্ণ সমাধা হোৱা নাই।

ইয়াৰ পিচতে বিৰাট ৰূপেৰে তেল শোধনাগাৰ আন্দোলন গোটেই ৰাজ্য বিয়পি পৰিল। এনে বৃহৎ গণ-আন্দোলন আমাৰ জীৱনত আগেয়ে দেখা নাছিলোঁ। অসম-বাসীৰ এই আন্দোলনে ভাৰতীয় শাসনৰ গুৰি-ধৰোঁতাসকলৰ গোঁৱৰামি কিছুদূৰ ভাঙিব পাৰিলে। কিন্তু চলিহাৰ সৰ্বভাৰতীয় নীতিৰ স্থবিধা লৈ ভাৰতীয় নেতাসকলে অসমৰ শিল্পৰ ক্ষেত্ৰত, নিবনুৱা সমস্যাৰ ক্ষেত্ৰত কণা হাঁহক পতান ধান দি বঞ্চিত নকৰাকৈও থকা নাছিল। এতিয়াও এই সম্পৰ্কে সবল নেতৃত্বৰ প্ৰয়োজন আছে। কেন্দ্ৰত ভাৰতৰ কংগ্ৰেছৰ বিভাজন হোৱা সত্বেও চলিহাৰ গতিশীল আৰু বলবান নেতৃত্বত অসমত অসম কংগ্ৰেছ বিধায়িনী দলৰ সেই বিভাজন হ'বলৈ নাপাইছিল।

ইমানবোৰ প্ৰাকৃতিক, ৰাজনৈতিক আৰু অন্য জাতীয় আন্দোলনতো চলিহাৰ মন ধীৰ, স্থিৰ। তেওঁ নিজেই যিটোকে দেশৰ আৰু জাতিৰ কাৰণে ভাল বুলি বিবেচনা কৰিছিল তাকে দৃঢ়ভাৱে কৰিবলৈ লৈছিল। তেওঁৰ এনে দৃঢ়তাত যি অসন্তুষ্টিৰ সৃষ্টি হৈছিল, তাক তেওঁৰ বন্ধুত্ব, মৰম আৰু সজ আচৰণে নিবাৰণ কৰিছিল। বিপক্ষ দলৰ নেতাকো তেওঁৰ নিষ্ঠা আৰু অমায়িক আচৰণে বশ কৰিছিল। এইবোৰ কাৰণতে চলিহা এজন কৃতী ৰাজনৈতিক নেতা হ'ব পাৰিছিল আৰু ভাৰতীয় নেতাসকলৰ সমান পৰ্যায়লৈ উঠিছিল। আৰু, এইবোৰ যোগ্যতা আৰু সজ গুণৰ কাৰণেই ৰাষ্ট্ৰপতি ভি. ভি. গিৰিয়ে তেওঁক পদ্মবিভূষণ সন্মানেৰে বিভূষিত কৰিছিল।

মহাত্মাজীৰ অনুগামী হ'বলৈ চলিহাই সদায়ে চেষ্টা কৰিছিল। সেই সময়ত অসমত দিৱস পালন, ধৰ্মঘট, বন্ধ, হৰতাল, কৰ্মবিৰতি, অনশন, সত্যাগ্ৰহ আদি বিভিন্ন নামৰ আৰু বিভিন্ন পৰ্যায়ৰ অনেক আন্দোলনৰ সৃষ্টি হৈছিল। তেওঁৰ বিশ্বাস আছিল যে, ৰাজনৈতিক আন্দোলন বা বিপ্লৱে দেশৰ কাৰণে স্থায়ী কল্যাণ আনিব নোৱাৰে। মানুহৰ মানসিক, নৈতিক আৰু আধ্যাত্মিক বিপ্লৱেহে এখন দেশ বা এটা জাতিৰ কল্যাণ সাধিব পাৰে। এই মত মহাত্মাৰো আৰু সকলো মহাপুৰুষৰো। এনেবোৰ প্ৰসঙ্গত চলিহাই ভগৱান বুদ্ধ, মহাপুৰুষ শঙ্কৰদেৱ, মহাত্মা গান্ধী আদিলৈ আঙুলিয়াইছিল। আৰু এবাৰি কথা তেওঁ সেই সময়ত প্ৰায়েই কৈছিল যে, "better wasted than rusted." অৰ্থাৎ মামৰে ধৰাতকৈ শেষ হৈ যোৱাই ভাল। এলাহৰ স্থবিৰতাতকৈ কৰ্মৰ গতিত প্ৰাণ বিসৰ্জন দিয়াই শ্ৰেয়। তেওঁৰ জীৱনত তাকেই দেখা গৈছিল।

এতিয়া কথা হৈছে গান্ধীবাদী বিমলা চলিহাদেৱে মহাত্মাৰ মূল নীতি আৰু

চাণক্যৰ ৰাজনীতি—এই দুয়োটাৰে তাল-মান সমানে ৰাখিবলৈ গৈ কিমান কৃতকাৰ্যতা লাভ কৰিব পাৰিলে। আমাৰ মতে ৰাজনীতি কেতিয়াও মলিন হ'ব নালাগে। কিন্তু এই মলি মলিয়ন হৈ কৰাল মাৰি কিয় গান্ধীবাদত লেপ খালে! গান্ধীবাদী লোকেৰে যেতিয়া ভাৰত শাসনৰ বাঘজৰী ধৰা হৈছে, তেন্তে আজি দেশত কিয় এনেখন হ'বলৈ পাইছে? ইয়াৰ কাৰণে ভাৰতবৰ্ষৰ মাটিখণ্ডই দায়ী নে মানুহ দায়ী? অসমত অকল চলিহাকে এই প্ৰশ্ন কৰিলে তাৰ উত্তৰ পোৱা নাযাব; সৰ্বভাৰতীয় উত্তৰৰ প্ৰয়োজন হ'ব।

## চলিহাৰ মানৱতা

চলিহাৰ অন্য এটা দিশৰ বিষয়ে এতিয়া অলপ আলোচনা কৰা হ'ব। ৰাজনীতি বাদ দি বিমলা মানুহজন কেনে? এই সম্পৰ্কে আগতে মাজে মাজে উল্লেখ কৰা হৈছে। শিৱসাগৰৰ এই চলিহা পৰিয়ালৰ কেউজন লোকৰে বদান্যতাৰ কথা সকলোৰে জ্ঞাত। শিক্ষা অথবা ধৰ্ম, সামাজিক কিম্বা সাংস্কৃতিক, এনে অনুষ্ঠান নাই য'ত চলিহা পৰিয়ালৰ সহযোগ আৰু সাহায্য নাই। এই বদান্যতাৰ বিশেষত্ব এইটোৱেই যে ই কোনো শত্ৰু-মিত্ৰ, পক্ষ-বিপক্ষ, ধৰ্ম-সম্প্ৰদায় আদিৰ প্ৰতি দৃষ্টিপাত কৰা নাছিল। চলিহাই অনেক সম্প্ৰদায়ৰ দাল-দৰিদ্ৰ ল'ৰা-ছোৱালীৰ পঢ়া-শুনাত আৰ্থিক সাহায্য দিয়াৰ কথা আমি জানো। তেওঁ কিন্তু মনে মনে এই কাম কৰে। কেউজন ককায়েক-ভায়েকে, দেউতাক কালীপ্ৰসাদ চলিহাৰ নামত কালীপ্ৰসাদ চলিহা স্মৃতিভৱন নিৰ্মাণ কৰি ১৯৩৪ চনত মহাত্মা গান্ধীৰ দ্বাৰা উদ্বোধন কৰায়। এতিয়াও শিৱসাগৰীয় ৰাইজৰ বাজহুৱা প্ৰায় সকলো লেঠা এই ভৱনে মাৰি আছে। এই ভৱনৰ অবিহনে তাৰ জন-সাধাৰণৰ ভাঙৰ অভাৱ হ'লহেঁতেন।

শিৱসাগৰৰ কলেজখনি প্ৰতিষ্ঠাৰপৰা বিমলাৰ সকলো প্ৰকাৰ অৱদান কোনেও অস্বীকাৰ নকৰে। তেওঁৰ সহপাঠী বন্ধু মাধৱ বেজবৰুৱাৰ স্মৃতি-ভৱনটি তেওঁৰ স্চনামতে আৰু তেওঁৰ প্ৰথম দানৰ ওপৰতে নিৰ্মাণ হোৱা সম্ভৱপৰ হৈছিল। অসমৰ ভিতৰত সৰ্ববৃহৎ আৰু সুসজ্জিত শিৱসাগৰ কলেজৰ (জয়সাগৰ) মাধৱ বেজবৰুৱা স্মৃতি-ভৱনটিয়ে বিমলাৰ সেই কথা সোঁৱৰায়। শিৱসাগৰ জিলা কংগ্ৰেছ কাৰ্যালয়ৰ মাটি-ঘৰ আদি বিমলাৰে দান। গাওঁ-ভূঁইবোৰৰ অগণন নিঃস্বাৰ্থ কংগ্ৰেছ কৰ্মী আৰু সমাজসেৱীসকলৰ কাৰণে তেখেতৰ শিৱসাগৰৰ ডাঙৰ বঙলাটো মুকলি আছিল। শিলঙতো মুখ্যমন্ত্ৰীৰ ভৱনটি এই কৰ্মীসকলৰ কাৰণে মুকলি আছিল। সহকৰ্মীসকলক আৰ্থিক আৰু অন্য প্ৰকাৰে সহায় কৰাটো তেওঁৰ কৰ্তব্যৰ ভিতৰত পৰাৰ দৰেই হৈছিল।

আনকি তেওঁৰ বিৰোধী দলৰ লোকসকলকো তেওঁ অনেক প্ৰকাৰে সহায় কৰিছিল। কলাগুৰু বিষ্ণু ৰাভাই সেই কাৰণেই মৃত্যুৰ আগতে কৈছিল, "চলিহাৰ মৰমৰ বাবেই মই ইমান দিন বাচি আছো।" চলিহা হ'ল ঘোৰ কংগ্ৰেছী আৰু বিষ্ণু ৰাভা হ'ল ঘোৰ বিপ্লৱী—কমিউনিষ্ট। সেইদৰে আহোম মহাসভাৰ নেতা দুৰ্গানাথ গগৈ আছিল বিমলাৰ



নব-নিৰ্বাচিত মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু অসম বিধান সভাৰ সদস্যসকলৰ লগত চলিহা



নব নিৰ্বাচিত মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে চলিহাৰপৰা আশীৰ্বাদ আৰু শুভেচ্ছা গ্ৰহণ কৰিছে

মৰমৰ মানুহ। অনেক সময়ত এই কংগ্ৰেছ-বিৰোধী লোকজনে চলিহাৰপৰা সহানুভূতি পাইছিল। মন্ত্ৰী পদত থকা অৱস্থাত শিৱসাগৰলৈ আহিলেই গাৱঁৰ পুৰণা কৰ্মীসকলক দেখা-সাক্ষাত কৰি সুখ পাইছিল আৰু তাহানিৰ পুৰণি কথাবোৰ কৈ-মেলি ৰং কৰিছিল। গহীন, অল্পভাষী আছিল যদিও সহকৰ্মী বন্ধুৰ লগত খুহুটীয়া কথা কৈ ৰং কৰিছিল। কিন্তু পৰচৰ্চানি সমূলিকে ভাল নাপাইছিল।

সাহিত্য-জগতত বিমলাৰ দেখ্-দেখ্ কোনো অৱদান চকুত নপৰিব পাৰে, কিন্তু সেই দিশতো তেওঁৰ বহুত অৰিহণা আছে। ১৯৪২ চনত গান্ধীবাদ সম্পৰ্কে কেবাটিও তথ্যপূৰ্ণ প্ৰবন্ধ লিখে। এই প্ৰবন্ধৰ উপৰিও তেওঁৰ হাতে-লিখা অৱস্থাৰ পুথি হৈছে— 'গান্ধীয়া অৰ্থনীতিৰ দৰ্শন আৰু খাদী' আৰু 'গো-পালন'। তেওঁ মশ্ৰুৱালাৰ 'গান্ধী বিচাৰ-দহন' নামৰ মূল্যবান কিতাপখনো অসমীয়ালৈ অনুবাদ কৰিছিল। এইবোৰ পাণ্ডুলিপি উদ্ধাৰ কৰি প্ৰকাশ কৰাটো প্ৰয়োজন হৈছে। কাৰণ, অসমীয়া ভাষাত গান্ধী-সাহিত্য দুখীয়া। অসম প্ৰকাশন পৰিষদৰ গান্ধীজীৰ সোঁৱৰণী গ্ৰন্থত ( ১৯৬৯ ) তেওঁৰ প্ৰবন্ধ 'গান্ধীজীৰ আদৰ্শ আৰু আমাৰ দায়িত্ব' এটি গৱেষণামূলক সাহিত্য-সম্বল।

কৰ্মময় জীৱন কালত সাহিত্য, সংস্কৃতি তেওঁৰপৰা আঁতৰি যোৱা নাছিল, বৰঞ্চ সেইবোৰৰ প্ৰতি তেওঁৰ গভীৰ আগ্ৰহহে আছিল। অধ্যয়নত ধৰ্মগ্ৰন্থই তেওঁক সুখ দিছিল। কিবা গালেও গুণ-গুণাই ভজনহে গোৱা শুনা গৈছিল। সাহিত-চৰ্চাত আনকো উদগোৱাৰ পটন্তৰ আছে। ১৯৩৯ চনত শিৱসাগৰ-ডিব্ৰুগড় মহকুমাত কানি নিবাৰণৰ অভিযান চলাওঁতে এই লিখকো শিৱসাগৰৰ এটা কেন্দ্ৰৰ প্ৰধান কৰ্মচাৰী ( circle officer ) ৰূপে আছিল। সেই সময়ত চলিহাই অৱশ্যে এই কামত তেনে দায়িত্ব লোৱা নাছিল। তেওঁ এই লিখকক কানিৰ সম্পৰ্কে এখনি চমু ইতিহাস আৰু এখনি নাট ৰচনা কৰিবলৈ জোৰকৈ লাগিছিল। মই 'বিহৰ বেপাৰ' নামৰ এখনি নাটক লিখি ছপোৱাৰ কাৰবাৰ কৰি দেখিলোঁ যে তিনিশ টকামান লাগে। গতিকে চলিহাৰপৰা এশ টকা ধাৰ স্বৰূপে লৈ কিতাপখন ছপোৱালোঁ। কিতাপখনিৰ ছপা কপি এটি তেওঁক দিয়া মাত্ৰকে প্ৰথমতে এশ টকাৰ ধাৰ মৰি গ'ল আৰু পিচত বাকী দুশ টকাও দি মোক ছপাখানাৰ ধাৰৰপৰা মুক্ত কৰি দিছিল।

কানিৰ চমু ইতিহাসখনিৰ নকল দ্বিতীয় মহাযুদ্ধৰ খলকনিত শিলঙতে হেৰাল। এনেকৈ বহুত লিখকক আৰ্থিক সাহায্য দি উদগাইছিল বুলি শুনা যায়।

তেওঁ অসম সাহিত্য সভাৰ আজীৱন সভ্য আছিল আৰু এই সভাৰ কেবাখনো অধিবেশনত উদ্বোধক, বিশিষ্ট অতিথি হিচাপে সহযোগ কৰিছিল। অসম সাহিত্য সভাৰ অনুদান বঢ়োৱাৰ গুৰিতেও চলিহা। কাছাৰত অসমীয়া শিক্ষাৰ বাবে মাকৰ নামত এটি পুঁজি স্থাপন কৰিছিল বুলি জানো; কিন্তু সেই পুঁজি কেনেকৈ ব্যৱহাৰ হ'ল সেই সম্পৰ্কে নাজানো। অসমীয়া ৰাজ্যিক ভাষা আন্দোলনত যদিও মুখ্যমন্ত্ৰীৰূপে তেওঁ কেউকালৰপৰা তীব্ৰ সমালোচনাৰ পাত্ৰ হৈছিল তথাপি স্বৰূপাৰ্থত ক'বলৈ গ'লে প্ৰকাৰান্তৰে

চলিহায়েই অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ সন্মান দিলে আৰু ১৯৬০ চনৰ অসম ৰাজ্যিক ভাষা আইনখন তেওঁৰেই সৃজনী বুলিব পাৰি।

## চলিহাৰ ধৰ্মবিশ্বাস

চলিহাৰ ধৰ্মবিশ্বাস সম্পৰ্কে আলোচনা কৰিবলৈ গ'লে অলপ খেলি-মেলি লাগে। সৰুৰেপৰা তেওঁ স্বামী বিবেকানন্দৰ অনুৰক্ত আৰু আশ্ৰম মনোভাবাপন্ন। কিন্তু সেই আশ্ৰমৰ অৰ্থ আছিল কৰ্ম আৰু ভগৱানত বিশ্বাস। চলিহাৰ বংশ আছিল মহাপ্ৰভু যাদৱৰায়ৰ সেৱক; অৰ্থাৎ দক্ষিণপাট সত্ৰৰ তেওঁলোক প্ৰধান শিষ্য। দক্ষিণপাট সত্ৰলৈ অনেকবাৰ গৈ তাত মহাপ্ৰভু, সত্ৰাধিকাৰ, ভকত-সজ্জনক অৰ্চনা কৰিছিল আৰু সত্ৰৰ কাৰণে আৰ্থিক সাহায্য আগবঢ়াইছিল। নিজেও দীক্ষা গ্ৰহণ কৰি যোগ, মন্ত্ৰ, তন্ত্ৰ, জপ কৰিছিল। ঘৰত ইফালে দুৰ্গা, কালী, লক্ষ্মী, সৰস্বতী, সত্যনাৰায়ণ আদি সকলো পূজা-সেৱা চলিছিল। অৱশ্যে এই ক্ৰিয়াবোৰ মূৰ্তিৰ পৰিবৰ্তে ঘটত আৰু বৈষ্ণৱী ধৰণত বলি-বিধান নোহোৱাকৈ কৰিছিল বুলি শুনা যায়। ঘৰত এজন ব্ৰাহ্মণে নিতে পূজা-সেৱা চলায়েই থাকে। ব্ৰহ্ম-ভোজন পতাৰো কথা শুনা যায়।

পূজা-সেৱা, তপ-জপ কৰাৰ সম্পৰ্কে কোনো লোকে যদি কিবা প্ৰশ্ন কৰি আঁসোৱাহ দেখুৱায়, তেওঁ মিচিকিয়াই হাঁহি মাত্ৰ কৈছিল, "এৰা, এইবোৰ কৰিয়েই দেখোন মই মনত শান্তি পাওঁ।" অসমীয়াৰ জাতীয় উৎসৱ বিহুকেইটা, তিথি-পাৰ্বণবোৰ পুৰণি সম্ভ্ৰান্ত অসমীয়া পৰিয়ালে যেনেভাৱে পালন কৰিছিল সেইভাৱেই পালন কৰি অসমীয়াৰ সংস্কৃতি ৰক্ষা কৰা দেখা গৈছিল। ভিতৰি ভিতৰি তেওঁ জ্যোতিষ বৰকৈ মানিছিল; হাত চোৱা বা অন্যধৰণৰ মঙ্গল চোৱাতো যেন তেওঁৰ বৰ বিশ্বাস আছিল। সাধু-সন্ন্যাসীসকলকো মানিছিল।

পাৰিবাৰিক জীৱন সম্পৰ্কে চমুৱাই ক'বলৈ গ'লে বিমলা এজন আদৰ্শ গৃহস্থী আছিল। ১৯৪১ চনত তেওঁৰ বিবাহ হয় উত্তৰ গুৱাহাটীৰ দেশসেৱক কুমুদৰাম বৰাৰ বৰজীয়ৰী শ্ৰীমতী অময়াৰ লগত। শ্ৰীমতী অময়াক এগৰাকী অমায়িক আদৰ্শ গৃহিণী স্বৰূপে সকলোৱে জানে। তাৰ উপৰিও সমাজসেৱিকা স্বৰূপে সৰল আৰু সাধাৰণ জীৱন যাপন কৰি তেওঁ স্বামীৰ আদৰ্শত অনুপ্ৰাণিতা। পিন্ধন-উৰণত চলিহা ১৯৩২ চনত যেনে আছিল, অন্তিম অৱস্থালৈকে তেনেই থাকিল।

ৰাজহুৱা আৰু চৰকাৰী ইমানবোৰ গধুৰ দায়িত্বৰ ভাৰ বহন কৰিও নিজৰ ঘৰ আৰু ব্যৱসায়ৰ প্ৰতি উদাসীন নাছিল। এই পৰিয়ালৰ কেউজনৰে নামত চাহ-বাগিছা আছে। বহুকাললৈকে ককায়েকসকলৰ জীৱিত অৱস্থাত বাগানৰ দায়িত্বৰপৰা কিছু ৰেহাই পাইছিল। কিন্তু সকলোটি লোকান্তৰ হোৱাৰ পিচত তেওঁ সেইফালেও চকু দিবলগীয়া হ'ল। সময় সমুলি নাছিল যদিও মাজে-সময়ে আহি সেইবোৰৰ তন্ন-তন্ন বিচাৰ লৈছিলহি। বাগান চলোৱাৰ উন্নত পদ্ধতি নিজে উলিয়াই যাতে কাম পৰিপাটি হিচাপে

চলে, তাৰ ব্যৱস্থা কৰি থৈ গৈছিল। সেয়েহে আজিও তেওঁৰ অবিহনে তেওঁৰ চাহ-শিল্পৰ কাম সুচাৰুৰূপে চলি আছে। এই সম্পৰ্কে চলিহাই বহুত কথাত নিৰ্ভৰ কৰিছিল শ্ৰীফটিকচন্দ্ৰ চলিহাদেৱৰ ওপৰত।

এই গহীন-গম্ভীৰ সৰবৰহী সৰল মানুহজনক ১৯৬০ চনতে এটি অমঙ্গলীয়া জ্বৰে লগ ল'লে। জ্বৰো এনে ধৰণৰ যে আগদিনা দেখিবা কৰ্মত ব্যস্ত, মুকলি মনেৰে সুস্থ অৱস্থাতে আলোচনা কৰি আছে; আকৌ পিচতে শুনিবা জ্বৰৰ তাপ সৰ্বোচ্চ, শয্যাশায়ী, কাৰো লগত কথা-বতৰা পতাত চিকিৎসকৰ মানা। এবাৰ জয়সাগৰলৈ আহোঁতে কথা প্ৰসঙ্গত সেইটোনো কেনে জ্বৰ তেওঁক সুধিছিলোঁ। তেওঁ কৈছিল, "জ্বৰটো কেতিয়া কেনেকৈ উঠে ময়েই ক'ব নোৱাৰোঁ।" জ্বৰ উঠাৰ লগে লগে বৰ জাৰ অনুভৱ হয় আৰু দুৰ্বলতা আহি পৰে। পিচত ক'ব নোৱাৰা হয় বোলে। শুনামতে এই জ্বৰৰ কথা বোলে ডাক্তৰেও প্ৰথমতে থিৰাং কৰিব নোৱাৰিছিল। ক্ৰমাৎ ১৯৬৯ চনৰপৰা সঘনে অসুখ হৈ স্বাস্থ্য বিনাশ হ'বলৈ ধৰিলে।

বিমলাৰ অসুখৰ ঘাই কাৰণ আছিল দেশ আৰু বাইজৰ কাৰণে বলে নোৱাৰা শাৰীৰিক পৰিশ্ৰম আৰু বিভিন্ন সমস্যা খণ্ডনৰ কাৰণে কৰা গভীৰ মানসিক পৰিশ্ৰম। অত্যন্ত মানসিক পৰিশ্ৰমৰ ফলত শৰীৰৰ যি ক্ষতি হয় শাৰীৰিক পৰিশ্ৰমে সিমান ক্ষতি কৰিব নোৱাৰে। চলিহাই সাংঘাতিক মানসিক চিন্তা বা আঘাতবোৰক গম্ভীৰতা বা সৰল হাঁহিৰে ঢাকি ৰাখিবলৈ চেষ্টা কৰিছিল। কাহানিও তাক বাহিৰলৈ আহিবলৈ নিদিছিল; কিন্তু শৰীৰ আৰু মনত তাৰ বিষময় প্ৰতিক্ৰিয়া হৈছিল। সমস্যাৰ সন্মুখীন হ'লেই তেওঁৰ বেমাৰ আৰম্ভ হৈছিল।

সেইদিনা ১৯৭১ চনৰ ২৫ ফেব্ৰুৱাৰী, ২১ ফাগুন, বৃহস্পতিবাৰ। পুৱা কাষৰে ৰেডিঅ' এটাই শুনালে বোলে পুৱা পাঁচমান বজাত চলিহা ঢুকাল। ঘোৰ আঁউসীৰ দিনা অসমক আঁউসীৰ গৰ্ভত পেলাই বিমলাৰ আত্মা নেদেখা দেশলৈ উৰি গ'ল। জীৱনত তেওঁ এদিনো মামৰ বান্ধিবলৈ সুবিধা নাপালে। কৰ্মময় পটাত ঘঁহনি খাই খাই চলিহা শেষ হৈ গ'ল।*

---

* এই প্ৰবন্ধ যুগুত কৰোঁতে শ্ৰীফটিকচন্দ্ৰ চলিহা, শ্ৰীপুষ্পধৰ চলিহা, শ্ৰীবিমলা খাটনীয়াৰ আৰু শ্ৰীদুৰ্গাধৰ বৰুৱাৰ সহায়ৰ উপৰিও শিৱসাগৰ জিলা কংগ্ৰেছ অফিচ, খাদী অনুষ্ঠান, 'অসমৰ লোকনেতা' নামৰ সৰু কিতাপখনি আৰু লিখকৰ হাতত থকা চলিহাৰ কেবাখনো চিঠি-পত্ৰ আৰু ডায়েৰীৰ টোকাৰপৰা সহায় লোৱা হৈছে।

# গান্ধীজীৰ আদৰ্শ আৰু আমাৰ দায়িত্ব

**বিমলাপ্ৰসাদ চলিহা**

প্ৰায় ত্ৰিশ বছৰ কাল মহাত্মা গান্ধীয়ে ৰাজনৈতিক ভাৰতবৰ্ষবে নেতৃত্ব কৰি ক্ষান্ত থকা নাছিল; তেওঁ ভাৰতবাসীৰ বৌদ্ধিক, মানসিক আৰু সামাজিক জীৱনবো নেতৃত্ব দান কৰিছিল। কেৱল ৰাজনৈতিক নেতৃত্ব দি ক্ষান্ত থকাহেঁতেন তেওঁ মহাত্মা হিচাপে আমাৰ আগত থিয় হ'ব নোৱাৰিলেহেঁতেন। পৃথিবীৰ কোনো ৰাজনৈতিক নেতাক কোনেও আজিলৈকে মহাত্মা আখ্যা দিয়া নাই। ভাৰতবাসীৰ হৃদয় আৰু মনত তেওঁ যি অভূতপূৰ্ব বিপ্লৱৰ সৃষ্টি কৰিছিল, তাৰবাবেহে তেওঁ আমাৰ দেশৰ মহাত্মা আৰু জাতিৰ পিতা হিচাপে পৰিগণিত হব পাৰিলে।

এইখিনিতে 'দি ষ্ট'ৰী অৱ চিভিলাইজেশ্যন্' গ্ৰন্থসমূহৰ বিখ্যাত লিখক উইল্ ডুৰাণ্টৰ অলপতে প্ৰকাশ পোৱা 'দি লেচন্‌ছ্ অৱ হিষ্টৰী' নামৰ গ্ৰন্থখনৰ এটা কথা প্ৰাণধানযোগ্য। তেওঁ লিখিছে যে, পৃথিবীত বহুত ৰাজনৈতিক বিপ্লৱ আজিলৈকে সংঘটিত হ'ল। কিন্তু মানুহৰ মনৰ বিকাশ সাধন আৰু মানৱ-চৰিত্ৰৰ উন্নতি সাধনৰ অৰ্থে পৃথিবীত যি বিপ্লৱ সংঘটিত হ'ল, সেই বিপ্লৱহে প্ৰকৃত বিপ্লৱ। দাৰ্শনিক, ঋষি আৰু মহাত্মাসকলহে প্ৰকৃত বিপ্লৱী।

উইল ডুৰাণ্টৰ ওপৰোক্ত কথাখিনি মহাত্মা গান্ধীৰ জীৱনৰ লগত সম্পূৰ্ণভাৱে খাটে। এইটো কথা ভাবিলে ভুল হব যে কেৱল ভাৰতৰ ৰাজনৈতিক স্বাধীনতা ৰণৰ নেতৃত্ব কৰিবলৈকে বা স্বাধীনতা লাভ কৰি ক্ষান্ত থাকিবলৈকে গান্ধীজীৰ জন্ম হৈছিল। ভাৰতৰ স্বাধীনতা তেওঁৰ জীৱনৰ বিশাল কাৰ্যসূচীৰ এক অংশ মাথোন। তেওঁৰ সৰ্ববৃহৎ লক্ষ্য আছিল মানুহৰ হৃদয়ত থকা অহিংসা, সত্য, প্ৰেম, ক্ষমা আৰু সততা ভাৱৰ উৎকৰ্ষ সাধন কৰি মানৱ সমাজৰ গৰিমা বৃদ্ধি কৰা। এই মহৎ প্ৰচেষ্টাত তেওঁ লক্ষ্য কৰিছিল যে ভাৰতবাসীৰ স্বাধীনতা লাভৰ কামনাও অহিংসা আৰু সত্যনিহিত এটা ঘটনা আৰু সেই কাৰণেই তেওঁ তাৰ বাবে প্ৰাণপণে সংগ্ৰাম কৰি গ'ল। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা স্বাধীনতা লাভৰ আনন্দত সমগ্ৰ দেশবাসী যেতিয়া আনন্দোৎসৱত উন্মত্ত, তেতিয়া মহাত্মা গান্ধীয়ে নীৰবে প্ৰাৰ্থনা কৰি সেই দিনটো কটাইছিল আৰু কৈছিল যে দেশখনক দুভাগ কৰিবলৈ আৰু সাম্প্ৰদায়িক সজ্ঘৰ্ষবে দেশখন ৰক্তাক্ত কৰিবলৈকে তেওঁ দেশৰ স্বাধীনতা বিচৰা নাছিল। কেৱল ৰাজনৈতিক স্বাধীনতাই তেওঁৰ একমাত্ৰ কাম্য হোৱাহেঁতেন, দেশে স্বাধীনতা লাভ কৰাৰ দিনা তেওঁ তেনেদৰে শোকত অভিভূত নহ'লহেঁতেন।

মোৰ ধাৰণাৰে, মহাত্মা গান্ধীৰ ভাৰতবাসীলৈ দিয়া সৰ্বশ্ৰেষ্ঠ দান হ'ল অভয় দান। এই অভয় দানৰ মাজতেই নিহিত আছে স্বাধীনতা লাভৰ অমোঘ মন্ত্ৰ। ভাৰতবৰ্ষৰ মানুহ শ শ বছৰ ধৰি সকলো প্ৰকাৰৰ ভয় আৰু ত্ৰাসৰ দ্বাৰা আক্ৰান্ত হৈ জীৱন অতিবাহিত কৰিছিল। বিদেশী শাসকৰ উৎপীড়ন-অত্যাচাৰৰ ভয়, জমিদাৰ-মৌজাদাৰৰ ভয়, সমাজৰ উচ্চ-শ্ৰেণীৰ লোকৰ ভয়, বেমাৰ-আজাৰ-কুসংস্কাৰৰ ভয়, ধনীৰ দ্বাৰা দুখীয়াৰ শোষণ-অত্যাচাৰৰ ভয় আদি সীমাহীন ভয়ৰ মাজত ভাৰতৰ জনসাধাৰণ জীয়াই থাকিব লগা হৈছিল। এই ত্ৰাসিত আৰু ভয়-সংশয়ৰ দ্বাৰা জৰ্জৰিত ভাৰতীয় ৰাইজক সকলো অত্যাচাৰৰ বিৰুদ্ধে মূৰ দাঙি থিয় দিবলৈ মহাত্মা গান্ধীয়েই সৰ্বপ্ৰথমতে অভয় বা ভয়শূন্যতাৰ বাণী প্ৰদান কৰিলে। ভাৰতবাসীক স্বাধীনতাৰ বাবে সাজু কৰাৰ ক্ষেত্ৰত এইটো হ'ল প্ৰথম পদক্ষেপ আৰু মোৰ ধাৰণাৰে এইটোৱেই হ'ল তেওঁৰ ভাৰতবাসীক দিবা পৰা সৰ্বশ্ৰেষ্ঠ দান। দান বহুত প্ৰকাৰৰ আছে, কিন্তু দুখ-দুৰ্দশাগ্ৰস্ত লোকৰ মনত অভয় দান কৰাতকৈ ডাঙৰ দান একো নাই। বৃটিছ চৰকাৰৰ প্ৰতিনিধি ( যিমানেই সাধাৰণ নহওক লাগিলে সেই প্ৰতিনিধি ) এজনৰ আগত থিয় দিবলৈ যি আমাৰ মানুহৰ এদিন সামান্য সাহো নাছিল, মৌজাদাৰৰ টেকেলা এজনৰ আগত থিয় দিওঁতে যি মানুহে ভয়ত কঁপিবলৈ ধৰিছিল, সেই মানুহেই মহাত্মাৰ নেতৃত্বত বীৰদৰ্পে গৈ পুলিচ থানা আৰু বৃটিছৰ আদালত ঘৰৰ ওপৰত আমাৰ জাতীয় পতাকা উৰুৱাইছিলগৈ। সেই অভয়দানৰ বাণীয়ে সমগ্ৰ ভাৰতবৰ্ষক বিদেশী শাসন আৰু অন্যায়ৰ বিৰুদ্ধে বিদ্ৰোহাগাৰত পৰিণত কৰিছিল আৰু তাৰ স্বাভাৱিক পৰিণতি স্বৰূপেই আমি আজি স্বাধীন জাতিৰ লোক হিচাপে বাস কৰিব পাৰিছো।

ভাৰতবাসীৰ হৃদয়-মন-মনোবৃত্তি-অভ্যাস সকলো ক্ষেত্ৰতে এক বৈপ্লৱিক পৰিবৰ্তন আনিবলৈ মহাত্মা গান্ধীয়ে সংগ্ৰাম আৰম্ভ কৰিছিল আৰু সেই কাৰণেই দক্ষিণ আফ্ৰিকাৰ-পৰা উভতি অহাৰ লগে লগেই তেওঁক ভাৰতীয় ৰাইজে নিজৰ সৰ্বশ্ৰেষ্ঠ নেতা বুলি গ্ৰহণ কৰিছিল। ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে আধ্যাত্মিক পুৰুষেও প্ৰথমৰেপৰা গান্ধীজীৰ লগত ভালেমান ৰাজনৈতিক কথাত একমত নহ'লেও তেওঁৰ নেতৃত্ব মানি লোৱাটো এই ক্ষেত্ৰত বিশেষ তাৎপৰ্যপূৰ্ণ কথা। স্মৰণত ৰখা প্ৰয়োজন যে গান্ধীজীক 'মহাত্মা' উপাধিৰে ৰবীন্দ্ৰনাথেই ভূষিত কৰিছিল আৰু ৰবীন্দ্ৰনাথক 'গুৰুদেৱ' বুলি মহাত্মা গান্ধীয়েই প্ৰথমতে সম্বোধন কৰিছিল।

মহাত্মা গান্ধীৰ এই শতবাৰ্ষিকী জন্মোৎসৱ পালন কালত এই প্ৰশ্নই বাৰে বাৰে মোৰ মনত উত্থাপিত হয়—বৰ্তমান যুগত গান্ধীজীৰ আদৰ্শৰ প্ৰয়োজনীয়তা কিমান? প্ৰকৃতপক্ষে আমাৰ জীৱনকালত আমি গান্ধীজীৰ বাণী কিমানদূৰ মানি চলিব পাৰিছো? মোৰ ধাৰণাৰে, বিশ্বৰ শান্তি প্ৰতিষ্ঠাত ব্ৰতী বৃহৎ অনুষ্ঠানসমূহে ধীৰে ধীৰে গান্ধীজীৰ অহিংসা আৰু শান্তিৰ নীতি হৃদয়ঙ্গম কৰিবলৈ বদ্ধপৰিকৰ হৈছে আৰু উপলব্ধি কৰিছে যে মানবজাতিক নিৰ্মূলকৰণৰপৰা বচাবৰ বাবে তেওঁৰ নিৰ্দেশিত পথেই একমাত্ৰ পথ।

মনত ৰাখিব লাগিব যে আজিৰ দিনত বৃহৎ ৰাষ্ট্ৰসমূহৰ মাজত আণৱিক যুদ্ধৰ কথা ৰব বেছিকৈ হৈ আছে যদিও পৃথিৱীত মাত্ৰ আজিলৈকে দুটা ক্ষুদ্ৰ আণৱিক বোমাহে নিক্ষেপ কৰা হ'ল। তাৰ মানে, অজস্ৰ আণৱিক বোমা তৈয়াৰী কৰি ৰাখিছে যদিও কোনো এখন বৃহৎ দেশেই সেই বোমা আজি নিক্ষেপ কৰিবলৈ সাহস আৰু ইচ্ছা কৰা নাই। ইয়াৰ মূলতে আছে সকলোৰে অন্তৰত বিশ্বশান্তিৰ প্ৰতি এক ঐকান্তিক আগ্ৰহ আৰু অহিংসাৰ প্ৰতি এক জীৱন্ত বিশ্বাস। এই মনোভাৱ গান্ধীজীৰ আদৰ্শৰ দ্বাৰাই বিশেষভাৱে অনুপ্ৰাণিত বুলি মই দৃঢ়ভাৱে বিশ্বাস কৰোঁ। তাকে নোহোৱাহেঁতেন, যুদ্ধ আৰু হিংসা কাৰ্যত বিশ্বাস থকা পৃথিৱীৰ অনেক দেশে আজি মহাসমাৰোহেৰে তেওঁৰ শত-বাৰ্ষিকী জন্মোৎসৱ পালন নকৰিলেহেঁতেন। বিশ্বৰ সামগ্ৰিক চিন্তাত এক স্থায়ী মূল্য দিব পৰা লোকৰ পূজাহে বিশ্বত সদায় চলি আহিছে। মহাত্মা গান্ধীৰ দ্বাৰা বিশেষভাৱে অনুপ্ৰাণিত হৈ নিগ্ৰো নেতা মাৰ্টিন লুথাৰ কিঙে নিগ্ৰোসকলৰ মুক্তিৰ বাবে কৰা অহিংস অসহযোগ আন্দোলনৰ কথা এইক্ষেত্ৰত আমি বিশেষভাৱে স্মৰণ কৰিব লাগিব।

মাৰ্টিন লুথাৰ কিঙৰ নেতৃত্বত আমেৰিকাৰ নিগ্ৰোসকলে অহিংস উপায়েৰে নিজৰ অধিকাৰ পাবলৈ অগ্ৰসৰ হোৱাৰ কথাই আমাক গান্ধীজীৰ আদৰ্শৰ কথা সোঁৱৰাই দিয়ে। কিঙে ঘোষণা কৰিছিল যে যীশু খ্ৰীষ্টই তেওঁলোকক অহিংসাৰ বাণী দিলে আৰু মহাত্মা গান্ধীয়ে সেই অহিংসা নীতিক কাৰ্যকৰী কৰাৰ উপায় দান কৰিলে। 'Why We Can't Wait' নামৰ গ্ৰন্থত কিঙে লিখিছে, "অহিংসা এক শক্তিশালী আৰু ন্যায় অস্ত্ৰ। ইতিহাসত এই অস্ত্ৰৰ তুলনা নাই। এই অস্ত্ৰই ঘা নলগোৱাকৈ আঘাত কৰে আৰু ই ইয়াৰ ধাৰণ কৰোতাজনক মহত্ব দান কৰে। এই তৰোৱালে আঘাতৰ উপসমহে ঘটায়। নিগ্ৰোসকলৰ ন্যায়ৰ বাবে কৰা সংগ্ৰামৰ বাবে অহিংসা হ'ল এক কাৰ্যকৰী আৰু নৈতিক উপায়। অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত প্ৰত্যক্ষ সংগ্ৰামে প্ৰমাণ কৰি দেখুৱালে যে ইয়াৰ দ্বাৰা পৰাস্ত নোহোৱাকৈ যুদ্ধত জয়ী হব পাৰি। ১৯৬৩ চনৰ নিগ্ৰো বিপ্লৱৰ এইটোৱেই আছিল নীতি।" (পৃষ্ঠা—২৬)। তেওঁ সেইখন কিতাপতে পুনৰ লিখিছে, "American history had taught him ( the Negro ) the nonviolence in the form of boycotts and protests had confounded the British monarcy and laid the basis for freeing the colonies from unjust domination. Within his own century, the non-violent ethics of Mahatma Gandhi and his followers had muzzled the guns of the British Empire in India and freed more than three hundred and fifty million from colonialism." (পৃষ্ঠা—৩৭)। কিঙে কিতাপখনৰ একেবাৰে শেষত লিখিছে, "বৰ্বৰ অৱস্থাত মানুহৰ এদিন জন্ম হৈছিল আৰু তেতিয়া মানুহে মানুহক হত্যা কৰাটো জীয়াই থকাৰ এক সাধাৰণ নিয়মত পৰিণত হৈছিল। লাহে লাহে মানুহ বিবেকৰ দ্বাৰা নিয়ন্ত্ৰিত হবলৈ ধৰিলে আৰু এতিয়া মানুহ এনেকুৱা এটা অৱস্থাত উপনীত হ'ল, যেতিয়া এজন মানুহে

আন এজন মানুহৰ প্ৰতি হিংসা প্ৰয়োগ কৰাটো মানুহে মানুহৰ মাংস ভক্ষণ কৰাৰ দৰেই পাপ বুলি পৰিগণিত কৰিব লাগিব ( পৃষ্ঠা—১৫২ )।

এইদৰে দেখা গৈছে যে পৃথিবীৰ শ্ৰেষ্ঠ মনীষীসকলে হিংসা-বিদ্বেষৰ পন্থা পৰিত্যাগ কৰি মানুহক এক শ্ৰেষ্ঠতৰ স্থানলৈ তুলিবৰ বাবে অহিংসা আৰু শান্তিৰ নীতি প্ৰয়োগ কৰি পৃথিবীৰ বৃহৎ সমস্যাসমূহ সমাধানৰ বাবে অগ্ৰসৰ হৈছে। মহাত্মা গান্ধীৰ সমগ্ৰ জীৱনৰ সাধনাৰ তাৎপৰ্য ইয়াতে নিহিত আছে। তেওঁৰ বাণী আৰু আশা অথলে যোৱা নাই।

ভাৰতবৰ্ষই মহাত্মা গান্ধীক জন্ম দিছিল আৰু মহত্বৰ দৃষ্টিৰপৰা বুদ্ধ আৰু অশোকৰ পিচতেই ভাৰতত তেওঁৰ স্থান। এনে এজন মহৎ পুৰুষৰ আদৰ্শ প্ৰতিফলিত কৰি সেই আদৰ্শমতে বৰ্তমান ভাৰতবৰ্ষ পৰিচালিত হৈছেনে নাই, সেই কথাৰ প্ৰতি এই পৱিত্ৰ বছৰত পৃথিবীয়ে সতৰ্ক দৃষ্টি নিক্ষেপ কৰিছে। গান্ধীজীয়ে জন্মগ্ৰহণ কৰা দেশতে তেওঁৰ আদৰ্শ ম্লান হোৱা মানে বিশ্বসভাত আমি নিন্দিত হব লাগিব। বাৰে বাৰে আমি তেওঁৰ কথা কওঁ, তেওঁৰ আদৰ্শৰ উদাহৰণ দাঙি ধৰো, তেওঁক আমাৰ জাতিৰ পিতা আখ্যা দিওঁ আৰু তেওঁ ভাৰতক ধূলিৰপৰা তুলি আনি জগৎ সভাৰ যোগ্য আসনত বহুৱালে বুলি কওঁ। কিন্তু তেওঁৰ আদৰ্শ দীপ্তিমান কৰি সেইমতে আমাৰ দেশখন আগবাঢ়িছে নে নাই, তাকে এই চিৰ পৱিত্ৰ বছৰত আমি সকলোৱে গভীৰভাৱে চিন্তা কৰি চাব লাগিব। আমাৰ তেনে এক আত্ম-বিশ্লেষণ আৰু আত্ম-জিজ্ঞাসাৰ ভাব জাগ্ৰত হোৱাৰ ওপৰতে গান্ধী শতবাৰ্ষিকী জন্মোৎসৱ পালনৰ মহত্ত্ব নিৰ্ভৰ কৰিব।

মোৰ মতেৰে, দেশৰ একোটা একোটা বিশেষ সমস্যা লৈ সেই সমস্যা গান্ধীজীৰ আদৰ্শেৰে সমাধান কৰিবলৈ বদ্ধপৰিকৰ হোৱাটো বৰ্তমান আমাৰ অতি প্ৰয়োজনীয় কৰ্তব্য। তেনে একোটা সমস্যাৰ মাজত নিহিত থকা প্ৰকৃত সত্যটো উদ্ঘাটন কৰি লোৱাটো প্ৰথম দায়িত্ব, কাৰণ, মহাত্মাৰ মতে যি কথা আৰু সমস্যাৰ সমাধান সত্যৰ আলোকেৰে ধৌত নহয়, তেনে কথা আৰু সমস্যাৰ দ্বাৰা মানৱৰ কোনো উপকাৰ নহয়। ভাৰতৰ যিকোনো ঠাইৰ একোটা সাধাৰণ বা বৃহৎ সমস্যা লৈয়েই আমি এই পৰীক্ষা চলাব পাৰো আৰু মোৰ সম্পূৰ্ণ বিশ্বাস যে সত্য আৰু ন্যায়ৰ ওপৰত অগাধ বিশ্বাস থাকিলে আমি যিকোনো সমস্যাৰে সমাধান কৰিব পাৰিম। এনে কাৰ্যত ব্ৰতী হওঁতে সমস্যাৰ লগত জড়িতসকলৰ মনৰপৰা হিংসা-বিদ্বেষ-ঘৃণাৰ ভাৱ সম্পূৰ্ণভাৱে পৰিহাৰ কৰিব লাগিব আৰু প্ৰত্যেকেই দয়াৰ দৃষ্টিৰে আগবাঢ়িব লাগিব। সাধাৰণ একোটা সমস্যা সমাধানত আমি এইদৰে কৃতকাৰ্য হ'লে সেই আগ্ৰহ আৰু মনোভাৱ বৃহত্তৰ সমস্যাৰ প্ৰতি আমি নিয়োগ কৰিবলৈ উৎসাহ পাম। বৃহৎ সমস্যাসমূহ সমাধানৰ ক্ষেত্ৰত আমি সততে ডঃ ৰাধাকৃষ্ণণৰ এটা কথা মনত ৰাখিব লাগিব। তেওঁৰ মতে, আমি পৃথিৱীৰ বৃহৎ ঘটনাসমূহৰ পৰিবৰ্তন সদায় কৰিব নোৱাৰিব পাৰো, কিন্তু সেই ঘটনাসমূহৰ প্ৰতি থকা আমাৰ মনোভাৱৰ পৰিবৰ্ত্তন আমি কৰিব পাৰো।

মহাত্মা গান্ধীৰ সত্য আৰু অহিংসাৰ আদৰ্শ মানৱ-সমাজত মৃত্যুহীন কৰিবৰ বাবে সেই সমাজত বিনা সন্দেহে এক অনুকূল পৰিবেশৰ প্ৰয়োজন হব। মোৰ ধাৰণাৰে, এনে এক অনুকূল পৰিবেশ ভাৰতৰ বাহিৰে অন্য দেশত বেছি নাই। অতীজৰেপৰা ভাৰতৰ আদৰ্শ, সভ্যতা, সংস্কৃতি আৰু পৰম্পৰা এক আধ্যাত্মিক ভিত্তিৰ ওপৰত গঢ় লৈ আহিছে আৰু ভাৰতবাসীৰ মনত এই সংস্কাৰে চিৰদিন কাম কৰি আহিছে। ভাৰতৰ লোকে সত্য, শান্তি আৰু অহিংসাৰ আদৰ্শ যিমান উৎসাহ আৰু সোনকালে গ্ৰহণ কৰিব পাৰিব আন দেশৰ লোকে নিশ্চয় নোৱাৰিব। এই ভিত্তিৰ ওপৰত থিয় হৈয়েই স্বাধীনতা লাভৰ লগে লগে এক বুজন সংখ্যক বিশ্বাসযোগ্য আৰু কৰ্মপৰায়ণ সত্যাগ্ৰহীৰ সহায়ত মহাত্মাৰ পৰিকল্পিত সামাজিক আদৰ্শৰ ৰূপায়নৰ যথেষ্ট সুযোগ আৰু সুবিধা আছিল। আমাৰ স্বাধীনতাৰ সংগ্ৰাম অজস্ৰ মানুহৰ ত্যাগ আৰু আদৰ্শ-নিষ্ঠাৰ ভিত্তিত গঢ় লৈছিল আৰু সেই আদৰ্শ-নিষ্ঠা, ত্যাগ আৰু সমাজ-কল্যাণকামী মনোভাবক স্বাধীন ভাৰতবৰ্ষত স্থায়ী কৰিবৰ বাবে আৰু তাৰ দ্বাৰা এখন কল্যাণমুখী সমাজ গঠন কৰাৰ সুযোগ গ্ৰহণ নকৰি আমি মহাত্মা গান্ধীৰ প্ৰতি বৰ ডাঙৰ অন্যায় কৰিলোঁ।

কিন্তু মোৰ সম্পূৰ্ণ বিশ্বাস যে মহাত্মা গান্ধীৰ আদৰ্শ মতে আমি এতিয়াও আমাৰ সমাজক গঢ় দিয়াৰ মহান দায়িত্ব গ্ৰহণ কৰিব পাৰো। ওপৰত উল্লেখ কৰা অনুকূল পৰিবেশ এটা সৃষ্টি কৰাটোৱেই বৰ্তমান আমাৰ প্ৰথম কৰ্তব্য। তেনে এক পৰিবেশ আৰু পৰিস্থিতি সৃষ্টি কৰাটো নানা কাৰণত চৰকাৰৰ পক্ষে সম্ভৱ নহব পাৰে আৰু দেশৰ সমূহ ৰাইজৰ পক্ষেও সেইটো সম্ভৱপৰ নহয়। সেই কাৰণে, মই ভাবো, গান্ধীজীৰ আদৰ্শক ক্লান্তিহীনভাৱে কাৰ্যকৰী কৰিবৰ বাবে দেশত এটা তৃতীয় বাহিনী বা শক্তিক গঢ় দিয়াটো অত্যাৱশ্যক। সেই বাহিনী বা শক্তিৰ কৰ্মীসকলৰ নাম সত্যাগ্ৰহীও থব পাৰি। এই সত্যাগ্ৰহীসকলে দৈনন্দিন ঘটি থকা আইন-শৃঙ্খলাজনিত আৰু সমাজৰ ক্ষুদ্ৰ কথাবোৰৰ উৰ্ধত উঠি মানুহৰ প্ৰকৃত সেৱাৰ বাবে উদাৰ চিত্তেৰে দৃঢ়বদ্ধভাৱে কাৰ্যত অগ্ৰসৰ হব পাৰিব লাগিব। তেওঁলোকৰ কাম হ'ব :

১। সত্য আৰু অহিংসাৰ পথেৰে আমাৰ সমাজৰ পৰিবৰ্তন সম্ভৱপৰ বুলি তেওঁলোক প্ৰথমতে মনেৰে দৃঢ়সঙ্কল্প হব লাগিব আৰু এই বাণী শিৰোগত কৰি লব লাগিব যে হিংসা-অবিশ্বাস-অশান্তিৰ মাজত মানৱ-সমাজ বাচি থাকিব নোৱাৰে।

২। একোটা সমস্যা বাছি লৈ গান্ধীজীৰ আদৰ্শেৰে তাৰ সমাধানৰ চেষ্টা কৰিব লাগিব আৰু তাৰ বাবে প্ৰয়োজন মতে তেওঁলোকে চৰকাৰ আৰু ৰাইজ উভয়ৰে সক্ৰিয় সহযোগ বিচাৰিব। কঠিন সত্যাগ্ৰহৰ আশ্ৰয় লৈয়ো তেওঁলোকে তেনে সহযোগ লাভ কৰিব পাৰিব লাগিব।

৩। দুটা পক্ষৰ ভিতৰত বিবদমান এটা সমস্যাৰ সৃষ্টি হ'লে তেওঁলোকে ( সত্যাগ্ৰহীসকলে ) দুয়ো পক্ষৰ মাজত থকা অসূয়া-ঘৃণা-বিদ্বেষ-প্ৰতিহিংসাৰ

তাৰ প্ৰথমতে দূৰ কৰিবলৈ কঠোৰ পৰিশ্ৰম কৰিব লাগিব আৰু এই ক্ষেত্ৰত তেওঁলোকৰ ত্যাগ আৰু সহিষ্ণুতাই সকলোৰে হৃদয় স্পৰ্শ কৰিব পাৰিব লাগিব। দুয়ো পক্ষৰ লোকৰ হৃদয়ৰ পৰিবৰ্তন ঘটাই ক্ষমাৰ গুণেৰে সেই সমস্যাৰ সমাধান তেওঁলোকে কৰিব লাগিব। এই ক্ষেত্ৰত ৰাইজ আৰু চৰকাৰৰ সাহায্য তেওঁলোকে বিচাৰিব পাৰিব।

৪। শান্তি আৰু সৎভাৱৰ য'ত অভাৱ তাত তেওঁলোকে শান্তি আৰু সৎভাৱৰ সৃষ্টি কৰিব পাৰিব লাগিব আৰু য'ত শান্তি আৰু সৎভাৱৰ সম্ভাৱনা আছে তাত সেই শান্তি আৰু সৎভাৱৰ পৰিসীমা ব্যাপক কৰিব লাগিব।

৫। এনে কাৰ্যত প্ৰথম অৱস্থাত তেওঁলোক ব্যৰ্থ হ'ব পাৰে, কিন্তু সেই ব্যৰ্থতাকে তেওঁলোকে জয়লাভৰ প্ৰথম পদক্ষেপ বুলি দুগুণ উৎসাহেৰে কৰ্তব্যত আগুৱাই যাব লাগিব। তেওঁলোকে মনত ৰাখিব লাগিব যে হিংসাত উন্মত্ত এই সমাজত অহিংসা আৰু শান্তিৰ পথ মুকলি কৰাটো এটা অতি কষ্টকৰ অধ্যায় আৰু অহিংসা আৰু শান্তিৰ বাবে কৰা কোনো সংগ্ৰামেই আজিলৈকে প্ৰকৃত অৰ্থত ব্যৰ্থ হোৱা নাই। যীশু খ্ৰীষ্টক হত্যা কৰাৰ পিচতহে তেওঁৰ আদৰ্শ আৰু বাণী পৃথিৱীত বিয়পি পৰিছিল।

আনহাতেদি, চৰকাৰ আৰু ৰাইজৰ পবিত্ৰ দায়িত্ব হ'ব সেই সত্যাগ্ৰহীসকলক পাৰ্যমানে সহায় কৰা। তেওঁলোকৰ যোগেদিয়েই সমাজত গান্ধীজীৰ আদৰ্শ কাৰ্যকৰী কৰাৰ এক আৰম্ভণি হব বুলি ৰাইজ আৰু চৰকাৰে উপলব্ধি কৰিব লাগিব।

তেনে এক সত্যাগ্ৰহী দলৰ গঠনৰ দায়িত্ব গান্ধী জন্ম-শতবাৰ্ষিকীৰ এই বছৰতে আমি গ্ৰহণ কৰিব পাৰিলে আমাৰ সকলো আয়োজন সাৰ্থক হব বুলি মই হৃদয়েৰে উপলব্ধি কৰিছো।*

* অসম প্ৰকাশন পৰিষদৰ গান্ধী জন্মশতবাৰ্ষিকী গ্ৰন্থ "গান্ধীজীৰ সোঁৱৰণত"ৰপৰা এই প্ৰবন্ধ লোৱা হৈছে।